# সদ্ধৰ্ম্ম শিক্ষা

শাসনবংশ ভিক্ষু, এম-এ
আচাৰ্য্য, ত্ৰিপিটক-বিশাৰদ।

( অসম প্ৰকাশন পৰিষদৰ আৰ্থিক সাহায্যত প্ৰকাশিত )




চলা জ্ঞানোদয় পালি বিদ্যালয়
পোঃ চলাপথাৰ, শিৱসাগৰ, অসম।

**SADDHARMA SHIKKHYA**, written by Rev. Sasanabangsha Bhikshu, M. A. Secretary & Principal, the Chala Jnanodaya Pali Vidyalay, P.O. Chalapathar, Sitsagar, Assam and Published by the author with the financial assistance of the Publication Board, Assam. First published April, 1969.

প্ৰকাশক :

শাসনবংশ ভিক্ষু

চলা জ্ঞানোদয় পালি বিদ্যালয়

পোঃ চলাপথাৰ, শিৱসাগৰ, অসম

প্ৰথম প্ৰকাশ :

এপ্ৰিল, ১৯৬৯

সাহায্য পাঁচ টকা

মুদ্ৰক :

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সদ্ধৰ্ম্ম শিক্ষা

শিৱসাগৰ জিলাৰ 'চলা জ্ঞানোদয় পালি বিদ্যালয়'ৰ অধ্যক্ষ স্বৰ্ণ-পদক প্ৰাপ্ত পূজনীয় শ্ৰীমৎ শাসনবংশ ভিক্ষু এম-এ দেৱে সূত্ৰ পিটকৰ পৰা অসমীয়া মাতৃভাষালৈ অনুবাদ কৰি 'সদ্ধৰ্ম্ম শিক্ষা' নাম দি যিখনি অমূল্য গ্ৰন্থ প্ৰণয়ন কৰিছে, তাৰ বাবে পূজনীয় ভিক্ষুদেৱক আমি অভিনন্দন জনাইছোঁ। অকল বৌদ্ধ সম্প্ৰদায়েই নহয়, গোটেই অসমীয়া জাতিয়েই এই গ্ৰন্থখনিৰ দ্বাৰা মহৎ উপকাৰ লাভ কৰিব পাৰিব।

. বৌদ্ধ ধৰ্ম্মৰ অমূল্য বাণীসমূহ পালি ভাষাত ৰচিত হৈছে। তাৰ পৰা পৃথিৱীৰ প্ৰত্যেক ভাষালৈ যোগ্যজনে অনুবাদ কৰিছে। লিখক ভিক্ষুদেৱ টাই জাতিৰ লোক। টাই ভাষাৰ পুৰণি কাকত-পুথিত বৌদ্ধ-ধৰ্ম্মৰ সকলো কথাকেই আমি পঢ়িবলৈ পাইছোঁ।

অসমীয়া ভাষালৈ অনুবাদ কৰা এনে একোখনি পুথিয়ে ভাষা-জননীৰ মান-মন্দিৰত 'কষটিত যেন সোণৰ ৰেখা' হৈ জিলিকি উঠক, ইয়াকে কামনা কৰিলো।

সাহিত্যিক, সুপণ্ডিত পূজনীয় ভিক্ষুদেৱৰ পৰা এনে ধৰণৰ আৰু অনুবাদ সাহিত্য পাবলৈ আমি আশা ৰাখিলো। শুভ ইচ্ছাৰ স'তে—

শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকন
'কবিতা-কোৱঁৰ'

নাফুক চাহবাগিচা
কবিতা-কুটীৰ
ডাকঘৰ—চক্ৰাই
অসম।
ইং ২১।৬।৬৪ চন

# আগ কথা

১৯৪৭ চনৰ পৰা মনত সৰ্ব্বধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা আপোনা-আপুনি উদয় হৈ দকৈ খুলি পুতি লয়। এই প্ৰবল ইচ্ছা পূৰণ কৰিব নোৱাৰি নানা ৰকমৰ অসাধ্য-সাধনৰ চেষ্টা আৰু প্ৰাণ পৰ্য্যন্ত উৎসৰ্গা দিবলৈ তিলমানো কুণ্ঠিত হোৱা নাছিলো। আজি বহুদিনৰ ঘাত-প্ৰতিঘাতৰ দেওনা পাৰ হৈ কিঞ্চিত সকাহ পাইছো, এই সামান্য দান জনগণৰ কল্যাণাৰ্থে আগ বঢ়াবলৈ; আৰু এই সুযোগতে নিজৰ জীৱনীটোৰো পাতনি মেলিবলৈ আগ বাঢ়িছো। এই পাতনি লিখাৰ মূলতে গৰ্ব বা অহঙ্কাৰৰ কক-বকনি নহয়, অথবা ব্যক্তিগত যশস্যা অৰ্জ্জনৰ লোভত কিতাপ লিখাৰো অভিপ্ৰায় নহয়। কেৱল মাত্ৰ দু-আষাৰ ব্যক্ত কৰিব খুজিছো মনৰ আবেগ আৰু বহুত দিনৰপৰা অন্তৰৰ সাঁচতীয়া-হেপাহ পূৰণাৰ্থে। এই সামান্য পুথিখনি আজি সংগ্ৰহ কৰিব পাৰি— আনে যিয়েই নাভাবাক লাগিলে, নিজকে নিজে এফেৰি সান্ত্বনা দিব পাৰিছো যে, "চেষ্টাই জীৱনৰ উজ্জ্বল পথ"। কিন্তু পুথিখনি কিমান উপযোগী হব নতুবা সমাজৰ আদৰ লাভ কৰিব পাৰিব তাকো চিন্তা কৰা নাই। মাত্ৰ অন্তৰত আছে প্ৰবল হাবিয়াস, যি নিজে সামান্য জানো তাক যদি পৰৰ উপকাৰৰ অৰ্থে বিলায় দিব পাৰো, এয়েই হব মোৰ জীৱনৰ একমাত্ৰ পুণ্য আৰু এই ক্ষুদ্ৰ জীৱনে ইয়াতেই বেছি তৃপ্তি লভিব। ইয়াতকৈ আৰু বেছি নিবিচাৰো। নালাগে ধন, মান, যশ, লাগে মাথো এফেৰি মৰমৰ উপদেশ।

মোৰ জীৱনী লিখিবলৈ মই ডাঙৰ মানুহ নহয়। এই নিঃকিনৰ জীৱন জীৱনী নহয়। তথাপি সাহস কৰাৰ এক মাত্ৰ কাৰণ হল— মানুহে জীৱ-জন্তুৰ আত্মকাহিনী লিখে; তাকো পঢ়ি মানুহে সুখ পায়। সেই দৰে মোৰ জীৱনী সঁচাকৈয়ে যদি মানুহৰ জীৱনী নহয়, তেন্তে উক্ত শ্ৰেণীৰ যি কোনো এটা জাতিৰ আত্মকাহিনীৰ দৰে নিশ্চয় হব।

ইয়াকে ভাবি লিখিবলৈ আগ বাঢ়িলো। আশা কৰো এই ত্ৰুটিৰ বাবে সকলোৱে দয়াৰ চকুৰে চাই উৎসাহ প্ৰদান কৰিব।

আমি আহোম টাই স্বৰ্গদেৱৰ বংশধৰ সকলতকৈ বহুত পিচত এই চেনেহী মাতৃ অসমৰ গৰ্ভত স্থিত দিছিলো। প্ৰায় ১৮শ শতাব্দীত অহা বুলিও কোনো কোনোৱে কয়। শতাব্দীৰ কথা যি কিয়েই নহওক, আমাৰ ভিতৰতে কেইবাটাও শাখা-প্ৰশাখা, সম্প্ৰদায় দেখিবলৈ পোৱা যায়। যেনে টাই ফাকে, টাই শ্যাম, টাই খামটি, টাই আইটন আৰু টাই তুৰুং। কিন্তু টাই খামটি আৰু টাই আইটনসকল উক্ত তিনিটা ফৈদ অহাৰ বাটেদি অহা নাই বুলিও কোনো কোনোৱে মত প্ৰকাশ কৰে। এতিয়া বুৰঞ্জীৰ কথা বাদ দি ধৰ্ম্মৰ ক্ষেত্ৰত বিচাৰ কৰিবলৈ গ'লে দেখা যায়, টাই আহোম ভাইসকলৰ বাহিৰে উক্ত পাঁচোটা ফৈদ বৌদ্ধধৰ্ম্মাৱলম্বী। এই বৌদ্ধ ধৰ্ম্ম এওঁলোকে মঙ্গোলীয় দেশৰ পৰা অনা; নতুন ধৰ্ম্ম নহয়। ই ভাৰতৰেই আৰ্য্য সভ্যতা বিস্তাৰৰ ধৰ্ম্ম। মহাৰাজ অশোকৰ মৈত্ৰীৰ গুণত নানা দেশত এই ধৰ্ম্মৰ প্ৰচাৰ হয় আৰু সেই মতে বৰ্ম্মা আদি দেশে বৌদ্ধ ধৰ্ম্মক সাৰোগত কৰি লয়। আমাৰ উক্ত ফৈদ কেইটাও প্ৰথমে মঙ্গোলীয়াৰ পৰা আহি বৰ্ম্মা দেশত বাস কৰিছিল। তাতেই তেওঁলোকে বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰে। সম্ভৱ আগত এওঁলোকৰ ধৰ্ম্ম মহাযানী আছিল। সি যি কি নহওক, মই জন্মগ্ৰহণ কৰা ফৈদটো হল টাই শ্যাম। কিন্তু ইয়াৰ ভিতৰত কেইবাটাও বংশ দেখা যায়। যেনে—পাংয়'ক, চাউলু, ৱাইলং, চাউলেক্, টুনখাং, থ'মুং, মৌকে, চাউহাই,……ইত্যাদি।

ইয়াৰ ভিতৰত মই হলো পাংয়'ক বংশধৰ। জনসংখ্যা আন কেইটাতকৈ এই বংশতেই বেছি। আমাৰ বুঢ়া দেউতাহঁতৰ ভাই-ককাই আছিল পাঁচজন। এজন ডেকা অৱস্থাতেই মৃত্যু হয়। তেওঁ আছিল কনিষ্ঠ। বাকী চাৰিজন হল—৺চাম শ্যাম—পুত্ৰ, ৺কানন, ৺খামকৌ, ৺চৈলা ইত্যাদি। ৺চা শ্যাম—পুত্ৰ-৺বহুৱা, শ্ৰীযুত চৰণ শ্যাম ইত্যাদি। ৺ছেং শ্যাম—পুত্ৰ ৺ইলাম শ্যাম। ৺থন শ্যাম—পুত্ৰ,-৺চৈপে ইত্যাদি।

ইয়াত আমাৰ দেউতাৰ নাম হল ৺ইলাম শ্যাম। এখেতৰ বয়স ১০।১২ বছৰ নৌহওঁতেই দেউতাকৰ মৃত্যু হয়। আনফালে মাকেও দলনিত পোনামেলি আন এজনৰ লগন নতুন সংসাৰৰ পাতনি আৰম্ভ

কৰে। দেউতাৰ নিজা ঘৰ নাছিল বুলি কলেও বঢ়াই কোৱা নহয়। এইদৰে তেওঁ আনৰ ঘৰত অতি কষ্টৰে দিন যাপন কৰে। কিন্তু তেওঁ সকলো কৰ্ম্মতে আছিল নিপুণ। অৱশেষত যেতিয়া ডেকা-ডাঙৰ হল, তেতিয়া তেওঁ সাংসাৰিক ক্ষেত্ৰত নামিবলৈ ইচ্ছা কৰে আৰু সেই মতে তেওঁ এগৰাকী মনিৰাম দেৱান দেৱৰ বংশধৰ শ্ৰীমতী পাহৈ শ্যাম নামৰ কন্যাৰ পাণি গ্ৰহণ কৰে। এওঁৱেই হল আমাৰ মাতৃ। এখেত সকলে দৈনন্দিন জীৱনত যে কিমান কষ্ট কৰিছিল, সি বৰ্ণনাতীত। এতিয়াও আমি আনৰ মুখৰ পৰা তেওঁলোকৰ দুখৰ কাহিনী শুনি চকুলো মুটুকি থাকিব নোৱাৰো। অৱশেষত তেওঁ-লোকৰ অসাধ্য সাধনাৰ দ্বাৰা লাহে লাহে খোৱাৰ ভাতমুঠি জোৰা মাৰি চলিব পৰা হল আৰু সেই সময়ত বৰ্ত্তমানৰ চলা পথাৰ শ্যাম গাৱঁত বহুত হাবি-বননিপূৰ্ণ মাটি আবাদী হৈ পৰি আছিল। সেই-বিলাক ভাঙি খেতিৰ উপযোগী মাটি কৰি লয়। তাৰ পাচত লাহেকৈ আনক এগাল-এমুঠি দিব পৰাৰ অৱস্থা হয়গৈ। তথাপি তেওঁলোকে মাটি-বাৰী বঢ়াবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

আগত যদিও দেউতা আৰু আইতা মাত্ৰ ঘৰখনিত দুজনহে হৈছিল কিন্তু অৱশেষত এটা ডাঙৰ পৰিয়াল গঢ়ি উঠিল। আমাৰ ভিতৰত শ্ৰীমতী গনৰী শ্যাম হল, সব ডাঙৰ বাইদেউ; তাইৰ পাচত শ্ৰীযুত খেতং শ্যাম, শ্ৰীযুত অংলি শ্যাম, শ্ৰীচুচেন শ্যাম (শ্ৰীশাসনবংশ ভিক্ষু), শ্ৰীৰোহিণী শ্যাম আৰু শ্ৰীঠাম্নু শ্যাম, আমি পাঁচজন ভাই ককাই।

এই দৰে আমি আঁঠজন হলোগৈ ঘৰখনিত। আৰু সেই সময়ত ঘৰখনিৰ অৱস্থা বেচ ঠন ধৰি উঠিছিল।

ইমানবিলাক কথা মোৰ আত্মকাহিনী কবলৈকে মেলা হল। ইয়াত যেন কোনো অপৰাধ বা দোষ বুলি নধৰে।

১৯২৬ চনৰ কাতি পূৰ্ণিমাৰ দিনাই মোৰ জন্ম। পূৰ্ব্ব কৰ্ম্মৰ বিকাৰত অধি মাহত জন্ম গ্ৰহণ কৰি, মৰো মৰো অৱস্থাৰ পৰা পিতৃ-মাতৃ, বাইদেউ আৰু ককাইদেউহঁতৰ আদৰ আৰু প্ৰতিপাল পৰশত আজি জীৱিত হৈ ৰলো এই নিঃকিন। উক্ত তাৰিখ কেইটাৰ বাহিৰে মোৰ জন্ম বিৱৰণীৰ আৰু বিশেষ পোৱা নাযায়। পিতৃ-মাতৃৰ দৈনন্দিন কৰ্ম্মব্যস্ততাত আমাৰ জন্ম সোঁৱৰণী লিখাৰ সময়কণো তেওঁলোকৰ

নাছিল। পিতৃ-মাতৃ আছিল নিৰক্ষৰ। কিন্তু তেওঁলোকৰ উদাৰ আৰু সৰল প্ৰাণে সকলোকে আপোন কৰি লৈছিল। আজিও তেওঁৰ সৰল প্ৰাণৰ উদাৰতাৰ কথা প্ৰত্যেকৰে মুখে মুখে। ১৯৫০ চনত আমাক এৰি তেওঁ বিদায় লয় এই মৰ্ত্ত্যধামৰ পৰা। এই পুথিখনি বিশেষকৈ তেওঁৰ উদ্দেশ্যে উৎসৰ্গা কৰিবলৈকে প্ৰথম হেপাহ।

যেতিয়া মোৰ বয়স প্ৰায় ৫।৬ বছৰ তেতিয়াও একেবাৰেই ক্ষীণ অৱস্থাত আছিলো। গতিকে তেওঁ ভাবিছিল যে, ইয়াৰ খেতি-বাতি কৰাৰ শক্তি নহব, গতিকে লিখা-পঢ়াৰ ফালে বেছিকৈ জোৰ দিয়ে। তেনে দৰে তেওঁৰ ইচ্ছা আৰু আশীৰ্ব্বাদত গাৱঁৰ এল, পি, স্কুল পাচ কৰি নাজিৰা হাইস্কুলত ১৯৪০ চনত নাম লগালোগৈ। সেই সময়ত ওচৰৰ গাৱঁত ক'তো হাই স্কুল, আন কি এম, ই, স্কুলো নাছিল। কিন্তু পঞ্চম মান শ্ৰেণী পোৱাৰ লগে লগেই স্বাধীনতাৰ গণ-বিপ্লবে ভাৰতবাসীৰ প্ৰাণত ঠাই ললে। যদিও বয়স কম আছিল, তথাপি স্বাধীনতা আন্দোলনত যোগ দান কৰি শেষ পৰ্য্যন্ত স্কুল ত্যাগ কৰিবলৈ বাধ্য হওঁ। এই দৰে কেইবাবছৰো ঘৰত খেতি-বাতি কৰি কটাবলৈ লওঁ আৰু লগে লগে বঙ্গভাষাত বৌদ্ধধৰ্ম্মৰ কেইখনিমান কিতাপ পঢ়িবলৈ আৰম্ভ কৰো। এই ক্ষেত্ৰত পিতাদেৱে অৰ্থাদি ভাঙনি কৰি দিয়াত সহায় কৰে। তেতিয়াৰ পৰাই মোৰ মন ধৰ্ম্মৰ ফালে হালিবলৈ আৰম্ভ কৰে। গাৱঁৰ নানা আমোদ-প্ৰমোদৰ মাজত থাকিও গধূলি পৰত বন্দনা বা প্ৰাৰ্থনাদি নকৰাকৈ শয্যাৰ আশ্ৰয় লোৱা নাছিলো। তাৰ পাচত ১৯৪৬ চনত দদাইদেৱৰ মৌজাৰ কামত সহায় কৰিবলৈ যাওঁ। কিন্তু তাৰ ৰাইজ আছিল অতি দুখীয়া। সময় মতে খাজনা দিব নোৱাৰি বহু নীলাম যাব লগা মাটি নিজৰ টকা দি সহায় কৰিছিলো। এই দৰে এপইচাও ঘৰলৈ আনিব নোৱাৰিলো। কাৰণ দেউতাৰ দুখৰ কথা প্ৰায় তেওঁ আমাক মাজে মাজে কয়, গতিকে আনৰ দুখ দেখিলেই দেউতাৰ কথা মনত পৰে। আৰু সহায় কৰিবলৈ অলপো কুণ্ঠা বোধ নহয়। তাৰ পাচত পুনৰ ঘৰলৈ ঘূৰি আহো। আৰু পুনৰ গাৱঁৰ মায়া-মোহত পৰিব লগা হয়। এনে বয়সত দেউতাকে আদি কৰি বহুতেই বিয়া কৰাবলৈকে সম্মতি প্ৰকাশ কৰিছিল। কিন্তু কিয় কব নোৱাৰো, বিবাহ কথাটোৱে মোৰ মন

অলপো টলাব নোৱাৰিলে। মই সদায় বৌদ্ধ বিহাৰত থাকিহে ভাল পাওঁ আৰু ধৰ্ম্ম-গল্পাদি শুনিহে শান্তি পাওঁ। এই দৰে কেইবা-জনো ভিক্ষুৰ লগত ঘৰত খেতি-বাতি কৰিও গধূলি পৰত আহি বহোহি।

এই দৰে এবাৰ শুনিবলৈ পালো যে, বৰ্ম্মাদেশত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ বৰ বেছি। এই কথা শুনাৰ লগে লগেই মোৰ পৰম বন্ধু শ্ৰীচাৰ্লি শ্যামৰ লগত বৰ্ম্মালৈ খোজেৰে যাবলৈ দিহা কৰো। সেই সময়তে হোকং ৰাজ্যৰ ভিক্ষু শ্ৰীমৎ উৰাংগাম মহাগুৰু দেৱ আমাৰ বিহাৰত (চলাত) আছিল। তেওঁৰো বৰ্ম্মালৈ যোৱাৰ প্ৰবল ইচ্ছা আছিল। অৱশ্যে তেওঁ বৰ্ম্মাদেশত বহুত বছৰ আছিল আৰু তেওঁ বৰ্ম্মী কথা খুব ভাল দৰেই জানে। তিনিওজনে কোৱা-মেলা কৰি ১৯৪৭ চনৰ ২৮ ডিচেম্বৰ দিনা বৰ্ম্মাৰ উদ্দেশ্যে লিডু-লাকাপানী পথেদি খোজ লওঁ। অৱশ্যে শিলগেট্ পৰ্য্যন্ত আমি মিলিটেৰী ট্ৰাকতেই গলো। শিলগেটৰ পৰাই পাটকাই পৰ্ব্বত উঠিব লগা হয়। পিঠিত তিনিওৰ তিনিটা বুকুনা নগাৰ দৰে। এই দৰে ৰাতি পৰ্ব্বততেই দামকলৰ পাত কাটি ঘৰ সাজি ডাঙৰ-ডাঙৰ দখৰা খৰি চাৰিওফালে জুই লগাই দিওঁ, কাৰণ বনৰীয়া জন্তু যাতে আমাৰ পঁজাৰ কাষলৈ নাহে। আৰু পূজনীয় শ্ৰীমৎ উৰাংগাম মহাগুৰুদেৱে গধূলিতে কিবা মন্ত্ৰ পাঠ কৰি গোটেই ঘৰটো দুই-চাৰি পাক ঘূৰে। ৰাতি কি আহে কব নোৱাৰো। ভাগৰত গোটেই ৰাতি নিঃসাৰ-সাৰ কৈ শুই পৰো। কুকুৰাৰ ডাকতেই এমুঠি ভাত চুঙাতে সিজায় খাই পুনৰ গোটেই দিনটোলৈ খোজ কাঢ়ো। দিনটোত মাত্ৰ ২০৷২৫ মাইলতকৈ বেছি যাব নোৱাৰো, কাৰণ পাহাৰীয়া পথ। পাটকাইৰ ওপৰত নংখেউ নংয়াঙৰ কাষেদি প্ৰায় দুদিনৰ মূৰত পাটকাই অতিক্ৰম কৰো। নংখেউ নংয়াং বিলখনি চাৰিটা পাহাৰে আগুৰি আছে। ইটো পাহাৰৰ পৰা সিটো পাহাৰ ৰিণিকি ৰিণিকি হে দেখা যায়; দ' ঠিক তেনে। আগেয়ে ইয়াত পানীৰে ভৰপূৰ আছিল। কিন্তু যুদ্ধৰ দিনত ইয়াত বহুত মিলিটেৰী মৰাত বো'ম দি তাৰ পানী ভৈয়ামলৈ বগৰাই দিয়ে। প্ৰবাদ আছে যে, তাত বোলে তিনিটা নাগ সাপ আছিল। এটা বো'মৰ কোবত মৰিল আৰু বাকী দুটা পাহাৰ ফুটোৱাই

ন-দিহিঙৰ ফালে আহিল। সেই কাৰণেই বোলে সেই কেই বছৰ প্ৰবল বানপানী হৈছিল আৰু ন-দিহিং খনিও ভেটি পেলাইছিল।

এই দৰে ক্ৰমান্বয়ে গৈ হোকং দেশ পালোগৈ। শিলগেটৰ পৰা প্ৰায় ১৫।২০ দিন লাগিছিল। তাৰ পাছত ইখনি চিংফৌ গাৱঁৰ পৰা সিখনিকৈ লাহে লাহে বৰ্ম্মাৰ মেকিনা ফাললৈ যাব ধৰিলো। চিংফৌ সকল ধৰ্ম্মত বৌদ্ধ বুলি কলেও বঢ়াই কোৱা নহয়। দুই এঘৰে মাত্ৰ খ্ৰীষ্টান ধৰ্ম্ম গ্ৰহণ কৰিছে। এওলোঁকৰ মন পৱিত্ৰ আৰু সৰল। গা ধোৱাৰ সময়ত এটা পোষাক মাত্ৰ। সেই সময়ত তেওঁলোকে একে লগেই ধোৱে; কিন্তু কাৰো প্ৰতি কোনো বেয়া দৃষ্টি নাই। ধান-চাউল উৎকৃষ্ট আৰু উভৈনদী, মাছ-মঙ্গহ অপাৰ। খোৱাৰ সময়ত আলহী গলেই খোৱা যাচে; নাখালে বৰ বেয়া পায়। আন কি কোনো কোনো ঘৰত গৃহস্থই নাই, কিন্তু চাউল পাত আদি সম্পূৰ্ণ আছে। তাত যি কোনো অতিথিয়ে গৈ সিজাই পকাই খাব পাৰে আৰু তাত ৰাতিও থাকিব পাৰে। কোনো আপত্তি নাই। অতিথি সকলেও খাইবৈ বস্তু-বেহানিবিলাক আগৰ দৰেই থৈ যায়। এইবিলাক কাৰ্যকলাপৰ দ্বাৰা তেওঁলোকৰ খোলা অন্তৰৰ কথা বুজিব পৰা যায়। এই দৰেই প্ৰায় ১৫ দিন মান গাৱেঁ-গাৱেঁ যোৱাৰ পাচত পুনৰ সৰু সৰু কিছুমান মানুহ নথকা পাহাৰ পাৰ হলোগৈ। অৱশেষত মেকিনালৈ যোৱা মটৰ চলাচলৰ পথ পালোগৈ। সেই সময়ত মেকিনাত এটা ডাঙৰ উৎসৱ হৈছিল। মেকিনা বৌদ্ধ বিহাৰত প্ৰায় ১০ দিন মান উৎসৱাদি চাই হোপেং বুলি কোৱা ঠাইলৈ গাড়ীৰে গলোগৈ। এই বিহাৰত প্ৰায় ৫০ জনমান ভিক্ষু থাকে। তাতে দুমাহমান কটালো। কাৰণ ইয়াতে আমাক এৰি শ্ৰীমৎ উৰাং গাম মহাগুৰুদেৱে মান্দালে, ৰেঙ্গুন আদি ঠাই পৰিদৰ্শন কৰিবলৈ গৈছিল। আমাক এৰি যোৱাৰ কাৰণ হল, টকা-পইচাৰ অলপ নাটনি পৰিল। কিন্তু ইয়াত থকাৰ পৰা আমাৰ বহুত লাভ হল। সেই বিহাৰৰ মহাস্থবিৰ জনে গৰুগাড়ীৰে আমাক লৈ গৈ বহুত ঠাই আৰু গাওঁ দেখুৱালে গৈ। আনকি পাহাৰত থকা কেইখনিমান ধ্যানৰ আশ্ৰম দেখুৱালেগৈ! শ-শ ভিক্ষু আছে, হাবিৰ ত'লে তলে, কিন্তু নিৰৱ নিস্তব্ধ। কোনো কাৰো লগত কথা-বতৰা নাই। নিজৰ নিজৰ ধ্যানত নিমগ্ন। কেৱলমাত্ৰ গুৰুৰ ওচৰলৈ

আহি তেওঁলোকৰ ধ্যানৰ বৰ্ণনা দিয়েছি আৰু গুৰুৱে কোন পৰ্য্যায়ত ধ্যান কৰিব লাগে তাক বুজায় দিয়ে, কিন্তু তাত বাহিৰা মানুহক্ষে নালাগে, কাম নেথাকিলে আন ভিক্ষু পৰ্য্যন্ত ৰাতি থাকিব নোৱাৰে। এই আশ্ৰম লোকালয়ৰ পৰা বহুত দূৰত।

এই দৰে দুমাহ অতিবাহিত কৰাৰ পাচত শ্ৰীমৎ উৰাংগাম মহাগুৰুদেৱ ঘূৰি আহিল, আৰু তাত দুই চাৰি দিন থাকি মোগং গাৱঁলৈ গলো। তেতিয়া আমি বৰ্ম্মী কথা অলপ অলপ কব পৰা হৈছোগৈ। মৌগং গাওঁ যেতিয়া পালোগৈ তেতিয়া সেই বিহাৰত থকা ভিক্ষুসকলে আৰু গাৱঁৰ বুঢ়া-বুঢ়ীসকলে আমাক কৈছিল যে, আমি বোলে আদিতে তাৰ পৰা অসম দেশৰ ফাললৈ অহা। সেইখন গাওঁ অসমত মুংৰি-মুংৰাম বুলি জনাজাত। উজনি বৰ্ম্মীসকলৰ মাজে মাজে অধিকাংশ মৌন টাইৰ সংখ্যাই বেচি। বাহিৰত বৰ্ম্মীকথা কয়, যদিও ভিতৰত টাই কথাহে কয়। বৰ্ম্মাত ভিক্ষু হবলৈ ইচ্ছা কৰিছিলো, কিন্তু এটা অসুবিধাত বিশেষকৈ নহলো। দেখিলো যে, বৰ্ম্মীভাষা শিকিবলৈকে অন্ততঃ দুই এবছৰ লাগিব। আকৌ বৌদ্ধ ধৰ্ম্ম শিক্ষা কৰোতে নাই কমেও পাঁচ বছৰ যাব। গতিকে ইয়াত কষ্ট হব বেচি। কিন্তু ফল পোৱা যাব অলপ, ইয়াকে ভাবি পুনৰ যোৱাৰ পথ ধৰিলো। পুনৰ সেই যোৱাৰ পথেদিয়েই সেই একে দৰে আহি হৌকং দেশ পালোহি। কিন্তু যেতিয়া উৰাংগাম মহাগুৰুদেৱৰ দেশ পালোহি তেতিয়া তেওঁ আৰু কেই মাহমান তাতে থাকিবলৈ ইচ্ছা কৰে। পিচে আমি দুজনে তাত থাকিবলৈ অসম্মতি প্ৰকাশ কৰিলো। তাৰ পাচত কেইজনমান চিংফৌ অসমলৈ বেপাৰৰ কাৰণে অহা লগ পালো। তেতিয়া তেওঁৰ পৰা বিদায় লৈ চিংফৌ কেইজনৰ লগতে আহি ১৫।২০ দিনত লিডু পালোহি। তাৰ পৰা গাড়ীত আহি ১৯৪৮ চনৰ প্ৰায় অক্টোবৰ মাহত নিজৰ জন্ম ঠাই চলাপথাৰ গাওঁ পালোহি। সেই বছৰত এজন নেপালৰ ভিক্ষু আমাৰ বিহাৰত আছিল। আৰু সেই বৰ্ষাৰ শেষতেই চলাপথাৰ বিহাৰলৈ ত্ৰিপুৰা প্ৰদেশৰ শ্ৰীমৎ বুদ্ধদত্ত গুৰুদেৱে মেট্ৰিক আৰু ত্ৰিপিটক পাচ কৰি আহিছিল। তেওঁক পাই হাততে স্বৰ্গ চুকি পোৱা যেন লাগিল। তেওঁক মোৰ হাবিয়াসৰ সকলো কথা কলো। আৰু তেওঁ মোৰ কথাত আনন্দিত হৈ মোক

শিক্ষা দিবলৈ হাতত লয়। তাৰ পাচত ১৯৪৮ চনৰ ডিচেম্বৰ মাহৰ ২৮ তাৰিখৰ দিনা গয়া আদি তীৰ্থ ভ্ৰমণ কৰিবলৈ লগ ধৰে। ময়ো ঘৰৰ পৰামৰ্শ লৈ আৰু বিশেষকৈ পূঃ শ্ৰীমৎ নন্দবংশ ভিক্ষু গুৰুদেৱৰ সঙ্গ পৰামৰ্শত যাবলৈ ওলালো।

২৮ ডিচেম্বৰ দিনা গধূলি চলা শ্যাম গাৱঁৰ পৰা তীৰ্থ ভ্ৰমণৰ উদ্দেশ্যে চফ্ৰাই ষ্টেচনত গাড়ী উঠিলো। গাড়ীত ২৷৩ দিন যোৱাৰ পাচত লুম্বিনী, কুশীনগৰ, সাৰনাথ, নালন্দা, ৰাজগৃহ আদি ঠাই পৰি-ভ্ৰমণ কৰি বুদ্ধগয়াত কলিকতাৰ মহাপণ্ডিত শ্ৰীমৎ ধৰ্ম্মধাৰ মহাস্থবিৰ ভন্তেৰ ওচৰত শ্ৰমণ ধৰ্ম্মৰ দীক্ষা গ্ৰহণ কৰো। তাৰ পাচত দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন আদি ঠাই ঘূৰি পাকিস্থান পালোগৈ। পাকিস্থানত প্ৰায় ১৫ দিনমান থাকি কলিকতা পালোহি। ইয়াত ১০৷১৫ দিন থকাৰ পাচত মাতৃভূমি অসমলৈ বুলি ঘূৰি আহিলো।

ঘৰত তীৰ্থভ্ৰমণৰ উপলক্ষে এখনি উৎসব পাতে। তাৰ পাচত গুৰুদেৱৰ ওচৰত পঢ়া-শুনা আৰম্ভ কৰো। আৰু সেই বছৰৰ পৰাই 'চলা জ্ঞানোদয় পালি বিদ্যালয়' আৰম্ভ হয়। প্ৰথম অৱস্থাত আমি ৩৷৪ জন মাত্ৰ ছাত্ৰ আছিলো। তাৰ ভিতৰত মোৰ পৰম বন্ধু শ্ৰীশাসনানন্দ শ্ৰমণৰ নাম উল্লেখযোগ্য। এওঁ মোৰ লগত আৰম্ভনীৰ পৰা আজিও আছেই।

যেতিয়া আমাৰ পঢ়াৰ নিয়ম-নীতি আদিৰ শৃঙ্খলা দেখিবলৈ পালে তাৰ পাচত ছাত্ৰৰ সংখ্যা দিনক দিনে বৃদ্ধি হবলৈ ধৰিলে। অৱশেষত আমি ৬০ জন ভিক্ষু শ্ৰমণে এই পালি বিদ্যালয়ত পঢ়াশুনা আৰু থকা-মেলাদি কৰিবলৈ লৈছিলো। সেই সময়ত মন্দিৰ আৰু মন্দিৰৰ লগত থকা ঘৰ কেইটাৰ বাহিৰে এশ হাত দীঘল এটা ছাত্ৰাবাস আছিল। সেই সময়ত চলাপথাৰ গাওঁ সদায় উৎসৱৰ দৰেই আনন্দ-মুখৰিত হৈ আছিল।

এই পালি বিদ্যালয়ৰ সাহায্যাৰ্থে দিচাং, মণিটিং, ৰহণ, ঔগুৰি, নামফাকিয়াল, টিপাম, বেতনী, বালিজান, ন-শ্যাম গাওঁ, পথাৰ গাওঁ আদি গাৱেঁ সকলো ফালে সহায় কৰিছিল। কিন্তু চলাপথাৰ শ্যাম গাওঁবাসী আছিল মুখ্য গুৰি ধৰোঁতা।

এই পালি বিদ্যালয়খনি ১৯৪৮ চনৰ আহাৰী পূৰ্ণিমাৰ দিনাই

সদৌ অসম বৌদ্ধ মহাসভাৰ দ্বাৰা প্ৰতিষ্ঠা কৰা হয়। প্ৰতিষ্ঠাতা হিচাবে শ্ৰীমৎ জিনৰতন মহাস্থবিৰ ত্ৰিপিটক বিশাৰদ, কৰ্ম্মবীৰ শ্ৰীমৎ নন্দবংশ মহাস্থবিৰ, ৰাজগুৰু শ্ৰীমৎ শীলবংশ থেৰ, বিনয় বিশাৰদ ডাঃ দুগ্ধনাথ গগৈ, শ্ৰীলক্ষীনাথ মোহন শ্যাম এম, এ, আদি। শ্ৰীমৎ নন্দবংশ মহাস্থবিৰদেৱে আজিও এই টোল কমিটিৰ সভাপতি হিচাবে আছে।

এই পালি বিদ্যালয়ৰ পৰা প্ৰত্যেক বছৰেই ২০।২৫ জন ছাত্ৰ-ছাত্ৰীয়ে পালি পৰীক্ষা দি সুনাম অৰ্জ্জন কৰি আহিছে গুৰুদেৱৰ তীক্ষ্ণ বুদ্ধিৰ দ্বাৰা যি দৰে শিক্ষাৰ ব্যৱস্থা কৰিছিল সি অতুলনীয়।

কিন্তু দুখৰ বিষয়, পালি বিদ্যালয়ৰ ভিতৰত নানা অভাব অসুবিধা আৰু অশান্তিয়ে দেখা দিলে, বিশেষকৈ চৰকাৰৰ পৰা তেনে কোনো সাহায্য নোপোৱাত, তাৰ ফলত ছাত্ৰবিলাক দিহা-দিহিকৈ যাবলৈ ধৰিলে। অৱশেষত আমি ৪।৫ জন মাত্ৰ থাকিলোগৈ। তাৰ পাচত গুৰুদেৱৰো মন ভাগি গল আৰু তেওঁ ১৯৫০ চনৰ অক্টোবৰ মাহত ইয়াৰ পৰা কলিকতালৈ যায় গৈ। তাৰ পাচত শ্ৰীমৎ ধৰ্ম্মবংশ ভিক্ষু দেৱে ইয়াত শিক্ষা দিবলৈ আহে। কিন্তু য'ত এবাৰ ভাঙ্গনৰ আৰম্ভ হয় তাক ৰক্ষা কৰা বৰ টান। শেষ পৰ্য্যন্ত আমাৰো মন ভাগি যাবলৈ আৰম্ভ কৰিলে। পাচত কলিকতাত থকা গুৰুদেৱৰ লগত ভিতৰি ভিতৰি যোগাযোগ কৰি কলিকতাত পঢ়িবলৈকে স্থিৰ কৰিলো। সেই মতে মোৰ সকলো ভাৰ গুৰুদেৱে বহন কৰিবলৈ স্বীকাৰ কৰিলে। সেই সময়ত মোৰ লগত আছিল মাত্ৰ বন্ধু শ্ৰীশাসনানন্দ, শ্ৰমনেৰ আৰু ভিক্ষু ধৰ্ম্মপাল। যোৱাৰ আগে তেওঁলোকক মোৰ সকলো কথা কলো। তেতিয়া মোৰ লগতে বন্ধু শ্ৰীশাসনানন্দ বিনয় বিশাৰদদেৱ যাবলৈ ওলাল। দুয়ো অলপ টকা পইচা সংগ্ৰহ কৰি লৈ ১৯৫০ চনৰ ২৮ ডিচেম্বৰৰ দিনা কলিকতাৰ অভিমুখে যাত্ৰা কৰো আৰু ১৯৫১ চনৰ ১ জানুৱাৰীৰ দিনা ধৰ্ম্মাঙ্কুৰ বিহাৰত উপস্থিত হওঁগৈ। আজিও মোৰ বন্ধু শ্ৰীশাসনানন্দ শ্ৰমণে তাতেই অধ্যয়ন কৰি আছে।

প্ৰথম অৱস্থাত যদিও নানা অসুবিধা ভোগ কৰিব লগা হৈছিল, কিন্তু অৱশেষত সকলোৱেই আপোন হৈ পৰিলেগৈ। বিশেষকৈ তাত আমি পালি শিক্ষা কৰিছিলো, পণ্ডিত শ্ৰীমৎ ধৰ্ম্মধাৰ মহাস্থবিৰ ত্ৰিপিটক বিশাৰদ, শ্ৰীমৎ ধৰ্ম্মপাল ভিক্ষু ত্ৰিপিটক বিশাৰদ, শ্ৰীমৎ অনুমদৰ্শী

ভিক্ষু সূত্ৰবিশাৰদ এম. এ. আৰু গুৰুদেৱ শ্ৰীমৎ বুদ্ধদত্ত ভিক্ষু এম. এ. ত্ৰিপিটক বিশাৰদদেৱৰ পৰা।

সেই সময়ত গাৱঁৰ মানুহে আমাৰ ভুল বুলি বহুতো অভিযোগ কৰিছিল। পিচে এবছৰৰ পাচত আমি বিনয় উপাধি পৰীক্ষা দিওঁ আৰু মোক এটা সোণৰ পদক পৰীক্ষাত প্ৰথম স্থান লাভ কৰাৰ বাবে প্ৰদান কৰে। এই খবৰ শুনাৰ লগে লগে অৱশ্যে সকলোৰে ভুল ধাৰণা ভাগে। এই দৰে ক্ৰমান্বয়ে ছবছৰ থকাৰ পাচত সকলো পৰীক্ষা শেষ কৰি অভিধৰ্ম্ম উপাধিত আৰু এটা সোণৰ পদক লাভ কৰো। অৱশ্যে এই ছ বছৰৰ ভিতৰত যে কিমান দুখ-কষ্ট ভোগ কৰিব লগা হৈছিল সি বৰ্ণনাতীত। যি কি নহওক, নিজৰ উদ্দেশ্য পুৰণ কৰিব পাৰি সকলো কথা পাহৰি গলো আৰু পুনৰ এম. এ. পঢ়াৰ এটা ডাঙৰ আশা অন্তৰত বৈ গ'ল। এই আশা পুৰণ কৰিবৰ কাৰণে ১৯৫৭ চনত নব নালন্দা বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিচাবে ডাঃ জিনানন্দ এম. এ পি. এইচ. ডি. ত্ৰিপিটক বিশাৰদ দেৱৰ সহায়ত ভৰ্ত্তি হওঁ। এই বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম হল তিনি বছৰ। অশেষ চেষ্টাৰ ফলত এই তিনি বছৰতে কেউটা পৰীক্ষা পাচ কৰি পালিৰ এম. এ. ডিগ্ৰী লাভ কৰো ১৯৫৯ চনত। তাৰ পাচত ৰিচাৰ্ছ (গবেষণা) কৰাৰ প্ৰবল ইচ্ছা আছিল। কিন্তু আৰ্থিক সমস্যাই আৰু বেচি আগ বাঢ়িবলৈ নিদিলে। ইয়াতেই শিক্ষা সাং কৰিব লগাত পৰে। এই সুদীৰ্ঘ দহ বছৰ কাল পালি বিদ্যালয়, শ্ৰীজিনৰতন ভিক্ষু আৰু শ্ৰীধৰ্ম্মপাল ভিক্ষুৱে পৰিচালনা কৰিছিল।

১৯৫৯ চনৰ ডিচেম্বৰ মাহত নিজ জন্মভূমিলৈ ঘূৰি আহো। আৰু য'ত এদিন জীৱনৰ প্ৰথম পাতনি মেলিছিলো, সেই নিজ গাৱঁৰ চলা জ্ঞানোদয় পালি বিদ্যালয়ৰ অধ্যক্ষৰ ভাৰ গ্ৰহণ কৰিব লগাত পৰে। সেই মতে আজি দুবছৰ কাল ইয়াত শিক্ষা দিবলৈ লৈছো আৰু লগতে এই 'সদ্ধৰ্ম্ম শিক্ষা' পুথিখনিৰ প্ৰথম খণ্ড প্ৰকাশ কৰিবলৈ সুবিধা লাভ কৰিছো। যদি ৰাইজে এই পুথিখনিৰ প্ৰতি আগ্ৰহ দেখুৱাই তেন্তে দ্বিতীয় খণ্ডটো উলিয়াবলৈ সকলো সংগ্ৰহ কৰি ৰখা হৈছে। আৰু অসমীয়া পালি ব্যাকৰণ, মেট্ৰিকৰ পালি পাঠমালা আৰু লোকনীতি কিতাপ কেইখনিও ইতিমধ্যে প্ৰকাশৰ চেষ্টা কৰা হৈছে।

এই 'সদ্ধৰ্ম্ম শিক্ষা' পুথিখনিৰ বিষয়-বস্তুবিলাক নানা গ্ৰন্থৰ পৰা সংগ্ৰহ কৰি অসমীয়ালৈ অনুবাদ কৰা হৈছে।

বিশেষকৈ সহায় লোৱা হৈছে—প্ৰজ্ঞাভাবনা, সদ্ধৰ্ম্ম ৰত্নমালা, সদ্ধৰ্ম্ম ৰত্নাকৰ, সদ্ধৰ্ম্ম দীপিকা, সাৰসংগ্ৰহ, বৌদ্ধ ধৰ্ম্ম আৰু সাহিত্য, উপাসনা, ইত্যাদি। আৰু পূঃ শ্ৰীমৎ জিনৰতন মহাস্থবিৰ দেৱৰ বন্দনা ও নীতি শিক্ষা আৰু পূঃ শ্ৰীমৎ নন্দবংশ মহাস্থবিৰ দেৱৰ সকলো পুথিৰ আহি আৰু কিছুমান বিষয়-বস্তু গ্ৰহণ কৰা হৈছে। তাৰ লগতে গুৰুদেৱ শ্ৰীমৎ বুদ্ধদত্ত ভন্তেৰ ৰচিত কিছুমান গাথাও ইয়াত সন্নিবিষ্ট কৰা হল। এই বিষয়ে গ্ৰন্থকাৰ সকলৰ ওচৰত মই চিৰ ঋণী।

এই 'সদ্ধৰ্ম্ম শিক্ষা' পুথিখনি লিখাৰ বাবে প্ৰথম উৎসাহ যোগায় মোৰ পৰম বন্ধু শ্ৰীশাসনানন্দ শ্ৰমণ আৰু শ্ৰীযুত লক্ষীনাথ মোহন শ্যাম এম. এ দেৱে, ১৯৫৪ চনত কলিকতাত থাকোতে। গতিকে তেওঁলোকৰ কথা স্মৰণীয়।

কিতাপখনি চাই মেলি দিয়াৰ কামত শ্ৰীমৎ নন্দবংশ মহাস্থবিৰ, ডঃ দুগ্ধনাথ গগৈ, শ্ৰীযুত লক্ষীনাথ মোহন শ্যাম, শ্ৰীমৎ ধৰ্ম্মপাল ভিক্ষু, শ্ৰীমৎ প্ৰজ্ঞানন্দ ভিক্ষু, শ্ৰমণ গুণাচাৰ, শ্ৰমণ খেমাদত্ত, শ্ৰমণ জ্ঞানীন্দ্ৰ, ভিক্ষু সুগতপ্ৰিয়, শ্ৰীঠানু শ্যাম, শ্ৰীসুৰেন শ্যাম, শ্ৰীমানিক শ্যাম, শ্ৰীঅৰুণ শ্যাম, শ্ৰীযোগেশ শ্যাম, শ্ৰীযোগেন শ্যাম, শ্ৰীদিনা শ্যাম, শ্ৰীভুপেন শ্যাম, শ্ৰীলাহেশ্বৰ শ্যাম, শ্ৰীমুকুতা শ্যাম, শ্ৰীউপেন শ্যাম, শ্ৰীকটিয়া শ্যাম আৰু শ্ৰমণ জ্ঞানশ্ৰীয়ে নানা কামত সহায় কৰাৰ বাবে কৃতজ্ঞতা স্বীকাৰ কৰিছো।

সৰ্ব্বশেষত স্বীকাৰ কৰো যে, সদৌ অসম বৌদ্ধ মহাসভাৰ সভাপতি পণ্ডিত-প্ৰবৰ গুৰুদেৱ শ্ৰীমৎ জিনৰতন মহাস্থবিৰ, ত্ৰিপিটক বিশাৰদ দেৱে এই পুথিখনিৰ পাতনি লিখি দি পুথিৰ মূল্য বঢ়াই তোলাত তেখেতৰ প্ৰতিও মোৰ আন্তৰিক শ্ৰদ্ধা আৰু শলাগৰ শৰাই আগ বঢ়ালো।

অসমবাসীসকলে এনেবিধ পুথিৰ অভাৱ বহুদিনৰ পৰাই উপলব্ধি কৰি আহিছে যদিও এনে ধৰণৰ স্থূল কলেৱৰৰ পুথি প্ৰকাশ কৰা আমাৰ পক্ষে অসম্ভৱ। এইবিলাক অসুবিধাৰ বাবেই আজিও বহু ক্ষেত্ৰত হাত দিবলৈ ভয় হয়। কিন্তু সৌভাগ্যৰ বিষয়, অসম চৰকাৰে এনে অসুবিধা-বিলাক দূৰ কৰি ৰাইজৰ মাজত জ্ঞানৰ পোহৰ বিলাবৰ উদ্দেশ্যে যি

'অসম পাব্লিকেচন ব'ৰ্ড' গঠন কৰি দিছে, ইয়াৰ দ্বাৰা অসমবাসীৰ অশেষ উপকাৰ সাধন কৰিব পাৰিব। গতিকে চৰকাৰ তথা ব'ৰ্ডৰ কৰ্ম্ম-কৰ্ত্তাবৃন্দৰ প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা আগ বঢ়ালো আৰু বৃহৎ কলেৱৰৰ 'সদ্ধৰ্ম্ম শিক্ষা' পুথিখনি প্ৰকাশ কৰি সহায় কৰাত তেওঁ-লোকলৈ মোক আন্তৰিক ধন্যবাদ আগবঢ়ালো।

'কবিতা কোৱঁৰ' কবি শ্ৰীযুত অম্বেশ্বৰ চেতিয়াফুকন দেৱে, তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি পুথিখনি পঢ়ি অভিমত দিয়াত তেখেতলৈ শুভেচ্ছা আৰু ধন্যবাদ জ্ঞাপন কৰিলো। তেখেতৰ অভিমতে পুথিখনি আৰু জনপ্ৰিয় কৰি তোলাত মৰমৰ নিদৰ্শন চিৰদিনলৈ ৰ'ল।

প্ৰকাশন ব'ৰ্ডৰ আগৰজনা সচিব শ্ৰীযুত বিশ্বনাৰায়ণ শাস্ত্ৰী এম. এ দেৱৰ সজ উপদেশ আৰু সৎপৰামৰ্শৰ দ্বাৰাই সকলোবিলাক গাথা-বন্দনা অনুবাদ কৰিবলৈ বাধ্য হলো। প্ৰথমে মই পালিৰ লগত অনুবাদ দিয়া নাছিলো। কিন্তু তেখেতৰ দূৰদৰ্শী উপদেশে 'সদ্ধৰ্ম্ম শিক্ষা' পূৰ্ণাঙ্গ কৰি তোলাত, তেখেতলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

'নব নালন্দা মহাবিহাৰ'ৰ এম. এ. ছাত্ৰ শ্ৰীমান ধৰ্ম্মপাল ভিক্ষু, বিনয়-শাস্ত্ৰী, ভাইটিয়ে 'সদ্ধৰ্ম্ম শিক্ষা' পুথিখনিৰ 'আৱৰণী আঁকি' চকুত লগা কৰি দিয়াত, আৱৰণীৰ দৰেই চিৰদিন মৰমৰ আৱৰণী অমৰ হৈ জিলিকি ৰল।

অসম প্ৰকাশন পৰিষদৰ বৰ্ত্তমান সচিব শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শাইকীয়া দেৱে সকলো ক্ষেত্ৰতে পুথিখনি শীঘ্ৰে প্ৰকাশ পোৱাৰ অশেষ চেষ্টা কৰাত তেখেতৰ নিৰাময় জীৱন কামনা কৰি কৃতজ্ঞতা স্বীকাৰ কৰিলো।

অসমত নামজ্বলা কলিকতাৰ "নৱজীৱন প্ৰেছ"ৰ মেনেজাৰ শ্ৰীযুত কালীচৰণ পাল দেৱে ছপাৰ কামত বিশেষ চকু নিদিলেহেঁতেন আৰু কাৰ্য্যভাৰ নিজে গ্ৰহণ নকৰিলেহেতেন তেন্তে পুথিখনি কেতিয়াও ইমান কমসময়ৰ ভিতৰতে ৰাইজৰ আগলৈ আগবঢ়াব পৰা নহলহেতেন। গতিকে তেখেতৰ সুখময় জীৱন কামনা কৰি শলাগ লৈছো।

সদৌ শেষত তথাগতৰ ওচৰত বিশ্বমৈত্ৰী আৰু শান্তি প্ৰাৰ্থনা কৰি কৃতজ্ঞতাৰে সামৰণি মাৰিলো। ইতি—

বিনীত

১৯৬৯ গ্ৰন্থকাৰ

# ভূমিকা

বৌদ্ধ ধৰ্ম্মৰ মূল নীতিবিলাক ত্ৰিপিটক গ্ৰন্থত সংগৃহীত হৈছে। এই ত্ৰিপিটক গ্ৰন্থ সূত্ৰ, বিনয় আৰু অভিধৰ্ম্ম পিটক নামে জনাজাত। বিনয় পিটক—অনাদেশনা বা প্ৰজ্ঞাপ্তি বিধান অৰ্থাৎ ভিক্ষু-ভিক্ষুণী সকলৰ ভাৱনাময় জীৱনৰ নিয়ম প্ৰণালী। সূত্ৰ পিটক—বোহাৰ দেশনা বা ব্যৱহাৰৰ বিধি অৰ্থাৎ নানা ঠাইত নানা জনৰ মতবাদ খণ্ডন নীতি। অভিধৰ্ম্ম পিটক—পৰমাৰ্থ দেশনা বা পৰমাৰ্থ তত্ত্ব বিষয়ক জ্ঞান অৰ্থাৎ বৌদ্ধ দৰ্শন নীতি।

স্বৰ্ণপদক প্ৰাপ্ত শ্ৰীমান শাসনবংশ ভিক্ষু, এম, এ, আচৰিয়, ত্ৰিপিটক বিশাৰদৰ সংগৃহীত 'সদ্ধৰ্ম্ম শিক্ষা' গ্ৰন্থখনি সূত্ৰ পিটকৰ পৰা সংগৃহীত। এই গ্ৰন্থখনি অনুবাদ হোৱাত ধৰ্ম্মপ্ৰাণ ৰাইজৰ বহুত উপকাৰ হব আৰু অসমীয়া ভাষাও সমৃদ্ধিশালী হব—ইয়াত অকণো সন্দেহ নাই। এই গ্ৰন্থখনিয়ে ৰাইজৰ বহু নজনা বিষয় জনাত সহায় কৰিব। আন হাতে অসম সংস্কৃত বোৰ্ডৰ ছাত্ৰ-ছাত্ৰী সকলৰ পৰীক্ষাত বিশেষ বৰঙণি যোগাব। গতিকে এই গ্ৰন্থখনিৰ বহুল প্ৰচাৰৰ বাবে কামনা কৰো।

সদ্ধৰ্ম্ম শিক্ষাৰ প্ৰথম পৰিচ্ছেদত, দুৰ্ল্লভ মানৱ জীৱনৰ কৰ্ত্তব্য, বন্দনা, আদি সন্নিবিষ্ট কৰা হৈছে।

দ্বিতীয় পৰিচ্ছেদত—পূজাৰ প্ৰয়োজনীয়তা আৰু উৎসৰ্গা বিলাকৰ লগতে অসমীয়া পদ্যছন্দত পদ্য দিয়াৰ বাবে ৰাইজে মুখস্থ কৰি আবৃত্তি কৰিবলৈ সুবিধা পাব।

তৃতীয় পৰিচ্ছেদত—দানৰ বিধি, কঠিন চীৱৰ দান আৰু প্ৰব্ৰজ্জা বিধি লিপিবদ্ধ হোৱাৰ বাবে ৰাইজৰ দান চেতনা প্ৰবল হব আৰু দানৰ বিষয়ে অভিজ্ঞতা লাভ কৰি, মন পবিত্ৰ কৰাত সহায় কৰিব। বৌদ্ধ ধৰ্ম্মৰ প্ৰব্ৰজ্জা বা দীক্ষা গ্ৰহণ কৰাতো, বৌদ্ধ-ৰাজ্যসমূহৰ, ৰজা-মন্ত্ৰী, প্ৰজা, ধনী-দুখীয়া, প্ৰত্যেকৰেই জীৱনত এটা বিধি। অৰ্থাৎ

ধৰ্ম্মপ্ৰাণ পিতৃ-মাতৃয়ে নিজে প্ৰব্ৰজ্জিত হব নোৱাৰিলে নিজৰ পুত্ৰক দীক্ষা গ্ৰহণ কৰাই বৌদ্ধ শাসনৰ উত্তৰাধিকাৰী হৈ থাকে। ইয়াৰ দ্বাৰা বৌদ্ধ শাসনৰ শ্ৰীবৃদ্ধি হয়। কিন্তু আমাৰ অসম প্ৰদেশত এই নিয়মৰ ব্যতিক্ৰম দেখিবলৈ পোৱা যায়। এই কাৰণেই অসমত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ দিনক দিনে মৰহি যাব ধৰিছে। 'সদ্ধৰ্ম্ম শিক্ষা'ত প্ৰব্ৰজ্জা বিধি যেনেদৰে বহলাই লিখিছে তাক অসমবাসীয়ে পঢ়ি শাসনৰ অধিকাৰী হবলৈ নিজৰ পুত্ৰ-কন্যা দান কৰি বৌদ্ধ শাসনৰ শ্ৰীবৃদ্ধি কৰাত সহায় কৰিব।

চতুৰ্থ পৰিচ্ছেদত—প্ৰজ্ঞাভাবনা বা গম্ভীৰ অভিধৰ্ম্ম দৰ্শনৰ সৰল ব্যাখ্যা দিয়া হৈছে। এই প্ৰজ্ঞাভাবনা অতি গম্ভীৰ আৰু জটীল। এনে জটীল মনস্তত্ত্বৰ জ্ঞান বুজিবলৈ বা বুজাবলৈ হলে দুয়োজনৰেই যথেষ্ট জ্ঞান থকাৰ প্ৰয়োজন। কিন্তু গ্ৰন্থকাৰে যি সৰল পদ্ধতিৰে ব্যাঁখ্যা দিছে তাক সাধাৰণ মানুহেও উপলব্ধি কৰিব পাৰিব। গতিকে এই প্ৰজ্ঞাভাৱনা ব্যাখ্যাই ৰাইজৰ অশেষ উপকাৰ হব।

পঞ্চম পৰিচ্ছেদত—সূত্ৰ সংগ্ৰহ অৰ্থাৎ ২৭টা সূত্ৰ আৰু তাৰ অসমীয়া ভাঙ্গণি দিয়াত ভিক্ষু শ্ৰমণ তথা ৰাইজৰ অৰ্থ হৃদয়ঙ্গম আৰু মুখস্থ কৰাত অতি সহজ আৰু সুবিধা হৈছে। আন হাতে পালিৰ ছাত্ৰ-ছাত্ৰী সকলৰো অশেষ উপকাৰ হৈছে। আমাৰ অসমত এনে গ্ৰন্থৰ অভাৱ হেতুকে আমাৰ ছাত্ৰ-ছাত্ৰী সকলে বৌদ্ধ ধৰ্ম্মৰ মূল মন্ত্ৰ নুবুজি এই নীতিৰ পৰা আঁতৰি যাব ধৰিছে; কিন্তু এই গ্ৰন্থখনিয়ে তাৰ অভাব পূৰণ কৰিছে।

বিবিধঃ আবাহ-বিবাহ, সমাজ-ব্যৱস্থাৰ নীতিকথা ব্যাখ্যা কৰি এটা মহৎ কাম কৰিছে। কাৰণ এনে সমাজ-বন্ধন নীতি নেথাকিলে সমাজ অচিৰে ধ্বংস হৈ যাব। গতিকে গ্ৰন্থকাৰে বুদ্ধ প্ৰণীত সমাজ নীতি 'সদ্ধৰ্ম্ম শিক্ষা' গ্ৰন্থত লিপিবদ্ধ কৰি ৰাইজৰ অশেষ উপকাৰ সাধন কৰিছে। যাতে এই নীতি সমাজত প্ৰচলন হয় সেই উদ্দেশ্যে ইয়াৰ বহুল প্ৰচাৰ কামনা কৰিলো। কুমাৰ প্ৰশ্ন আৰু শিক্ষণীয় বিষয় বিলাক লিপিবদ্ধ কৰাত ছাত্ৰ-ছাত্ৰী সকলৰ ভদ্ৰতা শিক্ষাৰ অঙ্গ পূৰণ কৰিছে।

উৎসাহী প্ৰবীণ তৰুণ যুৱক ভিক্ষু অধ্যক্ষ শাসনবংশই, চলা

চলা জ্ঞানোদয়ৰ পালি বিদ্যালয়ত যি দৰে আত্মনিয়োগ কৰিছে, আমি সদৌ বৌদ্ধ ৰাইজে তেওঁক সৰ্ব্বান্তঃকৰণে সহায় কৰিলে অচিৰে এই পালি বিদ্যালয়খনি পালি কলেজত পৰিণত কৰিব পাৰিব। ভিক্ষু শাসনবংশই এই মহৎ উদ্দেশ্য শিৰত লৈ টোল ঘৰ নিৰ্ম্মাণ কৰিবলৈ আপ্রাণ চেষ্টা কৰিছে। মই সকলো ৰাইজকে তেওঁৰ কাৰ্য্যত ওলগ জনাবলৈ আহ্বান কৰিছো আৰু সহায় সহানুভূতি কামনা কৰিছো। শেষত শ্ৰীমানৰ নিৰাময় দীৰ্ঘায়ু কামনা কৰিলো। ইতি—

তাং—৩।৪।৬২

শ্ৰীমৎ পণ্ডিত জিনৰত্ন মহাস্থবিৰ,<br>
ত্ৰিপিটক বিশাৰদ<br>
সভাপতি, সদৌ অসম বৌদ্ধ মহাসভা,<br>
চিলং, অসম।

# সূচীপত্র

## দ্বিতীয় পৰিচ্ছেদ



## তৃতীয় পৰিচ্ছেদ

## চতুৰ্থ পৰিচ্ছেদ

## প্ৰথম পৰিচ্ছেদ

### দুৰ্লভ মানৱ জীৱন আৰু কৰ্ত্তব্য

সকলো বিষয়ত পাৰ্গত সুনিপুণ সম্যক সম্বুদ্ধসকলে বিশ্বৰ হিতৰ কাৰণে জগতত আবিৰ্ভাৱ হয়। আঢ়ৈ-হেজাৰ বছৰৰো পূৰ্ব্বে ভগৱান গৌতম বুদ্ধই আবিভূৰ্ত হৈ বিশ্বব্ৰহ্মাণ্ডৰ কল্যাণৰ কাৰণে তেওঁৰ সত্যধৰ্ম্মৰ অমৃতময় বাণী প্ৰচাৰ কৰি যায়। তেওঁ কৈছে—"অট্‌ঠক্‌খণ বিনিম্মুত্তং খণং পৰম দুল্লভং, উপলদ্ধেন কত্তব্বং পুঞ্ঞং পঞ্ঞাৱতা সদা।"

আঁঠটা বেয়াক্ষণৰ পৰা মুক্ত, সুক্ষণ লাভ কৰাই সৌভাগ্য। সেই আঁঠটা সুক্ষণ লাভ কৰি জ্ঞানীসকলৰ লগত সদায় পুণ্যকৰ্ম্ম কৰা উচিত।

আঁঠটা বেয়াক্ষণ-নৰক, প্ৰেতযোনি, তিৰ্য্যকযোনি, অৰূপ অসংজ্ঞালোক, সীমান্ত প্ৰদেশ, বিকলাঙ্গ, মিথ্যা-দৃষ্টিসম্পন্ন আৰু বুদ্ধ উৎপন্ন নোহোৱা সময়ত জন্মগ্ৰহণ কৰা,—এই আঁঠটা ঠাইত বা সময়ত জন্মগ্ৰহণ কৰিলে প্ৰাণীবিলাকে পুণ্যকৰ্ম্ম কৰি নিৰ্ব্বাণ সাক্ষাৎ কৰা অসম্ভৱ বুলিয়েই বেয়াক্ষণ বুলি কোৱা হয়। এই বেয়াক্ষণবিলাকত জন্মগ্ৰহণ নকৰিবৰ কাৰণে, দুৰ্লভ মানৱজীৱনৰ পক্ষে পুণ্যাৰ্জ্জন সৰ্ব্বতোপ্ৰকাৰে শ্ৰেয়। সেই বাবে শ্ৰেষ্ঠ জীৱন লাভ কৰি পুণ্যকৰ্ম্ম কৰিবলৈ অৱহেলা বা প্ৰমত্ত হোৱা উচিত নহয়।

মানুহে কিয় পুণ্যকৰ্ম্ম কৰিব লাগে? তেওঁ কৈছে—"মা ভিক্‌খৱে পুঞ্ঞানং ভয়িত্থ সুখস্‌স এতং অধিবচনং ইট্‌ঠস্‌স কন্তস্‌স পিয়স্‌স মনাপস্‌স য়দিদং পুঞ্ঞানী'তি।

হে ভিক্ষুসকল! তোমালোকে পুণ্যকৰ্ম্ম কৰিবলৈ ভয় নকৰিবা, সুখ, ইষ্ট, শান্ত, প্ৰিয় আৰু মনোজ্ঞৰ আন এটা নাম পুণ্য। মানুহ সুখাভিলাষী বুলিয়েই সুখৰ নিদান পুণ্য-সঞ্চয় কৰে, তাৰ বিপৰীত দুখৰ হেতু পাপ সৰ্ব্বতোভাৱে বৰ্জ্জন কৰিবা। কাৰণ মানুহে দুখ নিবিচাৰে।

পাপ বা পুণ্য কি? তেওঁ কৈছে—"চেতনাহং ভিক্‌খৱে কম্মং বদামি।" হে ভিক্ষুসকল! মই চেতনাকেই কৰ্ম্ম বুলি কওঁ। মনৰ ফালৰ পৰা কৰলৈ গলে—নিৰ্ম্মল (কুশল) চিত্তৰে সম্পাদিত কৰ্ম্মই কুশল কৰ্ম্ম আৰু কলুষ (অকুশল) চিত্তৰে সম্পাদিত কৰ্ম্মই অকুশল কৰ্ম্ম। সেই কাৰণে সুখাকাঙ্ক্ষী মানুহে কুশল-চিত্ত উৎপন্ন কৰি সৎকৰ্ম্মৰ দ্বাৰা পুণ্যসঞ্চয় কৰে। গৃহীসকলে সদায় পুণ্যকৰ্ম্ম সম্পাদন কৰা সম্ভৱপৰ নহয়। কাৰণ—"সম্বাধো ঘৰৱাসো ৰজোপথো।" সাংসাৰিক জীৱনৰ নানা প্ৰকাৰ কৰ্ম্মই বাধাগ্ৰস্ত আৰু কলুষপূৰ্ণ। গতিকে পুণ্যসঞ্চয় কৰি দুৰ্ল্লভ মানৱ জীৱন সাৰ্থক কৰিবলৈ হলে, প্ৰত্যেক বৌদ্ধ গৃহীৰ প্ৰতিদিন পুৱা-গধূলি আৰু সপ্তাহত এবাৰ সম্মিলিতভাৱে বিহাৰত ত্ৰিৰত্ন উপাসনা কৰাৰ একান্ত প্ৰয়োজন।

পাপ আৰু পুণ্যৰ ৰূপ কেনে ধৰণৰ?

পাপ আৰু পুণ্যৰ ৰূপ মনৰ ফালৰ পৰা কৰলৈ গলে, পাপ—কলুষপূৰ্ণ, অশুদ্ধ—ক'লা; পুণ্য—নিৰ্ম্মল, শুদ্ধ—বগা। কিন্তু এইটোৱেই যথেষ্ট নহয়। অন্ধক—বগা বা ক'লাৰ বৰণ বুজায় দিয়া যেনে কঠিন, তেনেকৈ পাপ-পুণ্য আনক বুজায় দিয়াও কঠিন। তথাপি ইয়াকেই থুল-মূলকৈ কব পাৰি যে, যি কৰ্ম্ম কৰিবলৈ ভয় আৰু লাজ নালাগে, সেই কৰ্ম্মই হল পুণ্য আৰু যি কৰ্ম্ম

কৰিবলৈ ভয় আৰু লাজ লাগে, সেই কৰ্ম্মই হল পাপ। পালি ভাষাত, "পাপস্‌স বিপৰিনামং দুকৃখং, পুঞ্‌ঞস্‌স বিপৰিনামং সুখং।" পাপৰ বিপৰীত নাম হল দুখ আৰু পুণ্যৰ বিপৰীত নাম হল সুখ।

উপাসনাৰ অৰ্থ কি?

উপাসনা—উপ-উপস্বৰ্গ ( ওপৰত ) + আসনা = আসন গ্ৰহণ কৰা। বুদ্ধোপাসনাৰ সময়ত শ্ৰদ্ধাৱানসকলে বুদ্ধৰ গুণ নিজৰ মনত নিৱিষ্ট ৰাখিব। ইয়াৰ দ্বাৰা তেওঁ, "সত্থাৰা সংবাস সঞ্‌ঞং পটিলভতি",— শাস্তাৰ সহবাস বা সান্নিধ্য বা সাক্ষাৎ সংজ্ঞা লাভ কৰিব। শাস্তা পৰিনিৰ্ব্বাণ প্ৰাপ্ত হলেও উপাসনাকাৰীয়ে উপাসনাৰ সময়ত তেওঁৰ গুণত প্ৰতিষ্ঠিত হৈ অথবা তেওঁৰ গুণ অনুস্মৰণ কৰি বিপুল আনন্দ, সুখ আৰু পুণ্য-সঞ্চয় কৰিব পাৰে। ঠিক তেনেকৈ ধৰ্ম্ম আৰু সংঘ উপাসনাকাৰীয়েও সঙ্গসুখ লাভ কৰি সৌভাগ্যবান হব পাৰে। বন্দনা, স্তুতি, আৰাধনা, অৰ্চ্চনা আৰু প্ৰাৰ্থনা অৰ্থও উপাসনাৰেই প্ৰতিশব্দ।

উপাসনা কৰাৰ নিয়ম আৰু প্ৰকাৰ ভেদ।

উপাসনা দুই প্ৰকাৰ—অকলশৰে আৰু সংঘবদ্ধভাৱে পুৱা শয্যা ত্যাগৰ পাচত বহিঃকৰ্ম্ম সম্পাদনৰ শেষত হাত-মুখ ধুই পৰিষ্কাৰ কৰি লব লাগে। তাৰ পাচত সম্ভব হলে হাতত ফুল লৈ ঘৰত বুদ্ধমূৰ্ত্তি বা ওচৰত বিহাৰ থাকিলে, তালৈ গৈ বুদ্ধমূৰ্ত্তিৰ সম্মুখত শ্ৰদ্ধাভৰা অন্তৰে পুষ্প পূজা কৰি শান্ত-চিত্তে লাহে লাহে অৰ্থ উপলব্ধি কৰি একাগ্ৰতাৰে বুদ্ধৰ গুণ, ধৰ্ম্মৰ গুণ, আৰু সংঘৰ গুণাদি আবৃত্তি কৰিব লাগে। সাংসাৰিক কৰ্ম্মৰ হেঁচাত ফুলাদি সংগ্ৰহ কৰিব নোৱাৰিলে পদুমফুলৰ দৰে নিজৰ হাত দুখনিকে যোৰ কৰি উপাসনা কৰিব লাগে। উপাসনাৰ প্ৰথম অৱস্থাত মন চঞ্চল হয়, তাৰ ওপৰিও গৃহ-কৰ্ম্মৰ জঞ্জালত মন একাগ্ৰ কৰিব পৰা নাযায়। তেতিয়া এইদৰে চিন্তা কৰা উচিত—"কাম নিশ্চয় কৰিম, সেই কামৰ ভিতৰত ইও এটা কাম। কেৱল এটা কামেই নহয়, ইয়াক

সকলো কামতকৈ আগে কৰিব লগা কাম। মই যেতিয়ালৈকে উপাসনা কামত ব্যস্ত থাকিম তেতিয়ালৈকে আন কামৰ কথা মনলৈ নানিম।” এইদৰে প্ৰতিজ্ঞা কৰিব লাগে। বাহিৰা চিন্তা কৰাৰ সময় বহুত আছে, উপাসনাৰ সময়ত সেইবিলাক চিন্তা কৰিলে সকলো ভ্ৰষ্ট হৈ যাব। এনেভাবে চিন্তা আৰু সংকল্প কৰি প্ৰতিদিন উপাসনাত বহিলে ক্ৰমে মনৰ শক্তি অতি দৃঢ় হব, বহুকামৰ মাজতো, আনকি কোনো দুখ, বিপদৰ সময়তো মন স্থিৰ-ধীৰ, শান্ত আৰু একাগ্ৰ হৈয়েই থাকিব। তেতিয়া উপাসনাত চিত্ত বিপুল আনন্দ আৰু গভীৰ শান্তি, সুখ অনুভব কৰিব। গধূলিৰ উপাসনাও এইদৰেই কৰা উচিত। গধূলি খোৱাৰ আগে বা শোৱাৰ আগে উপাসনা কৰা কৰ্ত্তব্য। কিন্তু শোৱাৰ সময়ত উপাসনা কৰাতকৈ গধূলি আহাৰৰ আগৰ সময়টোৱেই উপাসনাৰ শ্ৰেষ্ঠ সময়। গধূলি উপাসনাটো গোটেই ঘৰখনে মিলি কৰিব পাৰিলে ঘৰৰ মঙ্গল আৰু উন্নতি হয়। উপাসনাৰ শেষত বয়ো-বৃদ্ধসকলক সেৱা কৰা একান্ত প্ৰয়োজন।

সপ্তাহৰ নিৰ্দ্দিষ্ট দিনত হাত-মুখ ধুই নিৰ্দ্ধাৰিত দিনা উপাসনা-কাৰীয়ে পৰিষ্কাৰ বস্ত্ৰ পিন্ধি শান্ত, ভদ্ৰভাৱে বিহাৰত উপস্থিত হৈ বুদ্ধমূৰ্ত্তি আৰু ভিক্ষু সংঘক বন্দনা কৰি, সময় থাকিলে ভিক্ষুৰ লগত বা জ্ঞানী মানুহৰ লগত ধৰ্ম্মলোচনা কৰিব লাগে। ৰাইজ সমবেত হলে ভিক্ষুৰ লগত বা আন আচাৰ্য্যৰ লগত একেলগে, সম্ভব হলে অৰ্থ উপলব্ধি কৰি বুদ্ধৰ গুণাদি আবৃত্তি কৰিব। উপাসনাৰ পাচত সকলোৱে শীল গ্ৰহণ কৰিব। সক্ষম হলে ভিক্ষু-সংঘই সময়োপ-যোগী ধৰ্ম্মদেশনা কৰিব। গভীৰ শ্ৰদ্ধা আৰু একাগ্ৰতাৰ সৈতে সদ্ধৰ্ম্ম শ্ৰৱণ কৰি ঘূৰিবৰ সময়ত আদেশিত বিষয়বিলাক চিন্তা কৰি কৰি ঘৰলৈ প্ৰত্যাবৰ্ত্তন কৰিব।

“শুদ্ধ চিত্ত মন একাগ্ৰ হৃদয়,
শ্ৰদ্ধাৰে স্মৰিলে ‘গুণ’ উপাসনা হয়।”

উপাসনা কিয় কৰিব লাগে ?

যিজনে উপাসনা কৰে তেওঁক উপাসক বোলে। যিয়ে ত্ৰিশৰণাগত, ত্ৰিশৰণৰ উপাসনা বা সেৱা-পূজা কৰে, বুদ্ধ শাসনত তেওঁকেই উপাসক বা বৌদ্ধ বুলি কোৱা হয়। যি মানুহে দিনটোত দুবাৰ উপাসনা নকৰে, তেওঁ বৌদ্ধ-উপাসক নাম গ্ৰহণ কৰাৰ উপযুক্ত নহয়। কেৱল বৌদ্ধৰ ঘৰত জন্মগ্ৰহণ কৰিলেই বৌদ্ধ হব নোৱাৰে। বুদ্ধই কৈছে—

"ন জচ্চা বসলো হোতি, ন জচ্চা হোতি ব্ৰাহ্মণো,
কম্মনা বসলো হোতি, কম্মনা হোতি ব্ৰাহ্মণো।"

কৰ্ম্মৰ দ্বাৰা চণ্ডাল হয়, কৰ্ম্মৰ দ্বাৰা ব্ৰাহ্মণ হয়, জন্মৰ দ্বাৰা চণ্ডাল বা ব্ৰাহ্মণ নহয়। ঠিক তেনেকৈ, জন্মৰ দ্বাৰা কোনেও বৌদ্ধ বা অবৌদ্ধ নহয়। অভিন্ন শৰণাগমন আৰু উপাসনাৰ দ্বাৰাহে উপাসক বা বৌদ্ধ হব পাৰে। এই হেতুকে বৌদ্ধ নামৰ অধিকাৰী হবলৈ, বৌদ্ধ বুলি গৌৰব আৰ্জ্জন কৰিবলৈ, ব্যক্তিগত, পৰিয়াল আৰু সামাজিক মঙ্গলৰ কাৰণে, ঐহিক আৰু পাৰত্ৰিক সুখৰ কাৰণে আৰু নিৰ্ব্বাণ সাক্ষাৎ কৰিবৰ কাৰণে উপাসনা কৰিব লাগে।

সকলো প্ৰকাৰ দুখ-তাপ বৰ্জ্জন কৰি সুখ আৰু সৌভাগ্যাদি আৰ্জ্জন কৰিবলৈ, শ্ৰদ্ধাভৰা অন্তৰে উপাসনা কৰাৰ বাহিৰে এই জগতত আন একো নাই।

উপাসনা কৰিলে সুফল পোৱা যায় নে? উপাসনা জীৱনৰ অমৃত-ৰসায়ন। অমৃত-ৰসায়নে যেনেকৈ মৰণমুখী ৰোগীৰ সকলো ৰোগ বিনাশ কৰি সুস্থ-সবল শৰীৰ আৰু আনন্দময় দীৰ্ঘায়ু প্ৰদান কৰে, তেনেকৈ উপাসনাইও শাৰীৰিক, মানসিক সকলো প্ৰকাৰৰ দুৰ্ব্বলতা, হীনতা, নীচতা আৰু অপৱিত্ৰতা বিনাশ কৰি সৰ্ব্বগুণ-সম্পন্ন মানৱ, দেৱ, ব্ৰহ্মা আৰু আৰ্য্যজীৱন প্ৰদান কৰে। উপাসনাকাৰীৰ—

"সত্থৰি সপ্পতিস্সো হোতি, সগাৰবো পীতি পামজ্জো বহুলো

হোতি। সদ্ধা ৱেপুল্লং, সতি ৱেপুল্লং, পঞ্‌ঞা ৱেপুল্লং, পঞ্‌ঞাৱেপুল্লা চ অধিগচ্ছতি, ভয় ভেৰৱ সহো দুক্‌খাদিৱসানো সমখো চ হোতি।"

উপাসনাকাৰীৰ—"সত্থৰি সপ্‌পতিস্‌সো হোতি সগাৰবো"—শাস্তাৰ প্ৰতি বা বুদ্ধৰ প্ৰতি শ্ৰদ্ধা ভাৱ ৰাখি তাতেই সুপ্ৰতিস্থিত থকা। "পীতি পামজ্জো বহুলো চ হোতি"—উপাসনাকাৰীয়ে সদায় অপাৰ প্ৰীতি আৰু আনন্দ লাভ কৰে। প্ৰীতি শব্দই অসমীয়াতো বাক্য সংযোজনাত আনন্দ অৰ্থত ব্যবহৃত হয়। চক্ৰৱৰ্ত্তী ৰজাৰ সপ্ত ৰত্নৰ ভিতৰত মাণিক ৰত্নই যেনেকৈ অন্ধকাৰ দূৰ কৰি যোজন স্থান পৰ্য্যন্ত পোহৰ কৰে, সেইদৰে সম্যক সম্বুদ্ধৰ সপ্তবোধ্যঙ্গৰ ভিতৰত প্ৰীতিবোধ্যঙ্গই পাপান্ধকাৰ দূৰ কৰি পুণ্য-পোহৰেৰে মন সদায় উদ্ভাসিত কৰি ৰাখে। সেই কাৰণে উপাসনাকাৰীৰ পুণ্য সদায় বাঢ়ি যায়; পাচত মহা পুণ্যবান হয়গৈ। প্ৰীতি-ব্যাপাদ বা ক্ৰোধ বিৰোধী আৰু ধ্বংসকাৰী। পাচত উপাসনাকাৰীৰ ক্ৰোধ প্ৰীতি বৰ্দ্ধিত হোৱাৰ লগে লগে বিনাশ হয়। "দোসো মহা-সাৱজ্জো,"—দ্বেষ বা ক্ৰোধ মহাপাপ। অপাৰ প্ৰীতি বা প্ৰফুল্লিত মনে মানুহৰ তেজ পৰিষ্কাৰ কৰে। সেই কাৰণে উপাসনাকাৰীৰ শৰীৰ সুস্থ, সবল আৰু নিৰোগী হয়। তেওঁ পুণ্যবান আৰু নিৰোগী হোৱাৰ বাবেই দীৰ্ঘায়ু লাভ কৰে। প্ৰীতি সম্বোধ্যঙ্গ অধিগত কৰাৰ কাৰণে জ্ঞানী হয়। "পমুদিতো চ হোতি কুসলেসু ঠানেসু উক্কণ্ঠিস্‌সতি অটঠানমেতং অনৱকাসো," প্ৰমোদিত আৰু কুশল কৰ্ম্মৰ প্ৰতি উৎকণ্ঠিত হোৱা অসম্ভৱ। সেই কাৰণে অপ্ৰমত্ত মানুহৰ পক্ষে কুশল কৰ্ম্মৰ চিত্ত বেছি বেগৱতী হয়। কুশল কৰ্ম্ম সম্পাদন কৰাত তেওঁৰ মন কেতিয়াও বিচলিত নহয়।

"সদ্ধা ৱেপুল্লং অধিগচ্ছতি" উপাসনাকাৰীৰ শ্ৰদ্ধা দিনে দিনে বাঢ়ি যায়। এই বৰ্দ্ধিত শ্ৰদ্ধা ক্ৰমে শ্ৰদ্ধা-ইন্দ্ৰিয় আৰু শ্ৰদ্ধা-বলত পৰিণত হয়গৈ। শ্ৰদ্ধাবল ভাৱনা কৰি অৰহত্ত্ব ফল পৰ্য্যন্ত পোৱা যায়। ভগৱান বুদ্ধই শ্ৰদ্ধা সম্বন্ধে কৈছে—"সদ্ধীধ ৱিত্তং পুৰিসস্‌স

সেট্‌ঠং,” এই জগতত যিমানবিলাক সম্পত্তি আছে, তাৰ ভিতৰত শ্ৰদ্ধাই হৈছে সৰ্ব্বশ্ৰেষ্ঠ। “সদ্ধায় তৰতি ওঘং,”—বুদ্ধিমানসকলে যেনেকৈ জলযানৰ সহায়ত মহাসমুদ্ৰ অতিক্ৰম কৰে, ঠিক তেনেকৈ শ্ৰদ্ধাৱানসকলেও শ্ৰদ্ধাৰ দ্বাৰা ভৱসমুদ্ৰৰ সোঁত অতিক্ৰম কৰি নিৰ্ব্বাণ পাৱলৈ উত্তীৰ্ণ হব পাৰে। “সদ্ধায় বন্ধেয্য পাথেয়ং,” বিদেশ ভ্ৰমণকাৰীসকলে যেনেকৈ ভোক-পিয়াহ আৰু যাৱতীয় দুখ-কষ্টৰ পৰা হাত সাৰিবলৈ টকা-পইচাদি পথ-খৰচ সংগ্ৰহ কৰি লগত লৈ যায়, ঠিক তেনেকৈ ভৱৰ পৰা ভৱান্তৰ পৰিভ্ৰমণ কৰিবলৈ সংসাৰ পথৰ সকলো প্ৰকাৰ দুখ-বিপদৰ পৰা নিজকে ৰক্ষা কৰি দেৱ-মানৱৰ সুখৰ স্থল নিৰ্ব্বাণ ৰাজ্যত উপনীত কৰাৰ পাথেয়—পুণ্য-শ্ৰদ্ধাই আহৰণ কৰি থাকে।

“এতদানুত্তৰিয়ং ভিক্‌খৱে লাভানং যদিদং তথাগতে ৱা তথাগত সাৱকে ৱা সদ্ধা পটি লাভো,” জগতত নানাপ্ৰকাৰ লাভ আছে,—যেনে—স্ত্ৰীলাভ, পুত্ৰলাভ, ধনলাভ, মিথ্যাদৃষ্টি আৰু মিথ্যাদৃষ্টি-পৰায়ণ শ্ৰমণ ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধালাভ ইত্যাদি। কিন্তু এই সকলো-বিলাক লাভৰ ভিতৰত তৃষ্ণামুক্ত তথাগত বা তেওঁৰ শ্ৰাৱকসকলৰ প্ৰতি শ্ৰদ্ধা লাভ বা শ্ৰদ্ধা পৰিপোষণ কৰাই সৰ্ব্বশ্ৰেষ্ঠ লাভ।

“সদ্ধোলভতে পঞ্‌ঞা,” শ্ৰদ্ধাবান সকলেই প্ৰজ্ঞা বা জ্ঞান লাভ কৰিব পাৰে। শ্ৰদ্ধাহীন প্ৰজ্ঞা দুৰ্ব্বল।

“বলৱ পঞ্‌ঞো মন্দসদ্ধো কেৰটি'ক পক্‌খং ভজতি, ভেসজ্জ সমুট্‌ঠিতো ৱিয় ৰোগ অতেকিচ্ছো হোতি”, শ্ৰদ্ধাহীন প্ৰজ্ঞাৱান মানুহ কূটবুদ্ধি-পৰায়ণ হয়। ঔষধৰ পৰা উৎপন্ন হোৱা ৰোগ যেনেকৈ চিকিৎসাৰ বহিৰ্ভূত আৰু সেই ঔষধেই ৰোগীৰ বিনাশৰ কাৰণ হয়, সেইদৰে শ্ৰদ্ধাহীন মানুহৰ প্ৰজ্ঞা তেওঁৰ ধ্বংসৰ কাৰণ হয়। সম্প্ৰসাধনৰ লক্ষণ শ্ৰদ্ধাচিত্তৰ ক্লেশৰূপ মল দূৰ কৰে। সম্প্ৰৱন্ধনৰ লক্ষণ শ্ৰদ্ধা-কুশল কৰ্ম্মৰ চিত্তক প্ৰৱল বেগে সংযুক্ত কৰে। অধিমোক্ষ-কৃত্য শ্ৰদ্ধাচিত্তৰ সন্দেহ ৰূপ নীৱৰণ বা বাধা

বিনাশ কৰি জ্ঞানলাভৰ উপযোগী কৰে। যেনেকৈ সম্পত্তিহীন ভোগৰ পৰা, হস্তহীন আহাৰ গ্ৰহণৰ পৰা, বীজহীন শস্যলাভৰ পৰা বঞ্চিত, সেই দৰে শ্ৰদ্ধাহীন মানুহো মানবোচিত কুশল কৰ্ম্মসম্পাদন কৰিবলৈ অক্ষম।

"সতি ৱেপুল্লং অধিগচ্ছতি", উপাসনাকাৰীৰ স্মৃতি-শক্তি বৃদ্ধি হয়। স্মৃতি বাঢ়ি ক্ৰমে স্মৃতি-ইন্দ্ৰিয় আৰু স্মৃতি-বলত পৰিণত হয়গৈ। স্মৃতি-বল ভাৱনা কৰি অৰহত ফল লাভ কৰা যায়। "সতি কৃখ্বাহং ভিকখৱে সব্বথিকং ৱদামি", হে ভিক্ষুসকল। স্মৃতিৰ দ্বাৰা সকলো সাধন কৰিব পাৰে। "নহি সতি ৱিৰহিতো পঞ্ঞা অত্থি", স্মৃতিহীনৰ প্ৰজ্ঞা নাই। স্মৃতিৰ আন এটা নাম অপ্ৰমাদ। "অপ্পমাদো অমতপদং", অপ্ৰমাদেই অমৃতৰ পথ। ভগৱান বুদ্ধই ৪৫ বছৰকাল ৮৪ হেজাৰ ধৰ্ম্মস্কন্ধ দেশনা কৰি পৰিনিৰ্ব্বাণৰ সময়ত ভিক্ষুসকলক কৈছিল, "অপ্পমত্তভাবে ধৰ্ম্মশিক্ষা কৰি বিচৰণ কৰা।" "বযধম্মা সংখাৰা, অপ্পমাদেন সম্পাদেথ," সকলোপ্ৰকাৰ ব্যয়ধৰ্ম্ম ভালদৰে শিক্ষা কৰি, সংস্কাৰ মাত্ৰেই ধ্বংসশীল বুলি উপলব্ধি কৰি, অপ্ৰমত্ত ভাবে ধৰ্ম্ম সম্পাদন কৰিবা। "পঞ্ঞা ৱেপুল্লং অধিগচ্ছতি", উপাসনাকাৰীৰ জ্ঞান বা প্ৰজ্ঞা দিনে দিনে বৃদ্ধি হয়। পুণ্যলাভ কৰিব পাৰিলে, জগতৰ সকলো কামেই কৰিব পাৰে। বুদ্ধই কৈছে—

"সুৱন্নতা সুস্সৰতা সুসণ্ঠান সুৰূপতা,
অধিপচ্চ পৰিৱাৰা সব্বমেতেন লব্ভতি ;
পদেস্ ৰজ্জং ইস্সৰিয়ং চক্কৱত্তিং সুখং পিয়ং।
দেৱ ৰজ্জম্পি দিব্বেসু সব্বমেত্তেন লব্ভতি॥
পটিসম্ভিধা ৱিমোকৃখা চ য়া চ সাৱক পাৰমি,
পচ্চেক বোধি বুদ্ধ-ভূমি সব্বমেতেন লব্ভতি।"

পুণ্যবানসকলে ইচ্ছা কৰিলে, সুন্দৰ বৰ্ণ, সুললিত কণ্ঠস্বৰ, উত্তম গাৰ গঠন বা আকৃতি, ঘৰৰ অধিকাৰ, শাসন-কৰ্ত্তা, ঐশ্বৰ্য্য, ৰাজ-

চক্রৱর্ত্তী সুখ, ইন্দ্রত্ব সুখ, চাৰি পতিসম্ভিধা, আঁঠ-প্রকাৰ বিমুক্তি, শ্রাৱক পাৰমি, প্রত্যেক বুদ্ধত্ব, আন কি সম্যক সম্বুদ্ধত্বও লাভ কৰিব পাৰে।

"পঞ্‌ঞা ৱেপুল্লং অধিগচ্ছতি", প্রজ্ঞা-ইন্দ্রিয় আৰু প্রজ্ঞাবল বৃদ্ধিৰ লগে লগে ১৬ প্রকাৰ প্রজ্ঞালাভ কৰিব পৰা যায়, যেনে—প্রজ্ঞা-লাভ, প্রজ্ঞাবৃদ্ধি, গভীৰ প্রজ্ঞা, অসমন্ত প্রজ্ঞা, ভুৰি প্রজ্ঞা, প্রজ্ঞা-বহুলতা, শ্রীঘ্র-প্রজ্ঞা, লঘু-প্রজ্ঞা, হ্রস্ব-প্রজ্ঞা, গতিশীল-প্রজ্ঞা, তীক্ষ্ণ-প্রজ্ঞা আৰু নির্ব্বোধিক-প্রজ্ঞা। উপাসনাকাৰীৰ প্রজ্ঞা যেনেকৈ বৃদ্ধি হয়, তেনেকৈ শ্রদ্ধাও বাঢ়ি যায়। সেই কাৰণে ই সোণত সুৱগা দিয়াৰ দৰেই মঙ্গলজনক। শ্রদ্ধাহীন প্রজ্ঞা যেনে অনিষ্টকাৰী, প্রজ্ঞাহীন শ্রদ্ধাও তেনে অন্ধ। "বলৱ সদ্ধো মন্দপঞ্‌ঞো মুদ্ধপ্পসন্নো হোতি, অৱত্থস্মিং পসীদতি", প্রজ্ঞাহীন শ্রদ্ধাৱান ধর্ম্মান্ধ আৰু অবাঞ্চিত বিষয়ত আনন্দ প্রকাশ কৰে। "ভয় ভেৰৱসহো দুক্খা ধিৱাসনসমখো হোতি", উপাসনাকাৰী বীৰৰ দৰে নির্ভীক হয়। তেওঁলোকে সংসাৰৰ সকলো দুখ, অৱজ্ঞা বা উপেক্ষা কৰি থাকিবলৈ সমর্থ হয় আৰু যাৱতীয় ঘাত-প্রতিঘাতত বিচলিত নোহোৱাকৈ অতিক্রম কৰিব পাৰে। অষ্টলোক ধর্ম্মত অকম্পিতভাবে অতিক্রম কৰি শেষত সুযশ আৰু সুকীর্ত্তি চাৰিওফালে প্রচাৰিত হয়। ইয়াৰ ফলত তেওঁলোক দেৱ-মানৱৰ পূজ্য হয়। অৱশেষত ক্লেশহীন হৈ ধ্যান সমাধি কৰি মার্গ-ফলাদি লাভ কৰিবলৈ সমর্থ হয় আৰু অর্পণা সমাধি অধিগত কৰিব নোৱাৰিলেও স্বর্গ-সুখ ভোগ কৰিবলৈ সমর্থ হয়।

সংঘবদ্ধভাবে উপাসনা কৰাৰ বৈশিষ্ট্য কি? সংঘৱদ্ধভাবে উপাসনাকাৰীসকলৰ উপৰোক্ত সুফলবিলাক লাভ কৰাৰ উপৰিও, সদুপায়ে জীৱন-যাপন কৰিব পাৰে আৰু গাৱঁবাসীৰো মঙ্গল সাধন কৰে।

"সমগ্গানং তপো সুখো", সংঘৱদ্ধভাৱে থকা, তপস্যা কৰা

আৰু কুশল-কৰ্ম্মাদি সম্পাদন কৰাই সুখকৰ। সম্মিলিত উপাসনাত মৈত্ৰী আদি গুণ-ধৰ্ম্মবিলাক বৃদ্ধি হয় আৰু অসীম সুখ আৰু পুণ্য সঞ্চয় হয়। বিশেষকৈ বিহাৰাদি পৱিত্ৰ স্থান। তাত প্ৰৱেশ কৰিলেই সংসাৰৰ তাপ-ক্লিষ্ট মন শান্ত আৰু পৱিত্ৰ হয়। সাংসাৰিক নানা দুশ্চিন্তা, কুচিন্তাবিলাক অন্ততঃ সেইকণ সময়ৰ কাৰণে হলেও বিদূৰিত হয়। ইয়াৰ ফলত পাপ দূৰ হৈ পুণ্য-সঞ্চয় হয়। এই পৱিত্ৰ আৰু শান্তিয়েই সপ্তাহটোৰ বাকী ছদিনৰ সাংসাৰিক কামত শৃংখলা আৰু শান্তি আনি দিয়ে। মানুহৰ পৰস্পৰৰ সকলো দোষ-গুণ সমান নহয়। এই সমৱেত উপাসনাই যিসকল শ্ৰদ্ধাহীন আৰু অধাৰ্ম্মিক, শ্ৰদ্ধাৱান আৰু ধাৰ্ম্মিক সকলৰ সংস্পৰ্শত পৰি তেওঁলোক শ্ৰদ্ধাবান আৰু ধাৰ্ম্মিক হৈ উঠে। বিশেষকৈ এই সম্মিলনৰ ভিতৰেদি পৰস্পৰৰ প্ৰতি হিংসা-বিদ্বেষভাব লোপ পায়, মৈত্ৰী আৰু প্ৰেমৰ ভাব গঢ়ি উঠে, লগতে গুৰুজনৰ প্ৰতি শ্ৰদ্ধাভক্তি অটুট হয়। ই ব্যক্তিগত আৰু সামাজিক জীৱনলৈ আনি দিয়ে আনন্দ, শান্তি আৰু উন্নতিৰ বিকাশ। বৈশালীবাসী বৃজিসকলক ভগৱান বুদ্ধই সাতোটা অপৰিহানী ধৰ্ম্মৰ বিষয়ে উপদেশ দিছিল। সেই সাতোটা অপৰিহানী ধৰ্ম্ম অপৰিহাৰ্য্যভাবে পালন কৰি তেওঁলোক একালত জম্বুদ্বীপৰ সৰ্ব্বশ্ৰেষ্ঠ শক্তিশালী গণতান্ত্ৰিক জাতিৰ আসন লাভ কৰিছিল। সেই সাতোটা অপৰিহানী ধৰ্ম্মৰ ভিতৰত দুটা হল :—

(১) যি-সকলে একতাৱদ্ধ হৈ সভা-সমিতি পাতে, তেওঁ-লোকৰ অৱনতি নহয়, বৰঞ্চ শ্ৰীবৃদ্ধি হয়।

(২) যি-সকলে মৈত্ৰীভাব ৰাখি সভা-সমিতিত সম্মিলিত হয়, সভাৰ কাৰ্য্য সম্মিলিত ভাবে সম্পাদন কৰে আৰু সভাৰ শেষত একে লগে যায় গৈ, তেওঁলোকৰ ········হয়। উপাসনা সভাও সেই সপ্ত অপৰিহানীয় ধৰ্ম্মৰেই পৰিপুৰক আৰু সমাজ, জাতি গঠনত বিশেষ ভাবে সহায় কৰে। উপাসনাৰ শেষত সমাজ গঠন আৰু

গাঁৱৰ উন্নতি-মূলক নানা আলাপ আলোচনা কৰিব পাৰে। এইবিলাক আলোচনাৰ ফলত গাঁৱৰ সকলোপ্ৰকাৰ কল্যাণমূলক কাম গঢ়ি উঠে আৰু একতা-শক্তি বৃদ্ধি কৰাত বৰঙণি জোগাই। যেতিয়া গাওঁবাসীসকলে সম্মিলিতভাৱে একতা শক্তি প্ৰয়োগ কৰে তেতিয়া শীঘ্ৰে গাওঁ উন্নতিৰ ফালে আগ বাঢ়ে। ইয়াৰ ফলত আনৰ কাৰণে নিজৰ শক্তি প্ৰয়োগ কৰিবলৈ সুযোগ পায় আৰু তাৰ দ্বাৰা মনুষ্যত্ব গুণৰ বিকাশ হয়। অৱশেষত তেওঁলোকৰ মন উদাৰ আৰু মহৎ হৈ পৰিবগৈ আৰু নিজ মাতৃভূমিক প্ৰকৃতভাৱে চিনিব পাৰিব আৰু সদায় সকলো ক্ষেত্ৰতে জাগৰিত হৈ মাতৃভূমিৰ উন্নতিৰ কাৰণে আত্মনিয়োগ কৰিবলৈ সক্ষম হব।

উপাসনা নকৰাৰ দোষ কি ?

উপাসনা নকৰাৰ দোষ বহুত। প্ৰকৃতপক্ষে কবলৈ গলে, যি মানুহে উপাসনা নকৰে, তেওঁ বৌদ্ধ হবই নোৱাৰে ( বৌদ্ধ মানে জ্ঞানী )। কেৱল বৌদ্ধ-শাৰীত গণ্য নকৰাই নহয়, তেওঁ মানৱ-শাৰীৰো অযোগ্য। উপাসনাৰ যিবিলাক গুণ উপৰত দৰ্শোৱা হৈছে, সেই গুণবিলাক উপাসনা নকৰিলে লাভ কৰিব পৰা নাযায়, গতিকে উপাসনাহীন মানুহে মানুহৰ দৰে জন্ম গ্ৰহণ কৰিলেও তেওঁ পশুৰ তুল্য। কাৰণ মানৱোচিত গুণৰ অভাৱত পাশৱিক প্ৰবৃত্তি-বিলাকেই তেওঁক আশ্ৰয় কৰি বৰ্দ্ধিত হয়। বুদ্ধই কৈছে—

"হীন ধম্মং ন সেৱেয্য পমাদেন ন সংৱসে,
মিচ্ছাদিট্‌ঠিং ন সেৱেয্য ন সিয়া লোকৱড়ঢনো।"

হীন ধৰ্ম্ম আচৰণ নকৰিবা, প্ৰমত্ত জীৱন ভয়াবহ আৰু মিথ্যাদৃষ্টিৰ বশীভূত হৈ ভবদুখ-চক্ৰত আৱদ্ধ নহবা।

বৌদ্ধ উপাসনা নীতি—

আঢ়ৈহেজাৰ বছৰৰ পূৰ্ব্বে মহাকাৰুণিক ভগৱান বুদ্ধ, তেওঁৰ প্ৰায় ছশ বছৰৰ পাচত খৃষ্টধৰ্ম্ম প্ৰৱৰ্ত্তক যীশুখৃষ্ট আৰু তেওঁৰ প্ৰায় এহেজাৰ বছৰৰ পাচত ইছলাম-ধৰ্ম্ম প্ৰৱৰ্ত্তক হজৰত মহম্মদ এই ধৰাত

অৱিৰ্ভূত হয়। যদিও উপাসনা বৰ্ত্তমান যুগত সকলো ধৰ্ম্মতে প্ৰচলিত, কিন্তু প্ৰথম ভগৱান বুদ্ধই দেৱ-মানৱসকলৰ হিতৰ কাৰণে জগতত একক আৰু সংঘবদ্ধভাৱে উপাসনাৰ নীতি বিশেষভাৱে প্ৰচাৰ কৰে। বুদ্ধৰ পূৰ্ব্বৰ বৈদিক-যুগত উপাসনাৰ প্ৰচলন আছিল যদিও বুদ্ধ-যুগৰ দৰে জ্ঞানপূৰ্ণ আৰু ব্যাপক নাছিল। বিশেষকৈ সংঘ আৰু সংঘবদ্ধ উপাসনা জগতত ভগৱান বুদ্ধৰ অক্ষয় অৱদান। তেওঁৰ শিষ্যসকলে ( ভিক্ষু-সংঘ ) আৰু বৌদ্ধ উপাসক-উপাসিকাসকলে প্ৰত্যেক অমাৱস্যা, পূৰ্ণিমা আৰু অষ্টমী আদি তিথিত সংঘবদ্ধভাবে উপাসনা কৰে।

উপাসনাৰ প্ৰত্যক্ষ-ফল সম্বন্ধে বৌদ্ধ ভিক্ষুসকলৰ বাণী :—

(১) উপাসনাই মানসিক শৃঙ্খলা, পৱিত্ৰতা, দৈহিক চৰিত্ৰ সুদৃঢ় কৰাৰ প্ৰধানতম সোপান। সেই কাৰণেই উপাসনাকাৰীয়ে ব্যৱহাৰিক জীৱনত পঞ্চশীল সহজে ৰক্ষা কৰিব পাৰে।

(২) উপাসনা মনুষ্যত্ব বিকাশৰ মূল উপাদান। সেই কাৰণেই তাৰ প্ৰতি সজাগ হোৱা প্ৰত্যকৰেই কৰ্ত্তব্য।

(৩) যি মানুহে উপাসনাহীন অন্তৰ লৈ পৰিবাৰ ভৰণ-পোষণত যত্নবান হয়, তেওঁ খোজে প্ৰতি নিজেও দুখ পায় আৰু পৰিবাৰ-বৰ্গকো দুখ দিয়ে।

(৪) যি মানুহে উপাসনাহীন অন্তৰে বিষয় বাসনাত লিপ্ত থাকে, তেওঁ মুহূৰ্ত্তে মুহূৰ্ত্তে পৰাজয়ৰ গ্লানিত অস্থিৰ হৈ পৰে।

(৫) দৈনন্দিন কামৰ শৃঙ্খলা আৰু মানসিক শান্তি লাভৰ একমাত্ৰ উপায় উপাসনা।

(৬) সামাজিক জীৱনত শৃঙ্খলা আৰু ঐক্যভাৱ স্থাপন কৰিবলৈ হলে সংঘৱদ্ধ উপাসনাই সৰ্ব্বশ্ৰেষ্ঠ উপায়।

(৭) উপাসনাকাৰীয়ে নিখিল জগতৰ লগত দ্বন্দ্বহীন হৈ বসবাস কৰি মৈত্ৰীপূৰ্ণ চিত্তেৰে সংঘৱদ্ধভাৱে গোটেই বিশ্বৰ কল্যাণ সাধন কৰিব পাৰে।

(৮) জগতলৈ যি-কোনো ডাঙৰ সংঘাত নাহক লাগিলে, উপাসনাকাৰীয়ে তাক সহ্য কৰিবলৈ অসীম ক্ষমতা জন্মে।

(৯) জগতত মহৎ কল্যাণ সাধন কৰিবলৈ সদায় ভগৱত উপাসনা অমূল্য সম্পদ; কেৱল সেয়েই নহয়, মানসিক শক্তি লাভৰো মুখ্য উপায়।

(১০) মানৱ সভ্যতা আৰু সংস্কৃতি লাভৰ প্ৰথম আৰু প্ৰধান উপায় হৈছে উপাসনা। সেই কাৰণে ব্যক্তিগত, সমাজগত, জাতিগত আৰু ৰাষ্ট্ৰগত উন্নত জীৱন গঠনত ই সঞ্জীৱনী মন্ত্ৰ।

(১১) নিজ নিজ আদৰ্শ অনুযায়ী উপাসনা কৰা শ্ৰেষ্ঠ মনুষ্যত্বৰ পৰিচায়ক। সেই কাৰণে উপাসনা বিষয়ত যি মানুহ যিমান জ্ঞানী তেওঁ সিমানদূৰ আগবঢ়া আৰু তেওঁৰ মানদণ্ড ঠিক সিমানখিনি উন্নত।

(১২) যি মানুহে দিনে-ৰাতিয়ে উপাসনাৰ প্ৰতি সজাগ, তেওঁক হেজাৰ হেজাৰ শত্ৰুৱেও কোনো প্ৰকাৰ অনিষ্টসাধন কৰিব নোৱাৰে।

(১৩) উপাসনাহীন মানুহে কেৱল নিজে দুখ পোৱাই নহয়, তেওঁ বিশ্ববাসীৰো দুখৰ কাৰণ হৈ পৰে।

(১৪) বহিৰ্মুখী ইন্দ্ৰিয়বিলাক অন্তৰ্মুখী কৰাত উপাসনাৰ শক্তি অসীম। যি মানুহে নিজৰ ইন্দ্ৰিয়বিলাক কৰ্ম্মময় বিচিত্ৰ জগতৰ পৰা যিমানদূৰ সঙ্কুচিত কৰি আনিবলৈ সক্ষম হৈছে, শান্তিও ঠিক তেওঁৰ সেই পৰিমাণেহে আয়ত্ব হৈছে।

(১৫) উপাসনাৰ বাহ্যিক গুণ নিত্য-নৈমিত্তিক কামৰ শৃঙ্খলা, সুস্থ-সবল দেহ আৰু উন্নত চৰিত্ৰ আৰু অভ্যন্তৰীণ গুণ সংবৃত্তি অনুশীলনৰ দ্বাৰা আপোন-পাহৰা মনক একাগ্ৰতা সাধন আৰু জ্ঞান দৰ্শন দিয়ে।

(১৬) আমাৰ দুৰ্ল্লভ মানৱ জীৱন কেৱল উপভোগৰ সমষ্টি নহয়। অৱশ্যে ই এটা ডাঙৰ কৰ্ত্তব্য আৰু সেৱাৰ সমষ্টি। য'ত পশু-পক্ষীৰ লগত আমাৰ পাৰ্থক্য ত'ত আমাৰ কৰ্ত্তব্য আৰু

সংযমৰ বন্ধন স্বীকাৰ কৰিবই লাগিব। দৈনন্দিন উপাসনাই আমাৰ সেই কৰ্ত্তব্য বুদ্ধি আৰু সংযমৰ বন্ধন আনি দিয়ে।

(১৭) উপাসনা বিনা সত্যজ্ঞান লাভ কৰা অসম্ভৱ, উপাসনা আৰু সত্য এনে ওতঃপ্ৰোতভাৱে জড়িত যে, সি যেন এটা টকাৰ এপিঠি আৰু আনপিঠি, তাক যি লুতিৰ ফালে চালেও সি টকা টকাই। সেয়েই যদি হয়, তেন্তে উপাসনাক 'সাধন' বুলি ভাবিব লাগিব আৰু সত্যক 'সাধ্য' বুলি জানিব লাগিব। 'সাধন' আমাৰ হাতৰ বস্তু হলেও তাক কামত নলগালে মামৰে ধৰা লোহৰ দৰে অকৰ্ম্মণ্য আৰু নিষ্ক্ৰিয় হৈ পৰিব।

(১৮) উপাসনা মানুহৰ অস্ত্ৰশক্তিৰ দৰে, কিন্তু ই দুৰ্ব্বলৰ অস্ত্ৰ নহয়—সবাতকৈ শক্তিশালী মানুহৰহে হাতিয়াৰ। উপাসনাৰ বল মাংসপেশী নহয়। তেওঁৰ মাংসপেশী বলৰ প্ৰয়োজন নাই। তেওঁৰ কাৰণে যিটো অপৰিহাৰ্য্য সি মনন শক্তি সাধনা আৰু অন্তৰৰ বল। তাৰ দ্বাৰাই তেওঁ হেজাৰ হেজাৰ মানুহৰ অন্তৰ জয় কৰিব পাৰে।

(১৯) যুদ্ধত শত্ৰুক হত্যা কৰা আৰু শত্ৰুৰ দ্বাৰা নিহত হোৱা বীৰত্বৰ পৰিচয় নহয়। বৰং শত্ৰুৰ আক্ৰমণ সহ্য কৰা, তাৰ প্ৰতিশোধ গ্ৰহণ নকৰা তাতোকৈ বেছি বীৰত্বৰ কাম—এই পৃথিৱীৰ দৰে অচল অটল ধৈৰ্য্য আৰু অপৰিসীম শক্তি উপাসনাৰ দ্বাৰাই লাভ কৰা যায়।

(২০) নাম-কায়ৰ কাৰণে উপাসনাৰ যিমান প্ৰয়োজন, শৰীৰ-কায়ৰ কাৰণে আহাৰৰ সিমানখিনি প্ৰয়োজন নাই; কাৰণ শৰীৰৰ কাৰ্য্য সুস্থ আৰু সবল ৰাখিবলৈ মাজে মাজে লঘোন দিয়া আৱশ্যক হয়। কিন্তু মানুহৰ উপাসনা ত্যাগৰ প্ৰয়োজন নাই। ভগৱান বুদ্ধই তেওঁৰ শ্ৰাৱক সংঘক মুক্তকণ্ঠে প্ৰমাণ কৰি দিছে যে, এই উপাসনা ৰূপ কৰ্ম্মস্থান, ভগৱানৰ দ্বাৰাই তেওঁলোকে পোহৰ দেখিবলৈ পাইছে আৰু পৰম শক্তি লাভ কৰিছে।

# সদ্ধৰ্ম্ম শিক্ষা

"নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স।"

সেই অৰহত ভগৱান সম্যক্ সম্বুদ্ধক নমস্কাৰ।

## বন্দনা

### ( ১ )

### বুদ্ধ-বন্দনা

ইতিপি সো ভগৱা অৰহং সম্মাসম্বুদ্ধো ৱিজ্জাচৰণসম্পন্নো স্বুগতো লোকৱিদূ অনুত্তৰো পুৰিসদম্মসাৰথি সত্থাদেৱমনুস্সানং বুদ্ধো ভগৱাতি।

বুদ্ধং জীৱিতপৰিয়ন্তং সৰণং গচ্ছামি।
যে চ বুদ্ধা অতীতা চ যে চ বুদ্ধা অনাগতা,
পচ্চুপ্পন্না চ যে বুদ্ধা অহং ৱন্দামি সব্বদা।
নত্থি মে সৰণং অঞ্ঞং বুদ্ধোমে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতুমে জয়মঙ্গলং।
উত্তমঙ্গেন ৱন্দেহং পাদপংসু ৱৰুত্তমং
বুদ্ধে য়ো খলিতো দোসো বুদ্ধো খমতু তংমমং॥

অসমীয়া:—এইকেইটা গুণযুক্ত যি মহাপুৰুষ—সেই ভগৱান, অৰহত সম্যক-সম্বুদ্ধ, বিদ্যাচৰণসম্পন্ন, সুন্দৰভাৱে অগা, লোকৈজ্ঞ, অদ্বিতীয়, পুৰুষদমনৰ সাৰথি, দেৱ-মানুহ সকলৰ শাস্তা, তেওঁৱেই ভগৱান অৰহত সম্যক সম্বুদ্ধ।

মই নিৰ্ব্বাণ প্ৰাপ্ত নোহোৱালৈকে অসীম গুণযুক্ত ভগৱান বুদ্ধৰ শৰণ লৈছোঁ। যি-সকল বুদ্ধ অতীত হৈ গল,

যি-সকল বুদ্ধ আগলৈ আহিব আৰু যি-সকল বুদ্ধ বৰ্ত্তমান আছে, তেওঁলোকক মই বন্দনা কৰিছোঁ। মোৰ অন্য আশ্ৰয় নাই, একমাত্ৰ বুদ্ধই শ্ৰেষ্ঠ আশ্ৰয়,—এই সত্য বাক্যৰ দ্বাৰা মোৰ জয়-মঙ্গল হওক। মই পৰম পৱিত্ৰ সৰ্ব্বৈজ্ঞ বুদ্ধৰ ভৰি-ধূলি মূৰত লৈ বন্দনা কৰিছোঁ। যদি অজানিতভাৱে কোনো দোষ কৰিছোঁ, হে বুদ্ধ! আপুনি নিজ মৈত্ৰী গুণে এই অজ্ঞানক ক্ষমা কৰক।

( ২ )

## ধৰ্ম্ম-বন্দনা

স্বাক্খাতো ভগৱতো ধম্মো সন্দিটিঠ্কো অকালিকো এহিপস্সিকো ওপনায়িকো, পচ্চত্তং বেদিতব্বো ৱিঞ্ঞূহী'তি।

ধম্মংজীৱিতপৰিয়ন্তং সৰণং গচ্ছামি।
য়ে চ ধম্মা অতীতা চ, য়ে চ ধম্মা অনাগতা,
পচ্চুপ্পন্না চ য়ে ধম্মা অহং ৱন্দামি সব্বদা।
নত্থি মে সৰণং অঞ্ঞং, ধম্মো মে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতু মে জয় মঙ্গলং।
উত্তমঙ্গেন ৱন্দেহং ধম্মঞ্চ তিৱিধং ৱৰং,
ধম্ময়ো খলিতো দোসো, ধম্মো খমতু তং মমং॥

অসমীয়াঃ—ভগৱান বুদ্ধৰ ধৰ্ম্ম তেওঁ সুন্দৰভাৱে ব্যাখ্যা কৰি গৈছে। সেই ধৰ্ম্মক তুমি নিজেই চোৱাহি আহাঁ; ইয়াক চাবলৈ বা বুজিবলৈ কোনো সময়-অসময় নাই। এই ধৰ্ম্মৰ দুৱাৰ খুলা— অহাই আহিব পাৰে আৰু যোৱা ই যাব পাৰে। জ্ঞানীসকলে ইয়াৰ সাৰ-মৰ্ম্মবিলাক উপলব্ধি কৰি নিৰ্ব্বাণ লাভৰ অধিকাৰী হব পাৰে।

মই পৰিনিৰ্ব্বাণ লাভ নকৰা পৰ্য্যন্ত অসীম গুণযুক্ত ভগৱান বুদ্ধৰ দেশিত ধৰ্ম্মৰ শৰণ লৈছোঁ। যি বিলাক ধৰ্ম্ম

অতীত হৈ গল, যি বিলাক ভবিষ্যতলৈ হব আৰু যি বিলাক বৰ্ত্তমান আছে, সেই সকলোবিলাক মই মানি বন্দনা কৰিছোঁ। তেওঁৰ ধৰ্ম্মৰ বাহিৰে আন কোনো আশ্ৰয় নাই। তেওঁৰ সত্য ধৰ্ম্মই মোৰ একমাত্ৰ আশ্ৰয়, এই সত্যবাক্যৰ প্ৰভাৱত মোৰ জয়-মঙ্গল হওক। এই ত্ৰিবিধ পবিত্ৰ ধৰ্ম্মক মই অৱনত-শিৰে বন্দনা কৰিছোঁ। যদি নাজানি-নুশুনি কোনো দোষ কৰিছোঁ, তেন্তে তেওঁৰ অনন্ত-গুণৰ ধৰ্ম্মই মোক ক্ষমা কৰক।

( ৩ )

## সঙ্ঘ-বন্দনা

সুপটিপন্নো ভগৱতো সাৱকসংঘো, উজুপটিপন্নো ভগৱতো সাৱকসংঘো, ঞায়পটিপন্নো ভগৱতো সাৱকসংঘো, সামী চিপটিপন্নো ভগৱতো সাৱকসংঘো, য়দিদং চত্তাৰি পুৰিস য়ুগানি অট্‌ঠপুৰিস পুগ্গলা এসভগৱতো সাৱকসংঘো, আহুণেয়্যো, পাহুণেয়্যো, দক্খিণেয়্যো, অঞ্জলিকৰণীয়্যো, অনুত্তৰং পুঞ্ঞক্‌খেত্তং লোকস্‌সাতি।

সংঘং জীৱিতংপৰিয়ন্তং সৰণং গচ্ছামি।
যে চ সংঘা অতীতা চ, য়ে চ সংঘা অনাগতা,
পচ্চুপ্পন্না চ য়ে সংঘা অহং ৱন্দামি সব্বদা।
নাত্থি মে সৰণং অঞ্ঞং, সঙ্ঘো মে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতু মে জয়মঙ্গলং।
উত্তমঙ্গেন ৱন্দেহং, সঙ্ঘঞ্চ তিৱিধুত্তমং,
সঙ্ঘেয়ো খলিতো দোসো সঙ্ঘোখমতু তং মমং।

অসমীয়া :—ভগৱান বুদ্ধৰ শিষ্যসকলে তেওঁৰ উপদেশবিলাক ভালদৰে পালন কৰে, পুন পথ চিনি পায়, নিৰ্ব্বাণৰ পথিক, যথাযথ বা উপযুক্ত শ্ৰেষ্ঠ প্ৰত্যয়িভূত সম্বন্ধে জানে আৰু ন্যায়-পৰায়ণ।

এই চাৰি যুৱা পুৰুষকেই আঁঠজন বুলি কোৱা হয়—এওঁলোক নিমন্ত্ৰণৰ যোগ্য, জ্ঞাতিসকলৰ দৰে, পৱিত্ৰ দক্ষিণাৰ পাত্ৰ আৰু বন্দনা বা সেৱাৰ পাত্ৰ। গতিকে ইহজগতত তেওঁলোকেই একমাত্ৰ অদ্বিতীয় পুণ্যক্ষেত্ৰ।

মই পৰিনিৰ্ব্বাণ লাভ নকৰা পৰ্য্যন্ত অনন্ত গুণ-গৰিমাৰে পৰিপূৰ্ণ সংঘৰ শৰণ লৈছোঁ। যি-সকল সংঘ অতীত হৈ গ'ল, যি সকল ভৱিষ্যতলৈ আহিব আৰু যি-সকল বৰ্ত্তমান আছে, তেওঁলোকক মই বন্দনা কৰিছোঁ। মোৰ পৱিত্ৰ সংঘৰ বাহিৰে আন আশ্ৰয় নাই—এই সত্য-বাক্যৰ প্ৰভাৱত মোৰ জয়-মঙ্গল হওক। মই এই অনুত্তৰ সংঘৰ চৰণত বন্দনা কৰিছোঁ। যদি নাজানি-নুশুনি অপৰাধ কৰিছোঁ, তেন্তে এই অভাজনক ক্ষমা কৰক।

( ৪ )

## ত্ৰিৰত্ন বন্দনা

(১) য়ো সন্নিসিন্নো ৱৰবোধিমূলে
মাৰং সসেনং মহতিং ৱিজেত্বা,
সম্বোধিমাগঞ্ছি অনন্তঞানো
লোকুত্তমো তং পণমামি বুদ্ধং।

অসমীয়া ঃ—যি শ্ৰেষ্ঠ বোধি গছৰ তলত মহতী মাৰসৈন্যক পৰাজয় কৰি বোধিজ্ঞান লাভ কৰি সম্যক সম্বুদ্ধ হৈছিল, সেই লোকোত্তৰ ধৰ্ম্মৰ অনন্তজ্ঞানী বুদ্ধক মই নমস্কাৰ কৰিছোঁ।

(২) অট্ঠঙ্গিকো অৰিয়পথো জনানং
মোক্খপ্পৱেসো উজুকোৱ মগ্‌গো,
ধম্মো অয়ং সন্তিকৰো পনীতো
নীয়্যানিকো তং পণমামি ধম্মং।

অসমীয়া :—যি ধৰ্ম্ম আৰ্য্য অষ্টাঙ্গিক মাৰ্গযুক্ত, মুক্তিলাভৰ সহজ পথ, শান্তিদায়ক আৰু যি শ্ৰেষ্ঠ ধৰ্ম্মই নিৰ্ব্বাণ লাভৰ সহায় হয়, সেই ধৰ্ম্মক মই নমস্কাৰ কৰিছোঁ।

(৩) সঙ্ঘো বিসুদ্ধো বৰ দক্খিণেয়্যো
সন্তিন্দ্ৰিয়ো সব্বমলপ্পহীনো,
গুণেহি নেকেহি সমিদ্ধি পত্তো
অনাসৱো তং পণমামি সঙ্ঘং।

অসমীয়া :—যিসকল বিশুদ্ধ সংঘ, শ্ৰেষ্ঠ দানৰ পাত্ৰ, যাৰ ইন্দ্ৰিয় শান্ত, সকলোপ্ৰকাৰৰ পাপমলহীন, বিবিধ গুণেৰে বিভূষিত আৰু তৃষ্ণাহীন, সেই শ্ৰেষ্ঠ সংঘক মই নমস্কাৰ কৰিছোঁ।

( ৫ )

## ত্ৰিৰত্ন বন্দনা আৰু ভাৱনা

(১) নমামি বুদ্ধং গুণসাগৰন্তং,
সত্তা সদা হোন্ত সুখী অৱেৰা।
কায়ো জিগুচ্ছো অসুচি দুগ্‌গন্ধো,
গচ্ছন্তি সবে মৰণং অহং চ।

অসমীয়া:—সমুদ্ৰৰ দৰে অনন্ত গুণগৰিমা-সম্পন্ন বুদ্ধক মই বন্দনা কৰিছোঁ। সদায় সকলো প্ৰাণী. বৈৰীহীন হৈ সুখে শান্তিতে বাস কৰক। অশুচি, দুৰ্গন্ধ আৰু ঘিণলগা বস্তুৰেই এই শৰীৰ পৰিপূৰ্ণ। প্ৰাণী মাত্ৰেই মৰণশীল। সকলো প্ৰাণীয়েই মৰিছে আৰু মৰিব। ময়ো এদিন তেনেকৈ মৰিম।

(২) নমামি ধম্মং সুগতেন দেসিতং,
সত্তা সদা হোন্ত সুখী অৱেৰা।
কায়ো জিগুচ্ছো অসুচি দুগ্‌গন্ধো,
গচ্ছন্তি সবে মৰণং অহং চ।

অসমীয়া ঃ—সমুদ্ৰৰ দৰে অনন্ত গুণগৰিমাসম্পন্ন ভগৱান বুদ্ধৰ দেশিত শ্ৰেষ্ঠ ধৰ্ম্মক মই নমস্কাৰ কৰিছোঁ। সদায় সকলো প্ৰাণী শত্ৰুহীন হৈ সুখে-শান্তিতে বাস কৰক। এই শৰীৰ অশুচি, দুৰ্গন্ধ আৰু ঘিণলগা মলমূত্ৰৰেই পৰিপূৰ্ণ। সকলো প্ৰাণীয়েই মৃত্যুৰ মুখত পৰিব লাগিব। কোনেও মৰণক ফাঁকি দিব নোৱাৰে আৰু ময়ো তাৰপৰা হাত সাৰিব নোৱাৰিম।

(৩) নমামি সঙ্ঘং মুনিৰাজ-সাৱকং,
সত্তা সদা হোন্তু সুখী অৱেৰা।
কায়ো জিগুচ্ছো অসুচি দুগ্‌গন্ধো,
গচ্ছন্তি সব্বে মৰণং অহং চ।

অসমীয়া ঃ—সমুদ্ৰৰ দৰে অনন্ত গুণগৰিমা-সম্পন্ন ভগৱান বুদ্ধৰ শ্ৰাৱক সংঘক মই নমস্কাৰ কৰিছোঁ। সকলো প্ৰাণীয়েই মৈত্ৰীপৰায়ণ হৈ কাকো হিংসা নকৰি সুখে শান্তিতে বাস কৰক। এই শৰীৰ অশুচি, দুৰ্গন্ধ আৰু ঘৃণনীয় মলমূত্ৰৰে পৰিপূৰ্ণ অসাৰ। সকলো প্ৰাণীয়েই মৰিব লাগিব। কোনেও মৰণক ফাঁকি দিব নোৱাৰে আৰু মযো এদিন মৰিম।

( ৬ )

## বন্দনা আৰু প্ৰাৰ্থনা

(১) বুদ্ধা ধম্মা চ পচ্চেকবুদ্ধা সঙ্ঘা চ সামিকা,
দাসো ৱা হস্মি মে তেসং গুণং ঠাতু সিৰে সদা।

অসমীয়া ঃ—সম্যক সম্বুদ্ধ, ধৰ্ম্ম, প্ৰত্যেক বুদ্ধ আৰু সংঘ এওঁ-লোকেই মোৰ প্ৰভু, মই তেওঁলোকৰ দাস। তেওঁলোকৰ গুণ-গৰিমা বিলাক সদায় মোৰ মূৰৰ ওপৰত ৰাখি মই সুন্দৰৰূপে পালন কৰিম।

(২) তিসৰণং তিলকৃখণুপেকৃখং নিব্বানমন্তিমং সুখং
সুৱন্দে সিৰসানিচ্চং লভামি তিৱিধমহং।

অসমীয়া ঃ—বুদ্ধ-ধৰ্ম্ম-সংঘত একনিষ্ঠ ভাবে থাকি আৰু অনিত্য-দুখ-অনাত্মাক অতিক্রম কৰি নিৰ্ব্বাণ লাভ কৰিবলৈ সদায় মই নতশিৰে প্ৰাৰ্থনা কৰিছোঁ। অন্তিমত যেন মই ত্ৰিশৰণযুক্ত আৰু ত্ৰিলক্ষণমুক্ত নিৰ্ব্বাণ ধৰ্ম্মক লাভ কৰিব পাৰোঁ।

(৩) তিসৰণং সিৰে ঠাতু সিৰে ঠাতু তিলক্‌খণং,
উপেক্‌খা চ সিৰে ঠাতু নিব্বাণং ঠাতু মে সিৰে।

অসমীয়া ঃ—বুদ্ধ-ধৰ্ম্ম-সংঘৰ প্ৰতি মোৰ সদায় শ্ৰদ্ধা বিৰাজ কৰক, অনিত্য-দুখ-অনাত্মা সদায় মনত জাগি থাকক আৰু নিৰ্ব্বাণ সাক্ষাৎ কৰিবলৈ সক্ষম হওক।

(৪) বুদ্ধে সকৰুণে ৱন্দে ধম্মে পচ্চেক সম্বুদ্ধে,
সঙ্ঘে চ সিৰসায়েৱ তিধা নিচ্চং নমাম্যহং।

অসমীয়া ঃ—মহাকাৰুণিক বুদ্ধ, প্ৰত্যেক বুদ্ধ, ধৰ্ম্ম আৰু তেওঁৰ শ্ৰাৱক সংঘক মই সদায় পৱিত্ৰ কায়-মনো-ৰাক্যৰে অৱনত শিৰে বন্দনা কৰিছোঁ।

(৫) নমামি সত্থু নোৱাদপ্পমাদ ৱচনন্তিমং,
সব্বেপি চেতিয়ে বন্দে উপজ্ঝাচৰিয়ে মমং;
ময়হং পনামতেজেন চিত্তং পাপেহি মুঞ্চতংতি।

অসমীয়া ঃ—মই ভগৱান বুদ্ধৰ অপ্ৰমত্ত অন্তিম বাক্য নিৰ্ব্বাণক নমস্কাৰ কৰিছোঁ। সকলো মঠ-মন্দিৰ, আচাৰ্য্য-উপাধ্যায়, গুৰু সকলক মই নমস্কাৰ কৰিছোঁ। এই বন্দনাৰ প্ৰভাৱত মোৰ মন পাপ-কালিমাৰ পৰা মুক্ত হৈ পৱিত্ৰ হওক।

( ৭ )

## মঠ-মন্দিৰ বন্দনা

ৱন্দামি চেতিয়ং সব্বং সব্বট্‌ঠানেসু পতিট্‌ঠিতং
সাৰীৰিক ধাতুং মহাবোধিং বুদ্ধৰূপং সকলং সদা।

অসমীয়া ঃ—সকলো ঠাইতে প্ৰতিস্থিত বুদ্ধৰ অস্থি ধাতুৰ মঠ-মন্দিৰ, মহাবোধি বৃক্ষ আৰু তেওঁৰ সকলো প্ৰতিমূৰ্ত্তিৰ উদ্দেশ্যে মই সদায় বন্দনা কৰিছোঁ।

( ৮ )

## পদচিহ্ন বন্দনা

য়ং নম্মদায় নদিয়া পুলিনে চ তীৰে,
য়ং সচ্চবন্ধ গিৰিকে সুমনাচলগ্‌গে ;
য়ং তত্থ য়োনকপুৰে মুনিনো চ পাদং,
তং পাদলঞ্ছনৱৰং সিৰসা নমামি।

অসমীয়া ঃ—মই নৰ্ম্মদা নৈৰ বালিত থকা ভগৱান বুদ্ধৰ ভৰিৰ চিনটোক আৰু যিবিলাক সত্যবদ্ধ পৰ্ব্বতৰ ওপৰত, সুমন পৰ্ব্বতৰ ওপৰত, যুনকপুৰত ( আৰব ), এই সকলো বিলাক ভৰিৰ খোজকেই অৱনত শিৰে পৱিত্ৰ স্থান বুলি নমস্কাৰ কৰিছোঁ।

( ৯ )

## দন্তধাতু বন্দনা

একা দাঠা তিদসপুৰে একা নাগপুৰে অহু,
একা গন্ধাৰ ৱিসয়ে একাসি পুন সীহলে।
চতস্‌সো তা মহাদাঠা নিব্বাণৰসদীপিকা,
পূজিতা নৰদেৱেহি তাপি ৱন্দামি ধাতুয়ো।

অসমীয়া ঃ—ভগৱান বুদ্ধৰ দাঁত এটা স্বৰ্গৰ ত্ৰিদশালয়ত, এটা নাগলোকত, এটা গান্ধাৰ ৰাজ্যত আৰু এটা লঙ্কাৰ অনুৰাধাপুৰত ; এই চাৰিটা মহা পৱিত্ৰ দাঁত দেৱ-নৰসকলে অমৃত নিৰ্ব্বাণ আশা কৰি পূজা কৰি থাকে। ময়ো সেই চাৰিটা পৱিত্ৰ দাঁত অৱনতশিৰে বন্দনা কৰিছোঁ।

( ১০ )

## সপ্ত মহাস্থান বন্দনা

পঠমং বোধিপল্লঙ্কং, দুতিয়ং অনিমিসম্পি চ,
ততিয়ং চঙ্কমণসেট্‌ঠং, চতুত্থং ৰতনঘৰং,
পঞ্চমং অজপালঞ্চ, মুচলিন্দঞ্চ ছট্‌ঠমং,
সত্তমং ৰাজায়তনং, ৱন্দেতং বোধিপাদপং।

অসমীয়া ঃ—প্ৰথমে বোধিগছৰ ৰজ্ৰাসন, দ্বিতীয়তে অনিমিষ চৈত্যক, তৃতীয়ত চংক্ৰমন স্থান, চতুৰ্থত ৰত্নঘৰ, পঞ্চমত অজপাল বৃক্ষ, ষষ্ঠত মুচলিন্দ, সপ্তমত ৰাজায়তন আৰু অষ্টমত সেই পৱিত্ৰ স্থান বোধি গছজুপিক মই বন্দনা কৰিছোঁ।

( ১১ )

## আঠাইশ বুদ্ধৰ বন্দনা

তনহঙ্কৰো মহাৱীৰো মেধঙ্কৰো মহায়সো,
সৰণংকৰো লোকহিতো দীপঙ্কৰো জুতিন্ধৰো।
কোণ্ডঞ্ঞো জনপামোকেখা মঙ্গলো পুৰিসাসভো,
সুমনো সুমনো ধীৰো ৰেৱতো ৰতিৱদ্ধনো।
সোভিতো গুণসম্পন্নো অনোমদস্‌সী জনুত্তমো,
পদুমো লোকপজ্‌জোতো নাৰদো ৱৰসাৰথি।
পদুমুত্তৰো সত্তসাৰো সুমেধো অগ্গপুগ্গলো,
সুজাতো সব্বলোকগ্গো পিয়দস্‌সী নৰাসভো।
অত্থদস্‌সী কাৰুনিকো ধম্মদস্‌সী তমোনুদো,
সিদ্ধত্থো অসমো লোকে তিস্‌সো ৱৰদসংৱৰো।
ফুস্‌সো ৱৰদসম্বুদ্ধো ৱিপস্‌সী চ অনুপমো,
সিখী সব্বহিতো সত্থা ৱেস্‌সভূ সুখদায়কো।

কুকুসন্ধো সখরাহো কোনাগমনো ৰণঞ্জহো,
কস্‌সপো সিৰিসম্পন্নো গোতমো সাক্যপুঙ্গৱো।
অটঠৱীসতি মে বুদ্ধা নিব্বানমতদায়কা,
নমামি সিৰসা নিচ্চংতে মে ৰক্‌খন্তু সব্বদা।

অসমীয়া :—মহাবীৰ তৃষ্ণাংকৰ, মহাযশস্বী মেধাংকৰ, লোক-হিতৈষী সৰণংকৰ, জ্যোতিমান দীপংকৰ, নৰশ্ৰেষ্ঠ কৌণ্ডিণ্য, পুৰুষাৰ্যভ মঙ্গল, ধীৰ সুমন, ৰতিবৰ্দ্ধক ৰেৱত, গুণসম্পন্ন শোভিত, জনোত্তম অনুমদৰ্শী, জগতৰঞ্জক পদুম, সাৰথিবৰ নাৰদ, প্ৰাণীৰ শ্ৰেষ্ঠ পদুমুত্তৰ, শ্ৰেষ্ঠ পুৰুষ সুমেধ, সৰ্ব্বলোক-শ্ৰেষ্ঠ সুজাত, নৰাৰ্যভ প্ৰিয়দৰ্শী, করুণাময় অৰ্থদৰ্শী, তমবিনোদক ধৰ্ম্মদৰ্শী, অদ্বিতীয় সিদ্ধাৰ্থ, সুসংযমী তিষ্য, সম্বুদ্ধশ্ৰেষ্ঠ ফুশ্য, অনুপম বিপশ্বী, সৰ্ব্ব-মঙ্গলাকাংখী শিখি, সুখদাতা বেশ্বভূ, সাৰ্থবাহক ককুসন্ধ, ৰণত্যাগী কোনাগমন, শ্ৰীসম্পন্ন কাশ্যপ আৰু শাক্যপুঙ্গৱ গৌতম। এই আঠাইশ জন বুদ্ধই নিৰ্ব্বাণামৃত প্ৰদান কৰে। এওঁলোকক মই অৱনত শিৰে নমস্কাৰ কৰিছোঁ। তেওঁলোকে যেন মোক সদায় ৰক্ষা কৰে।

( ১২ )

## বোধিবৃক্ষ বন্দনা

য়স্‌ সমূলে নিসিন্নোৱ সব্বাৰি ৱিজয়ং অকা,
পত্তো সব্বঞ্ঞুতং সত্থা ৱন্দেতং বোধিপাদপং
ইমেহেতে মহাবোধি লোকনাথেন পূজিতা
অহম্পি তে নমস্‌সামি বোধিৰাজ, নমত্থু তে।

অসমীয়া :—যি বোধি গছৰ তলত বহি ভগৱান বুদ্ধই মাৰ সৈন্যক পৰাজয় কৰি সৰ্ব্বজ্ঞতা জ্ঞান লাভ কৰিলে, সেই দিনৰপৰা বোধিবৃক্ষ তেওঁৰ দ্বাৰা পূজিত হল। গতিকে সেই বোধিৰাজক আমিও নমস্কাৰ কৰিছোঁ।

( ১৩ )

## আঠোটা মহস্তূপ বন্দনা

একো থূপো ৰাজগহে, একো ৱেসালিয়াপুৰে,
একো কপিলৱত্থুস্মিং, একো চ অল্লকপ্পকে,
একোসি ৰামগামস্মিং, একো চ ৰেঠদীপকে,
একো পাৱেয়্যকে মল্লে, একো চ কুসীনাৰকে।
এতে অটঠ মহাথূপা জম্বুদীপে পতিটিঠতা,
পূজিতা নৰদেৱেহি তাপি ৱন্দামি সব্বদা।

অসমীয়া :—ৰাজগৃহত, বৈশালীত, কপিলাবস্তুত, অল্লকাপদত, ৰামগাওঁত, বেঠদ্বীপত, পাৱাৰাজ্যত আৰু কুশীনগৰত এই আঠোটা মহাস্তূপ প্ৰতিষ্ঠিত আছে। দেৱ-মানৱ সকলে এই মহাস্তূপ বিলাক পূজা কৰি থাকে। ময়ো এই আঠোটা মহাস্তূপ বন্দনা কৰিছোঁ।

( ১৪ )

## ত্ৰিৰত্ন, বোধি আৰু সকলোবিলাক ধাতু বন্দনা

বুদ্ধং ধম্মঞ্চ সঙ্ঘং সুগত তনুভৱং ধাতুয়ো ধাতুগন্তে,
লঙ্কায়ং জম্বুদীপে তিদসপুৰৱৰে নাগলোকে চ থূপে।
সব্বে বুদ্ধস্স ৱিম্বে সকল দসদিসে কেস-লোমাদি ধাতুং
ৱন্দে সব্বেপি বুদ্ধং দসৱল-তনুজং বোধিচেতিং নমামি।

অসমীয়া :—বুদ্ধ, ধৰ্ম্ম আৰু সংঘক, তথাগতৰ শৰীৰৰ ধাতু আৰু ধাতুকৰণ্ড বিলাকক—লঙ্কা, জম্বুদ্বীপ, স্বৰ্গ আৰু নাগভৱনত যিবিলাক স্তূপ আছে, সকলো বুদ্ধৰ প্ৰতিমূৰ্ত্তি আৰু দশো দিকে থকা চুলি লোমাদিৰ ধাতুবিলাক আৰু বোধি মন্দিৰক মই নমস্কাৰ কৰিছোঁ।

## বুদ্ধ বন্দনা

১। বুধজন-পঙ্কজ বোধন ৱিস্‌সুত
ভানু ৰংসিনিভ কিত্তিয়ুত্তং,
নমুচিভ-সংহতি কুম্ভৱিদাৰণ
ছেক-নৰুত্তম সীহসমং।
সুৰ-নৰ-ৱন্দিত চক্কৱৰংকিত
লক্‌খন মণ্ডিত পাদয়ুগং,
পণমামি সাৰদ দসৱলধাৰিত
দেহ ৱিৰাজিত বুদ্ধমহং।

অনুবাদ ঃ—জ্ঞানীসকলৰ অন্তৰৰ গভীৰ জ্ঞান ধনৰ দৰে সুবিখ্যাত ৰত্ন, সূৰ্য্যৰশ্মিৰ দৰে উজ্জ্বল কান্তি, মাৰৰ বাহন গিৰিমেখলা হাতীৰ কুম্ভবিদাৰণকাৰীৰ দৰে পাৰ্গত মাউত, পশুশ্ৰেষ্ঠ সিংহৰ দৰে নৰোত্তম, লক্ষণসম্পন্ন, চক্ৰাঙ্কিত পদযুগল, দেৱমানৱ পূজিত, সেই দশবলধাৰী বুদ্ধক মই বন্দনা কৰিছোঁ। তেওঁ মোৰ অন্তৰত সদায় প্ৰতিষ্ঠিত হওক।

## ধৰ্ম্ম বন্দনা

২। তসিণ তমোঘ ৱিনাসন ভাস্সুৰ
লোক সুৱিস্‌সুত দীপসমং,
জিনসুত কাঞ্চণ হংসনিসেৱিত
ৱাৰি জৰাপিত সাৰতৰং।
বুধজন থোমন কামদ দাতুল
বুদ্ধমুদীৰিত সেটেঠ্‌তৰং,
পণমামি অস্তুত সাৰদ সম্ভূত
ধম্মমহং ৱৰং সীথিপথং।

অনুবাদ ঃ—তৃষ্ণাৰূপ অন্ধকাৰ বিনাশকাৰী অংশু, সংসাৰ-বিশ্ৰুত প্ৰদীপ, স্বৰ্ণৰাজ হংসৰ দৰে জিন পুত্ৰ, বৰষুণৰ পানীৰে পৰিপূৰ্ণ গভীৰ নিৰ্ম্মল সৰোবৰ, পণ্ডিতসকলৰ জ্ঞানপিপাসা নিবাৰক জ্ঞানৰ ভঁৰাল, ইচ্ছিত বাঞ্ছিত পৰিপূৰণকাৰী বুদ্ধই সুন্দৰৰূপে বৰ্ণিত সুশীতল পথৰ নিৰ্ম্মল ধৰ্ম্মক মই বন্দনা কৰিছোঁ। তেওঁৰ সেই শ্ৰেষ্ঠ ধৰ্ম্ম মোৰ অন্তৰত সদায় প্ৰতিধ্বনিত হওক।

## সঙ্ঘ বন্দনা

৩। জন-মন-তোসন সীল ৱিভূসন
লংকত সুন্দৰ দেহধৰং,
সুগত ৱৰেৰিত ধম্ম সুনিম্মল
নীৰ-সুসোধিত সুদ্ধমনং।
ৱৰ-করুণাকৰ লোকহিতামত
সাধনমুত্তম ঞানয়ুতং,
পণমামি সাৰদ সাৰ জিনোৰস
সব্ব পাপহত সজ্ঘৱৰং।

অনুবাদ ঃ—কাম্য মানৱ মনৰ সন্তুষ্টি দাতা, শীলৰূপ অলঙ্কাৰে অলঙ্কৃত দেহধাৰী, সুগতৰ প্ৰদত্ত নিৰ্ম্মল ধৰ্ম্মৰে পুৰস্কৃত, দানৰ প্ৰকৃত পাত্ৰ, নীৰ সংশোধিত সংযত ইন্দ্ৰিয়, কৰণীয় কৰ্ম্ম সম্পন্ন, জ্ঞানীশ্ৰেষ্ঠ পাৰ্গত সাধক, সৰ্ব্বপাপ বিনাশী জিনপুত্ৰৰ সংঘক মই বন্দনা কৰিছোঁ। মোৰ অন্তৰত তেওঁলোকৰ প্ৰতিচ্ছবি সদায় দেদীপ্যমান হৈ ৰওক।

## বুদ্ধ বন্দনা

(১) দিস্বায়ো দুক্খখিন্নে কৰগতমমতং
দুক্খখিন্নং পহায়,

লোকস্‌সথং চৰন্তো অমতমিৱভজং
ঘোৰ সংসাৰ দুক্‌খং।
দানাদি পাৰমী সম্নিচয় সুমতিমা
পত্তৱা বুদ্ধভাৱং,
সংসাৰম্বোধিনাৱং তমসমসৰণং
দেৱদেৱং নমামি।

অনুবাদ ঃ—জন্ম-জন্মান্তৰ ঘূৰি দানাদি পাৰমি পূৰ্ণকৰি লাভ কৰা বুদ্ধত্ব। দিব্যচকুৰে তেওঁ দেখিবলৈ পালে এই সংসাৰৰ দুখ। গতিকে দুখঃক্লিষ্ট প্ৰাণীজগতৰ দুখ অপনোদনৰ কাৰণে দেখুৱালে অমৃত পথ। মৰতৰ ঘোৰ অন্ধকাৰত আচ্ছন্ন হৈ থকা প্ৰাণীবিলাকৰ দুখ দূৰীকৰণাৰ্থে বিচৰণ কৰি উবাৰি দিলে অমৃতৰ দ্বাৰ। সেই ভৱসমুদ্ৰ উত্তীৰ্ণ কৰোঁতা জ্ঞানৰূপ নাও। দেৱাতিদেৱ বুদ্ধক নমস্কাৰ।

## ৱোধি বন্দনা

(২) যো লোকথায় বুদ্ধো ধনস্সুত ভৰিয়া
অঙ্গজীৱে চজিত্বা,
পূৰেত্বা পাৰমিয়ো তিদসমনুপমে
ৱোধি পক্‌খীয় ধম্মে।
পত্বা ৱোধিং ৱিসুদ্ধং সকল গুণদদং
সেট্‌ঠ ভূতো তিলোকে ;
কত্বা দুক্‌খস্‌স অন্তং কতসুভজনতং
দুক্‌খতো মোচয়িত্থ।
নত্বানাহং জিনং তং সমুপতিত সুভং
সব্বলোকেক ৱন্ধুং,
নাহু য়েনাপি তুল্যো কুসল মহিমতো
উত্তমো ভূতলোকে।

তস্‌সেৱেমং সুৱিমহং সুৱিপুলমমলং
বোধি সম্ভাৱ ভূতং,
হেতুং হেত্বানুৰূপং সুগত গতফলং
ভাসতো মে সুনাথ
য়ো সংসাৰেসু দুক্‌খং অমতমিৱভজং
সব্বসত্তে দয়ায়,
তেসং দোসগ্গিজালং কমলসলিলতো
সাধু নিব্বাপয়ন্তো।
বুদ্ধো বোদ্ধিঞ্চ পত্তো সকল মতিৱসী
পত্ত সব্বঞ্‌ঞু ভাৱং,
তঞ্চাহং তস্‌স বোধিং পমুদিত মনসা
সব্বকালং নমামি।

অনুবাদ :—লোকহিতৈষী বুদ্ধই ধন-জন, পুত্ৰ-পৰিবাৰ, অঙ্গ-প্ৰত্যঙ্গ দান দি ত্ৰিভুৱনৰ অনুপম ধৰ্ম্ম পাৰমি পূৰ্ণ কৰি লাভ কৰিলে বোধিজ্ঞানৰ অঙ্গ। বিশুদ্ধ বোধিজ্ঞানৰ অধিকাৰী, সৰ্ব্বগুণসম্পন্ন, ত্ৰিলোক-শ্ৰেষ্ঠ বুদ্ধই সাধনা কৰি জনগণৰ হিতাৰ্থে দেখুৱালে দুখমুক্তিৰ পথ। তেওঁৱেই ৰিপুজয়ী সুপ্ৰতিষ্ঠিত অনন্তজিন আৰু সমগ্ৰ বিশ্বৰ বন্ধু। ত্ৰিভুবনত শ্ৰেষ্ঠ, মহীয়ান, কল্যাণকামী হিচাবে তেওঁ অদ্বিতীয়।

তেওঁ সৰ্ব্বসুন্দৰ, বিপুল, নিৰ্ম্মল বোধিজ্ঞানৰ কাৰ্য্যকাৰণ নীতি-লব্ধ ফলৰ নিখুঁত পথ-প্ৰদৰ্শক আৰু উপদেশক আছিল। যি জীৱজগতৰ প্ৰতি আৰু কাৰুণ্য চিত্তৰে দুখ নিৰ্ম্মূল কৰিবলৈ অমৃত ভাণ্ড খুলি দিছিল, যি দ্বেষাগ্নি জাল ধ্বংস কৰি নিৰ্লিপ্ত জলপদ্মৰ দৰে লোভ-দ্বেষ-মোহ নিবৃত্তি কৰিছিল, য'ত বোধিজ্ঞান লাভ কৰি সৰ্ব্বৈজ্ঞাতা প্ৰাপ্ত হৈছিল, সেই বোধিবৃক্ষ সৰ্ব্বজনৰ অন্তঃশুদ্ধিৰ স্থল। মই সশ্ৰদ্ধচিত্তে বোধিবৃক্ষক বন্দনা কৰিছো।

## প্রণতি গাথা

১। উজ্জ্বল ৱদন গৌৰ ৱৰ দেহং
ৱিনশতি নিৰৱধি ভাৱ ৱিদেহং,
ত্রিভুৱন পাৱন কৃপয়া লেশং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

২। গৰ গৰ অন্তৰ ভাৱ ৱিকাৰং
দুর্জ্জন তর্জ্জন নাদ ৱিশালং,
ভৱভয় ভঞ্জন কাৰণ করুণং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

৩। অরুণাম্বৰ ধৰ চারু কপোলং
ইন্দু ৱিনিন্দিত নখচয় রুচিৰং,
জল্পিত নিজগুণ নাম ৱিষাদং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

৪। বিগলিত নয়ন কমলজ ধাৰং
ভূষণ নৱৰস ভাৱ ৱিকাৰং,
গতি অতি মনোহৰ গজেন্দ্রৱেশং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

৫। চঞ্চল চারু চৰণ গতি রুচিৰং
ৰঞ্জিত মঞ্জিৰ মুখৰস ধীৰং,
ইন্দুৱিনিন্দিত শীতল ৱদনং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

৬। ত্রিচীৱৰ ধাৰী পিণ্ডপাত্র হস্তং
দিব্য কলেৱৰ সুমণ্ডিত মণ্ডং,
দুর্জ্জন কিল্মিষ খণ্ডন দণ্ডং
ত্বং প্রণমামি চ শ্রীমায়া তনয়ং।

৭। ভুৱন তৰুজ অলকাৱলি ললিতং
কস্মিত ৱিম্বাধৰ ৱৰ ৰুচিৰং,
মলয়ুজ ৱিৰচিত উজ্জ্বল তিলকং
ত্বং প্ৰণমামি চ শ্ৰীমায়া তনয়ং।

৮। নিন্দিত অৰুণ কমলদল নয়নং
আজানুলম্বিত শ্ৰীভুজ যুগলং,
দানশীল ভাৱনা নিত্য দেশকং
ত্বং প্ৰণমামি চ শ্ৰীমায়া তনয়ং।

## অনুবাদ

১। উজ্জ্বল বদন, গৌৰকান্তি দেহ, সৰ্ব্বদা বিদ্বেষ ভাব বিনাশক, ত্ৰিলোক-পাবন, দয়ালু, শ্ৰীমায়া নন্দন তোমাক নমস্কাৰ কৰো।

২। গদ্-গদ্ চিত্ত ( বিশিষ্ট ) ভাবাস্তৱকাৰী, দুৰ্জ্জন দমনৰ হেতু বিশাল গৰ্জ্জনকাৰী, কৰুণ-ভব-ভয়-ভঞ্জনকাৰী, শ্ৰীমায়া নন্দন—তোমাক নমস্কাৰ কৰো।

৩। অৰুণাম্বৰধৰ, চাৰুকপোল, শশাঙ্কনিন্দিত সুন্দৰ নখবিশিষ্ট নিজ নাম-গুণৰ জল্পিত,—শ্ৰীমায়া নন্দন তোমাক নমস্কাৰ কৰো।

৪। প্ৰস্ফুটিত পদ্মতুল্য বিগলিত নয়ন, ভাববিকিৰণ নবৰস ভূষণ, অতি মনোহৰ গজেন্দ্ৰ গমনতুল্য, শ্ৰীমায়া নন্দন -তোমাক নমস্কাৰ কৰো।

৫। চাৰু চঞ্চল চৰণ গতি সম্পন্ন ধীৰ, ৰঞ্জিত, মঞ্জিৰ, মুখৰসযুক্ত সম্পন্ন, ইন্দুবিনিন্দিত শীতল বদন শ্ৰীমায়া নন্দন—তোমাক নমস্কাৰ কৰো।

৬। পিণ্ড পাত্ৰ হস্ত, ত্ৰিচীবৰধাৰী, সুপণ্ডিত, বিভুকলেবৰযুক্ত, পাপহাৰী, দণ্ডমুক্তিকাৰী শ্ৰীমায়া নন্দন—তোমাক নমস্কাৰ কৰো।

৭। ভুবন ভকজ, ললিত অলকাবলীযুক্ত, শ্ৰেষ্ঠ মনোহৰ বিদ্যাধাৰী, মলয়জ খচিত উজ্জ্বল তিলকযুক্ত শ্ৰীমায়া নন্দন—তোমাক নমস্কাৰ কৰো।

৮। অৰুণ নিন্দিত কমলাক্ষী, অজানুলম্বিত শ্ৰীবাহুযুক্ত, নিত্য দান-শীল ভাবনাত্ৰয় দেশনাকাৰী শ্ৰীমায়া নন্দন—তোমাক নমস্কাৰ কৰো।

## নৰসীহ গাথা

১। চক্ক ৱৰঙ্কিত ৰত্ত সুপাদো
লক্‌খন মণ্ডিত আয়ত পণিহ্‌,
চামৰ ছত্ত ৱিভূসিত পাদো
এসহি তুয়্হ পিতা নৰসীহো।

২। সক্য কুমাৰ ৱৰো সুখুমালো
লক্‌খণ ৱিথত পুণ্ণসৰীৰো,
লোকহিতায় গতো নৰৱীৰো
এসহি তুয়্হ পিতা নৰসীহো।

৩। পুণ্ন সসঙ্ক নিভো মুখৱণ্ণো
দেৱ-নৰান পিয়ো নৰনাগো,
মত্ত গজিন্দ ৱিলাসিত গামী
এসহি তুয়্হ পিতা নৰসীহো।

৪। খত্তিয় সম্ভৱ অগ্গ কুলীনো
দেৱমনুস্‌সা নমস্‌সিত পাদো,
সীল সমাধি পতিট্‌ঠিত চিত্তো
এসহি তুয়্হ পিতা নৰসীহো।

৫। আয়ত যুত্ত সুসণ্ঠিত নাসো
গোপমুখো অভিনীল সুনেত্তো,

ইন্দধনু অভিনীল ভমুকো
এসহি তুয়্হ পিতা নৰসীহো।
৬। ৱট্ট সুমট্ট সুসণ্ঠিত গীৱো
সীহ-হনূ মিগৰাজ সৰীৰো,
কাঞ্চন সুচ্ছৱি উত্তম ৱণ্ণো
এসহি তুয়্হ পিতা নৰসীহো।
৭। সিনিদ্ধ সুগম্ভীৰ মঞ্জু সুঘোসো
হিঙ্গুল বন্ধু সুৰত্ত সুজিবেহা,
ৱীসতি ৱীসতি সেত সুদন্তো
এসহি তুয়্হ পিতা নৰসীহো।
৮। অঞ্জন ৱণ্ণ সুনীল সুকেসো
কাঞ্চন পট্ট ৱিসুদ্ধ ললাটো,
ওসধি পণ্ডৰ সুদ্ধ সু-উণ্ণো
এসহি তুয়্হ পিতা নৰসীহো।
৯। গচ্ছতি নীলপথে ৱিয় চন্দো
তাৰগণা পৰিৱেঠিত ৰূপো,
সাৱক মজ্ঝগতো সমুনিন্দো
এসহি তুয়্হ পিতা নৰসীহো।

## অনুৱাদ

১। বৰ চক্ৰাঙ্কিত বাতুল চৰণ, লক্ষণযুক্ত বিস্তৃত পাণি, চামৰ ছত্ৰশোভিত পাদ—এওঁেই তোমাৰ পিতা নৰসিংহ।

২। লক্ষণযুক্ত সৌষ্ঠৱ শৰীৰ, বৰ সুকোমল, শাক্যকুমাৰ লোকহিতৈষী, গত নৰবীৰ—এওঁেই তোমাৰ পিতা নৰসিংহ।

৩। পূৰ্ণশশীতুল্য মুখচ্ছবি, দেৱ-মানৱৰ প্ৰিয়, নৰনাগ, মত্ত গজেন্দ্ৰৰ দৰে গমন বিলাসী—এওঁেই তোমাৰ পিতা নৰসিংহ।

৪। অভিজাত ক্ষত্রিয় কুলোদ্ভৱ, দেৱ-মানৱৰ বন্দিত পাদ, শীল, সমাধিত, প্রতিষ্ঠিত চিত্ত—এৱেঁই তোমাৰ পিতা নৰসিংহ।

৫। বিস্তৃত সুঠাম নাসিকাযুক্ত, গোপমুখ, নীলনেত্র, ইন্দ্র-ধনুতুল্য নীল ভ্রূযুক্ত—এৱেঁই তোমাৰ পিতা নৰসিংহ।

৬। সুমসৃন, সুগ্রীৱ, সিংহ, হনু, কেশৰী শৰীৰ, সুবৰ্ণ কাঞ্চন দেহী—এৱেঁই তোমাৰ পিতা নৰসিংহ।

৭। স্নিগ্ধ, সুগম্ভীৰ, মঞ্জুভাষী, হিঙ্গুল বন্ধু, সুৰঞ্জিত জিহ্বা যুক্ত—এৱেঁই তোমাৰ পিতা নৰসিংহ।

৮। কাজলবৰ্ণ, সুনীলকেশ, কাঞ্চন পত্রতুল্য বিশুদ্ধললাট, ঔষধি তাৰকা সদৃশ শুদ্ধ উৰ্ণাযুক্ত—এৱেঁই তোমাৰ পিতা নৰসিংহ।

৯। তৰাগণ বেষ্টিত অন্তৰীক্ষ নীল গতি পথ শশাঙ্কতুল্য, শ্রাৱক শোভিত মুনীন্দ্র -এৱেঁই তোমাৰ পিতা নৰসিংহ।

## পুণ্যানুমোদন গাথা

১। আকাসসিন্ধু-ৱন-পাদপ পব্বতট্ঠা
ভূৰি সিনেৰু গিৰিকন্দৰ সাগৰট্ঠা,
ইচ্চেৱমাদিসু নিৱাসিত ভূতসেট্ঠা
পুঞ্ঞানুমোদথ সদেৱগণা পহট্ঠা।

২। দত্বান দানং সুগতো ৰসানং
পালেত্বা সম্মা খলু পঞ্চসীলং
ৰূপে চ থামে চ য়সে চ ভোগে
ভৱাভৱে'হং অনূনো ভৱেয়্যং।

৩। সংসাৰ দুগ্গৱিপিনে ভয়দে অসাৰে
ৰোপেত্বা দান-সুৰপাদ পমচ্চুলাৰং,
তস্সানুভাৱজনিতং সুখমেসমানো
অন্তেনুভোম্মি সুখদং অমতপ্ফলন্তি।

## অনুবাদ

১। আকাশ, সিন্ধু, হাবি, গছ, পর্ব্বত, সুমেৰু পর্ব্বত, গিৰি, গহ্বৰ, সাগৰ ইত্যাদিত যি বিলাক প্ৰাণী আছে, দেৱ-মানৱৰ জগতে সকলোৱে আনন্দ মনেৰে পুণ্যফল অনুমোদন কৰক।

মই বুদ্ধাদি শ্ৰাৱক সকলক দান দি আৰু ভাল দৰে পঞ্চশীল পালন কৰি যি পুণ্যফল আৰ্জ্জন কৰিছো, সেই পুণ্যৰ প্ৰভাৱত জন্ম জন্মান্তৰত দৈহিক ৰূপ, শক্তি, যশ আৰু ভোগ সম্পত্তি লাভ হওক।

৩। ভয়সংকুল অসাৰ সংসাৰৰূপ দুৰ্গম অৰণ্যত সুখকামনা কৰি অতি উদাৰ দানৰূপ দেৱবৃক্ষ ৰোপণ কৰিছো, সেই দানৰ প্ৰভাৱত মোৰো যেন পৰিশেষত সুখময় অমৃতফল নিৰ্ব্বাণ লাভ হওক।

## নামাষ্টশতকং গাথা

১। সম্বুদ্ধং পুণ্ডৰীকাক্ষং সৰ্ব্বজ্ঞং কৰুণাস্পদং,
সামন্ত ভদ্ৰং শাস্তাৰং শাক্যসিংহং নমাম্যহং।
২। শ্ৰীঘনং শ্ৰীমতিং শ্ৰেষ্ঠং শীলৰাশিং শিৱঙ্কৰং,
শ্ৰীমন্তং শ্ৰীকৰং শান্তং শান্তবেশং নমাম্যহং।
৩। নৈৰাত্মবাদিনং সিদ্ধং নিৰৱদ্যং নিৰাশ্ৰৱম্,
নীতিজ্ঞং নিৰ্ম্মলাত্মানং নিস্কলঙ্কং নমাম্যহং।
৪। নিৰ্ব্বাদং নিৰহঙ্কাৰং নিৰ্ব্বিকল্পং তথাগতং,
নিৰ্ধূত নিখিলক্লেশং নিষ্প্ৰপঞ্চং নমাম্যহং।
৫। বিশ্বেশ্বৰং বিমুক্তিজ্ঞং বিশ্বৰূপং বিনায়কং,
বিশ্বলক্ষণ সম্পন্নং বীতৰাগং নমাম্যহং।
৬। বিদ্যাচৰণসম্পন্নং বিশ্বেশং বিমলপ্ৰভং,
বিনীতবেশং বিপুলং বীতদোষং নমাম্যহং।
৭। দুৰ্দ্দান্ত দমকং সৰ্ব্বং শুদ্ধং শৌদ্ধোদনিং মুনিং,
সুগতং সুগতিং সৌম্যং শুভ্ৰকীৰ্ত্তিং নমাম্যহং।

৮। যোগীশ্বৰং দশবলং লোকজ্ঞং লোকপূজিতং,
লোকাচাৰ্য্যং নিৰ্বাচাৰ্য্যং লোকনাথং নমাম্যহং।

৯। কলঙ্কমুক্তং কামাৰিং অকলঙ্কং কলাধৰং,
কান্তমূৰ্ত্তিং দয়াপাত্ৰং কণকাভং নমাম্যহং।

১০। পৰমাৰ্থং পৰজ্যোতিং পৰমং পৰমেশ্বৰং,
ভবা ভব কৰং ভব্যং ভগৱন্তং নমাম্যহং।

১১। মহামতিং মহাবীৰ্য্যং মহাভিজ্ঞং মহাবলং,
মহোদয্যং মহাধৈৰ্য্যং মহাবাহুং নমাম্যহং।

১২। আদ্যং পবিত্ৰং সৰ্ব্বীয়ং অপৰাজিতমচ্যুতং,
মিতং পৰহিতং নাথ অমিতাভং নমাম্যহং।

১৩। চতুৰ্ম্মাৰাৰি বিজিতং তত্বজ্ঞং শঙ্কৰং শিৱং,
সত্বসাৰং সদাচাৰং সাৰ্থবাহং নমাম্যহং।

১৪। দেবদেবং মহাদেবং দেববন্দিতমব্যয়ং,
প্ৰমাণাতীত দেবেশং দিব্যৰূপং নমাম্যহং।

১৫। জিতেন্দ্ৰিয়ং জিতক্লেশং জিনেন্দ্ৰ পুৰুষোত্তমং,
উত্তমং সত্তমং ব্ৰহ্মং পুণ্যক্ষেত্ৰং নমাম্যহং।

১৬। ভক্তেস্তং যং পঠে নিত্যং প্ৰাতৰুত্থায় মানবঃ,
নামাষ্টশতকং পুণ্যম্ পবিত্ৰং পাপনাশনম্।

১৭। সলভেথ মিতান্ ভোগান্ ভৌমান্ স্বৰ্গোস্তবংস্তথা,
ব্যাধয়স্তং নবাধন্তে দুঃস্বপ্ন তস্য নশ্যতি।

১৮। আযুৰাৰোগ্য সম্পন্নশ্চ ভোগৈশ্বৰ্য্য সমন্বিতঃ,
মেধাবী কুলজো বাগ্মী ভবে জন্মনি জন্মনি।

## অনুবাদ

১। সম্বুদ্ধ, পুণ্ডৰীকাক্ষ, সৰ্ব্বজ্ঞ, কৰুণাস্পদ, সামন্তভদ্ৰ শাস্তা-শাক্যসিংহক মই নমস্কাৰ কৰো।

২। শ্ৰীঘন, শ্ৰীমতী, শ্ৰেষ্ঠ, শীলসম্পন্ন, শিৱকৰ, শ্ৰীমন্ত, শান্ত, শ্ৰীকাৰ, শান্তবেশক মই নমস্কাৰ কৰো।

৩। অনাত্মবাদী, সিদ্ধ, নিৰৱদ্য, অনাস্ৰৱ, নীতিজ্ঞ, নিৰ্ম্মলাত্ম নিষ্কলঙ্কক মই নমস্কাৰ কৰো।

৪। নিৰ্বৃত, নিৰভিমান, নিৰ্ব্বিকল্প, তথাগত, নিখিলক্লেশ নিৰ্ধূত, নিস্প্ৰপঞ্চক মই নমস্কাৰ কৰো।

৫। বিশ্বেশ্বৰ, বিমুক্তিজ্ঞ, বিশ্বৰূপ, বিনায়ক, বিশ্বলক্ষণ সম্পন্ন, বীতৰাগক মই নমস্কাৰ কৰো।

৬। বিদ্যাচৰণ সম্পন্ন, বিশ্বনিয়ন্তা বিমলাভ, ভদ্ৰবেশী বিপুল বীতদ্বেষক মই নমস্কাৰ কৰো।

৭। অদম্য, দমনকাৰী, সৰ্ব্বশুদ্ধ, শুদ্ধোদন সুত, মুনি, সুগত, সৌম্য, শুভ্ৰকীৰ্ত্তিক মই নমস্কাৰ কৰো।

৮। যোগীশ্বৰ, দশবল, লোকজ্ঞ, লোকপূজিত, লোকাচাৰ্য্য নিস্বাৰ্থ লোকনাথক মই নমস্কাৰ কৰো।

৯। কলঙ্কমুক্ত, কমাৰি, নিষ্কলঙ্ক, কলাধৰ, কান্তমূৰ্ত্তি, দয়ালু, কনকাভক মই নমস্কাৰ কৰো।

১০। পৰমৰ্থ, পৰজ্যোতি, পৰম, পৰমেশ্বৰ, ভবাভবক, ভব্য, ভগৱানক মই নমস্কাৰ কৰো।

১১। মহামতি, মহাবীৰ্য্য, মহাভিজ্ঞ, মহাবল, মহোদ্যোগী, মহাধীৰ, মহাবাহুক মই নমস্কাৰ কৰো।

১২। আদিভূত, পৱিত্ৰ, সৰ্বীয়, অপৰাজিত, অচ্যুত, সংখ, পৰহিতাৰ্থী নাথক মই নমস্কাৰ কৰো।

১৩। চতুৰ্ম্মাৰাৰি, বিজয়ী, তত্বজ্ঞ, শঙ্কৰ, শিৱ, সত্বসাৰ, সদাচাৰী সাৰ্থবাহক মই নমস্কাৰ কৰো।

১৪। দেৱাদিদেৱ, মহাদেৱ, দেৱবন্দিত, অব্যয়, অপ্ৰমেয়, দেবেশ, দিব্যৰূপক মই নমস্কাৰ কৰো।

১৫। জিতেন্দ্ৰিয়, ক্লেশবিজেতা, ইন্দ্ৰজিৎ, পুৰুষোত্তম, উত্তম, সপ্তম, ব্ৰহ্ম আৰু পুণ্যক্ষেত্ৰক মই নমস্কাৰ কৰো।

১৬-১৭। পুৱাতে উঠি যি ভক্ত মানবে পাপ নাশক পৱিত্ৰ নামষ্ট-শতক পুণ্য পাঠ কৰে তেওঁ প্ৰচুৰ ভোগ সম্পত্তি তথা স্বৰ্গদায়ক সমৃদ্ধি লাভ কৰিব পাৰে। তেওঁ ব্যাধিগ্ৰস্ত নহয় আৰু কেতিয়াও বেয়া অমঙ্গলজনক সপোনাদি নেদেখে।

১৮। সংসাৰত জন্মে জন্মে আয়ু আৰোগ্য সম্পন্নশালী ভোগৈশ্বৰ্য্যশালী, মেধাবী, কুলীন, বক্তা, বাগ্মী হৈ থাকে।

## অষ্টবিংশতি বুদ্ধ বন্দনা

১। ৱন্দে তণ্‌হৰং বুদ্ধং ৱন্দে মেধংকৰং মুনিং,
সৰণংকৰং মুনিং ৱন্দে দীপঙ্কৰং মুনি নামে।

২। ৱন্দে কোণ্ডঞ্ঞ সত্থাৰং ৱন্দে মঙ্গল নায়কং,
ৱন্দে সুমণ সম্বুদ্ধং ৱন্দে ৰেৱত নায়কং।

৩। ৱন্দে সেভিত সম্বুদ্ধং অনোমদস্‌সিং মুনি নামে,
ৱন্দে পদুম সম্বুদ্ধং ৱন্দে নাৰদ নায়কং।

৪। পদুমুত্তৰং মুনিং ৱন্দে ৱন্দে সুমেধ নায়কং,
ৱন্দে সুজাত সম্বুদ্ধং পিয়দস্‌সিং মুনি নামে।

৫। অত্থদস্‌সিং মুনিং ৱন্দে ধম্মদস্‌সিং জিনং নামে,
ৱন্দে সিদ্ধত্থ সত্থাৰং ৱন্দে তিস্‌স মহামুনিং।

৬। ৱন্দে ফুস্‌স মহাৱীৰং ৱন্দে বিপস্‌সী নায়কং,
সিখিং মহামুনিং ৱন্দে ৱন্দে ৱেস্‌সভু নায়কং।

৭। ককুসন্ধং মুনি ৱন্দে ৱন্দে কোনো গমন নায়কং,
কস্‌সপং সুগতং ৱন্দে ৱন্দে গোতম নায়কং।

৮। অট্ঠ্‌বীসতিমে বুদ্ধা নিব্‌বানামতদায়কা,
নমামি সিৰসা নিচচং তে মে ৰক্‌খন্তু সব্বদা।

### অনুবাদ

তৃষ্ণাঙ্কৰ, মেধাঙ্কৰ, শৰণঙ্কৰ, দীপঙ্কৰ, কোণ্ডাঞ্ঞ, মঙ্গল, সুমন, ৰেবত, শোভিত, অনোমদৰ্শী, পদ্ম, নাৰদ, পদ্মোত্তৰ, সুমেধ, সুজাত, প্ৰিয়দৰ্শী, অৰ্থদৰ্শী, ধৰ্ম্মদৰ্শী, সিদ্ধাৰ্থ, তিষ্য, ফুশ্য, বিপস্সী, শিখি, বেস্সভু, ককুসন্ধ, কোনাগমন, কাশ্যপ, গৌতম, এই ২৮ জন নিব্বাণামৃত দানকাৰী বুদ্ধক মই সৰ্ব্বদায় এওঁলোকক অৱনত শিৰে বন্দনা কৰিছো। তেওঁলোকে যেন মোক সততে ৰক্ষা কৰে।

### ত্ৰিৰত্নৰ গুণ ভাৱনাৰ ফল

ইচেচৱ মচচন্ত নমস্সনীয়ং নমস্সমানো ৰতনত্তয়ংয়ং, পুঞ্ঞাভিসন্দং ৱিপুলং অলত্থং তস্সানুভাৱেন হতন্তৰায়োতি

এৱং দেৱমনুস্সানং সব্বকামদদো নিধি,
য়ং য়দেৱাভিপত্থেন্তি সব্বমেতেন লব্ভতি।

### অনুবাদ

ত্ৰিৰত্নৰ গুণ বন্দনা আৰু ভাৱনা কৰি প্ৰত্যেকৰ মনত এই ভাৱ ধাৰণ কৰা উচিত, এইদৰে অন্তৰত পৰম শ্ৰদ্ধাভাৱ ৰাখি ৰত্নত্ৰয়ক নমস্কাৰ কৰি মই যি বিপুল পুণ্যসম্পদ লাভ কৰিলো, এই পুণ্যৰ প্ৰভাৱত মোৰ সকলো প্ৰকাৰ অন্তৰায় বিনাশ হওক।

দেৱমানৱৰ শ্ৰেষ্ঠ কামনা পূৰিপূৰণকাৰী একমাত্ৰ নিধি ত্ৰিৰত্ন। এই ত্ৰিৰত্নৰ ওচৰত যিহকে প্ৰাৰ্থনা কৰা যায়, সেই সকলোবিলাকেই শ্ৰদ্ধা-ভক্তি-বন্দনা আৰু ভাৱনাৰ দ্বাৰা লাভ কৰিব পাৰে।

### ত্ৰিচৈত্য সাধনৰ ফল

য়ো বোধিৰুক্খং ৰোপেতি যো চ পব্বজিতো নৰো,
য়ো চ সত্থু বিম্বকৰো ধুৱং বুদ্ধো ভৱিস্সতি।

## অনুবাদ

যি মানুহে বোধিবৃক্ষ ৰোৱে, যি প্ৰব্ৰজিত হয় আৰু যি ভগৱানৰ প্ৰতিমূৰ্ত্তি স্থাপন কৰে, তেওঁ সম্যক সম্বুদ্ধ, প্ৰত্যেক বুদ্ধ আৰু শ্ৰাৱক বুদ্ধ এই তিনি প্ৰকাৰৰ ভিতৰত যেই কোনো এক প্ৰকাৰ বুদ্ধত্ব লাভ কৰিব পাৰে।

## বোধি বন্দনা

১। সত্থা সুনীলায়ত নেত্তহাৰী কন্তম্বুধাৰা নিপাতেন সিঞ্চং
পূজেসি তং সত্তদিনানি বোধিৰাজং বিৰাজং সিৰসা নমামি।

২। মূলে তুমিন্দস্স নিসজ্জ য়স্স ধীৰো সুবোধি চতুসচ্চমগ্গং,
মাৰং জিনিত্বা সমাৰং মুনিন্দো তম্পাদপিন্দং সিৰসা নমামি।

৩। ইন্দনীলৱন্নপত্তসেতখন্ধ ভাসুৰং,
সত্থুনেত্ত পঙ্কজাভি পূজিতগ্‌গা সাতদং।
অগ্গবোধিনাম ৱাম দেৱৰুক্‌খৱন্নিতং,
তং ৱিসালবোধি পাদপং নমামি সব্বদা।

## অনুবাদ

(১) ভগৱান বুদ্ধই বুদ্ধত্ব লাভৰ পাছত অনিমিয় সুনীল আয়ত নেত্ৰে কান্তিৰূপ অশ্ৰুধাৰাদ্বাৰা সাতদিন বোধিৰাজক পূজা কৰিছিল। মই সেই উত্তম বোধিৰাজক অৱনত মস্তকে বন্দনা কৰিছো।

(২) মুনীন্দ্ৰ বুদ্ধই যি বৃক্ষৰাজৰ মূলত বহি স-সৈন্য মাৰক পৰাজিত কৰি চাৰি আৰ্য্য সত্য অৱগত হৈছিল, মই সেই বৃক্ষৰাজক নতশিৰে বন্দনা কৰিছো।

(৩) ইন্দ্ৰনীল মণিবৰ্ণ পাত আৰু শ্বেতশোভা বিমণ্ডিত শাখা-যুক্ত, শাস্তাৰ নেত্ৰ পঙ্কজৰ দ্বাৰা পূজিত দেৱবৃক্ষ নামে বৰ্ণিত, এই সুবিশাল বোধিপাদ মূলক মই সৰ্ব্বদা বন্দনা কৰিছো।

## বুদ্ধৰ ব্যৱহাৰ্য্য বস্তু বন্দনা

১। পচ্চত্থৰণং মুকুটপুৰে, বন্ধু নামে তিচীৱৰং
মথুৰায় পুৰেপত্তং, কুৰুনগৰে নিসীদনং।

২। পাটলীপুত্ত নগৰে কৰক কায়বন্ধনং,
পঞ্চালোদক সাটিং চ চম্মখণ্ডঞ্চ কোসলে।

৩। মিথিলায় পুৰে পত্তধাৰণী পৰিস্সাৱণং,
ৱাসি সুচিঘৰং চাপি ইন্দ পথে পুৰুত্তমে।

৪। উপাহনং কুঞ্চিকা চেৱ থৰিকা পিচ সব্বসো,
উসীৰ ব্ৰাহ্মণে গামে কতা ৰতনচিন্তিতা।

৫। জিনেন পৰিভুত্তেন পৰিক্খাৰে চ ধাতুয়ো,
পূজিতা নৰদেৱেহী সদা ৱন্দামি পুচ্ছনা।

### অনুবাদ

(১) মুকুটপুৰত বিছনাচাদৰ, বন্ধুমতীত ত্ৰিচীৱৰ, মথুৰাত পাত্ৰ, কুৰু নগৰত বহাৰ আসন। (২) পাটলি-পুত্ৰত পানী ছাকনিৰ পাত্ৰ আৰু কটিবন্ধনী, পাঞ্চাল ৰাজ্যত গা-ধোৱা চীৱৰ, কোশল ৰাজ্যত চৰ্ম্ম খণ্ড। (৩) মিথিলাত পাত্ৰাধাৰ ও পানী ছাকনীৰ বস্ত্ৰ, ইন্দ্ৰপ্ৰস্থত ক্ষুৰ আৰু বেজীৰখাৰ পাত্ৰ। (৪) উসীৰ ব্ৰাহ্মণ গাঁৱত জুতা, লাখুতি আৰু মোনা আছে। (৫) ভগৱান বুদ্ধৰ ব্যৱহৃত বস্তু আৰু ধাতু সমূহ দেৱ মানৱৰ পূজিত হৈ আছে। ময়ো সেই সমূহক অৱনত শিৰে বন্দনা কৰিছো।

## বুদ্ধৰ ন-গুণ বন্দনা

অৰহং অৰহোতি নামেন অৰহং পাপং ন কাৰয়ে
অৰহত্ত ফলং পত্তো অৰহং নাম তে নমো।
সম্মা সম্বুদ্ধ ঞানেন সম্মা সম্বুদ্ধ দেসনা,
সম্মা সম্বুদ্ধ লোকস্মিং সম্মা সম্বুদ্ধ তে নমো।

বিজ্‌জা সৰণ সম্পন্নো তস্‌স বিজা পকাসিতা,
অতীতা নাগতুপন্নো বিজ্‌জা চৰণ তে নমো।
সুগতো সুগতথানং সুগতো সুন্দৰং পি'চ,
নিব্বানং সুগতিং য়ন্তি সুগতো নাম তে নমো।
লোক বিদূতি নামেন অতীতানাগতে ৱিদূ,
সংসাৰ সত্তমোকাসে লোকৱিদূ নাম তে নমো।
অনুত্তৰো ঞানসীলেন য়ো লোকস্‌স অনুত্তৰো,
অনুত্তৰো পূজলোকস্মিং তং নমস্‌সামি অনুত্তৰো
সাৰথী সাৰথী দেৱ য়ো লোকস্‌স সুসাৰথী,
সাৰথী পূজ লোকস্মিং তং নমস্‌সামি সাৰথী।
দেৱ য়ক্‌খ মনুস্‌সানং লোকে অগ্গফলং দদং,
দদন্তং দময়ন্তানং পুৰিসাজঞ্ঞ্‌ঞ তে নমো।
ভগৱা ভগৱা য়ুত্তো ভগ্গং কিলেস ৱাহতো,
ভগ্গং সংসাৰ মুত্তাৰো ভগৱা নাম তে নমো।

## অনুবাদ

অৰিক জয় কৰাকেই অৰহত বোলে। অৰহতে কোনো প্ৰকাৰ পাপ কাম নকৰে। সেই ফললাভী অৰহতক মই নমস্কাৰ কৰো।

এই সংসাৰত জ্ঞান আৰু দেশনাৰ দ্বাৰাহে সম্যক সম্বুদ্ধ বুলি পৰিচয় পোৱা যায়। সেই সম্যক জ্ঞানলাভী বুদ্ধক মই নমস্কাৰ কৰো।

জগতত ভূত-ভৱিষ্যৎ বৰ্ত্তমান বিদ্যাচৰণ সম্পন্ন জ্ঞান প্ৰৱৰ্ত্তক জনক বিদ্যাচৰণ বুলি কোৱা হয়। সেই বিদ্যাচৰণ পূৰ্ণজ্ঞান লাভী বুদ্ধক মই নমস্কাৰ কৰো।

সু আগত স্বাগত। সুন্দৰৰূপে অহা নিৰ্ব্বাণ মুক্তিৰ নায়ক সুগত। সেই সুগতি লাভী বুদ্ধক মই নমস্কাৰ কৰো।

অতীত অনাগত ভৱিষ্যৎ ত্ৰিলোকৰ বিদ্বান, প্ৰাণীজগতৰ জন্ম-মৰণ-জ্ঞাতা সেই লোকবিদ বুদ্ধক মই নমস্কাৰ কৰো।

জ্ঞান আৰু শীল জগতৰ অদ্বিতীয়। সেই ত্ৰিভুৱনৰ অদ্বিতীয় বুদ্ধক মই নমস্কাৰ কৰো।

সংসাৰৰ দেৱ-মানৱক চলাওতা সুদক্ষ সাৰথি। সেই শ্ৰেষ্ঠ সাৰথি বুদ্ধক মই নমস্কাৰ কৰো।

ভগ্নৰাগ দ্বেষ মোহ ভগৱান, ক্লেশহীন, সংসাৰ প্ৰমুক্ত, সেই ভগৱান বুদ্ধক মই নমস্কাৰ কৰো।

## বুদ্ধ বন্দনা

১। নমো নমো বুদ্ধ দিৱাকৰায়
নমো নমো গোতম চন্দিমায়,
নমো নমো নন্তগুণন্নৱায়
নমো নমো সাকিয় নন্দনায়।

২। ব্ৰহ্মিন্দ দেৱিন্দ নৰিন্দ ৰাজং
বোধি সুৱোধিং করুণা গুণগ্গং,
পঞ্ঞাপদীপজ্জলিতং জলন্তং
ৱন্দামি বুদ্ধং ভৱপাৰতিন্নং।

৩। নমো নমো সক্যকুলদ্ধজায়
নমো নমো সজ্জনমাদধায়,
নমো নমো নিব্বুতি নিজ্জৰায়
নমো নমো লোক পভঙ্কৰায়।

৪। নমো তে করুণাভাৰ নমো তে মতিসাগৰ।
নমো তে অমতাকৰ নমো তে নৰভাকৰ,
নমো তে হতসংসাৰ নমো তে নৰকুঞ্জৰ
নমো তে জগতাধাৰ নমো তে অমতন্নৱ।

৫। ৰংসিমাল নমো তুয়হং নৰম্বুৰুহ মণ্ডন
জলমাল নমো তুয়হং ভৱাৰঞ্ঞ দাৱানল,
ইধানন্ত গুণাধাৰ সদ্ধম্ম ৰতনাকৰ
পাদে ৱন্দামি তে নাথ সদ্ধায়তন মুদ্ধনা।

## অনুবাদ

(১) বুদ্ধদিবাকৰ, গৌতমচন্দ্ৰ, অনন্ত গুণাৰ্ণৱ আৰু শাক্যনন্দনক নমস্কাৰ।

(২) যি ব্ৰহ্মাধিপতি, দেৱাধিপতি, নৰাধিপতি ৰজা, যি উত্তম বোধিজ্ঞান লাভী কাৰুণিক, জগত শ্ৰেষ্ঠ, প্ৰজ্ঞালোকত আলোকিত ; সেই ভৱসাগৰ উত্তীৰ্ণ বুদ্ধক মই বন্দনা কৰিছো।

৩। শাক্যকুলৰ ধ্বজা স্বৰূপ, সাধকসকলৰ আশ্ৰয় স্বৰূপ, যি নিৰ্ব্বাণ লাভ কৰি জৰাৰ কৰাল গ্ৰাসৰ পৰা মুক্ত সেই জ্ঞানী বুদ্ধক নমস্কাৰ।

৪। হে! কৰুণাৰ সাগৰ, অনন্ত প্ৰজ্ঞা, অমৃতৰ আকৰ, নৰভাস্কৰ, নৰসিংহ, জগতাধাৰ, অমৃতাৰ্ণৱ বুদ্ধ আপোনাক অৱনত-শিৰে বন্দনা কৰো।

৫। হে! ৰশ্মীমালী পদ্মই যেনেকৈ পানীৰ শোভাবৰ্দ্ধন কৰে আপুনিও তেনেকৈ নৰসংসাৰৰ শোভাবৰ্দ্ধনকাৰী। ভৱাৰণ্য দাহ-কাৰী, অনন্ত গুণৰ আধাৰ, সদ্ধৰ্ম্মৰ ৰত্নাকৰ আপোনাক মই শ্ৰদ্ধাৰে বন্দনা কৰিছো।

## বুদ্ধ বন্দনা

১। সততু ৱিতত কিত্তিং ধস্ত কন্দপ্পদপ্পং
তিভৱ হিতৱিধানং সব্ব লোকেককেতুং,
অমিতমতিমনগ্গং সম্ভিদং মেৰুসাৰং
সুগতমহমুদাৰং ৰূপসাৰং নমামি।

## অনুবাদ

কন্দৰ্পৰ দৰ্পচূৰ্ণকাৰী, সৰ্ব্বদা কিৰ্ত্তীযুক্ত, ত্ৰিভৱৰ হিতসাধনকাৰী, সৰ্ব্বলোকৰ ধ্বজাস্বৰূপ, ভূৰিপ্ৰজ্ঞা, শান্তিদায়ক, মেৰুতুল্য উত্তমৰূপযুক্ত, উদাৰ সুগতক মই সশ্ৰদ্ধ প্ৰণাম কৰিছো।

## ধৰ্ম্ম বন্দনা

২। হতত্থৰিত তুসাৰং মোহপঙ্কো পত্তাপং
মনকমল ৱিকাসং জন্তুনং সেসকানং,
কুমতি কুমুদনাসং বুদ্ধপুব্বা চ লদ্ধা
উদিত মহমুদাৰং ধম্মভানুং নমামি।

## অনুবাদ

অন্ধকাৰ বিনাশকাৰী প্ৰদীপ, কৰ্দ্দমৰূপ মোহ বিনাশকাৰী উত্তপ্ত, অসংখ্য প্ৰাণীৰ জ্ঞানৰূপ মনপদ্ম প্ৰস্ফুটিতকাৰী, অতীত বুদ্ধসকলৰ দৰে অজ্ঞানৰূপ বিনাশী কুমুদিনী, উদিত মহাউদাৰ ধৰ্ম্মভানুক—মই নমস্কাৰ কৰিছো।

## সঙ্ঘ বন্দনা

৩। সকল ৱিমল সীলং ধোত পাপাৰি জালং
সুৰ-নৰ-মহণেয়্যং পাহুণেয়্যাহুনেয়্যং,
উজুপথপটিপন্নং পুঞ্ঞক্খেত্তং জনানং
গণমহমভিৱন্দে সাৰদং সাদৰেন।

## অনুবাদ

পৱিশুদ্ধ শীলৰূপ পানীৰে পাপৰূপ মল ধৌতকাৰী, দেৱ-মানৱৰ পুণ্যক্ষেত্ৰ, আহ্বানৰ যোগ্য, সম্মানী, ঋজু পথে গমনকাৰী, ভগৱান বুদ্ধৰ প্ৰশংসিত অনুত্তৰ পুণ্যক্ষেত্ৰ, সৰ্ব্বধৰ্ম্ম বিশাৰদ, শ্ৰেষ্ঠ সংঘক সসম্মানৰে মই নমস্কাৰ কৰো।

## বুদ্ধ বন্দনা

১। ৱিসাৰদং ৱাদপথাতিৱত্তিনং
তিলোক পজ্জোতমসয়্হ সাহিনং,
অসেসঞ্ঞেয়্যাৱৰণপ্পহায়িনং
নমামি সত্থাৰমনন্তগোচৰং।

## অনুবাদ

মই জ্ঞানী, অৱৰ্ণনীয়, ত্রিলোকজ্যোতি, অজেয়জিৎ, অশেষ অবিদ্যানাশক, অনন্তদর্শী শাস্তাক অভিৱাদন কৰিছো।

## ধৰ্ম্ম বন্দনা

২। তিলোক নাথপ্পভৱং ভয়াপহং
ৱিসুদ্ধ ৱিজ্জাচৰণেহি সেৱিতং,
পপঞ্চ সঞ্ঞোজন ৱন্ধনচ্ছিদং
নমামি ধম্মং নিপুণং সুদুদ্দসং;

## অনুবাদ

ত্রিলোকনাথৰ দ্বাৰা প্রচাৰিত ভয়নাশক, বিশুদ্ধ-বিদ্যাচৰণ সম্পন্ন ব্যক্তিসকলৰ দ্বাৰা সেৱিত, তৃষ্ণা-দৃষ্টি-মান বন্ধন চ্ছিন্নকাৰী, নিপুণ, দুৰ্বোধ্য ধৰ্ম্মক মই অভিৱাদন কৰিছো।

## সঙ্ঘ বন্দনা

৩। পসাদ মত্তেনপি য়ত্থ পাণিনো
ফুসন্তি দুক্খক্খয় মচ্চুতং পদং,
তমাহুনেয়্যং সুসমাহিতিন্দ্রিয়ং
নমামি সঙ্ঘং মুনিৰাজ সাৱকং।

## অনুবাদ

য'ত কিঞ্চিত প্ৰসন্নতাৰ দ্বাৰা প্ৰাণীবিলাকৰ দুঃখক্ষয় আৰু নিৰ্ব্বাণ লাভ হয়, সেই সংযতেন্দ্ৰিয় আহ্বানৰ যোগ্য মুনিৰাজৰ শিষ্য সংঘক মই অভিবাদন কৰিছো।

## ত্ৰিশৰণ গাথা

১। যো ৱদতং পৱৰো মনুজেসু
সক্যমুনি ভগৱা কতকিচ্চো,
পাৰগতো ৱলৱিৰিয় সমঙ্গী
তং সুগতং সৰণত্থমুপেমি।

২। ৰাগ ৱিৰাগ মনেজমসোকং
ধম্মসসঙ্খতমপ্পটিকুলং,
মধুৰমিমং পগুণং সুৱিভত্তং
ধম্মমিমং সৰণত্থমুপেমি।

৩। য়ত্থ চ দিন্নংমহপ্ফলমাহু
চতূসু সুচীসু পুৰিস য়ুগেসু,
অট্ঠ চ পুগ্গল ধম্ম দসাতে
সঙ্ঘমিমং সৰণত্থমুপেমি।

## অনুবাদ

(১) সৰ্ব্বলোক পূজিত কৰুণাৰ আধাৰ মুনীন্দ্ৰ, সৰ্ব্বধৰ্ম্ম-পাৰদৰ্শী মুক্তিৰ কেন্দ্ৰ, যাৰ শৰীৰৰ পৰা পুণ্যজ্যোতি অবিৰাম উদ্ভাসিত, সেই মহাজ্ঞানী সৰ্ব্বজ্ঞ বুদ্ধক মই বন্দনা কৰিছো।

(২) স্বৰ্গাৰোহণৰ সোপান সদৃশ, অতি পবিশুদ্ধ, ভৱ-সাগৰ উলঙ্ঘা সেতু সদৃশ, নিৰ্ভৰযোগ্য, শান্ত-শিষ্ঠ, পৱিত্ৰ, অনুত্তৰ, ভয়হীন, সুখময় ধৰ্ম্ম সুন্দৰৰূপে ব্যাখ্যাত, সেই অনুপম ধৰ্ম্মক মই বন্দনা কৰিছো।

(৩) ভগৱান বুদ্ধৰ সুপ্রতিষ্ঠিত শ্রাৱকসকল অদ্বিতীয়, সুবিশুদ্ধ, পাপৰহিত, সৰ্ব্বগুণসম্পন্ন, শান্তইন্দ্রিয়, অষ্ট আৰ্য্য পুদ্গল। সেই ধৰ্ম্মৰ পথ প্ৰদৰ্শক সংঘক মই বন্দনা কৰিছো।

## ধৰ্ম্মচক্ৰ গাথা

১। গন্ত্বা সো ধম্মৰাজা ৱনমিসিপতনং······
সঞ্ঞাতানং নিকেতং,
পল্লঙ্কস্মিং নিসিন্নো তহিমৱিচলিত······
টঠান সম্পাদিতমিহ।
আসালেহ পুন্নমায়ং সিতকচিকচিয়া······
জোতিতে চক্কৱালে,
দেৱব্ৰহ্মাদিকানং দুৰিতমলহৰং······
ৱত্তয়ী ধম্মচক্কং।

২। সুত্বা সদ্ধম্মমগ্গং তিভুৱনকুহৰা······
ভোগৱিথাৰিকং তং,
অঞ্ঞাকোণ্ডঞ্ঞনাম দ্বিজমুনি পমুখা······
টঠাৰস ব্ৰহ্মকোটি।
অঞ্ঞাসুং মগ্গধম্মং পৰিমিতৰহিতে······
চক্কৱালে উলাৰো,
ওভাসো পাতুভূতো সপদি ৱহুৱিধং······
আসি অচ্ছেৰকং চ।

## অনুবাদ

(১) ধৰ্ম্মৰাজ বুদ্ধই সংযমী সাধুসকলৰ বাসস্থান ঋষিপতন বনলৈ গৈ, পদ্মাসনত বহি অবিচলিতভাৱে, আহাৰী পূর্ণিমাৰ শীতল চন্দ্ৰালোকোদ্ভাসিত তিথিত চক্ৰবালৰ দেৱব্ৰহ্মাদিৰ পাপমলহাৰা ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন কৰিছিল।

(২) বিস্তৃত ত্ৰিভূৱনত অগ্ৰসদ্ধৰ্ম্ম শ্ৰৱণ কৰি অঞ্ঞকোণ্ডণ্য নামক ব্ৰাহ্মণমুনিৰ প্ৰমুখ্যে ১৮ কোটী ব্ৰহ্মাই মাৰ্গ আৰু ধৰ্ম্ম উপলব্ধি কৰিছিল। অসংখ্য চক্ৰবালত মহালোক প্ৰাদুৰ্ভূত হৈছিল আৰু সেই সময়ত নানা অলৌকিক ঘটনা ঘটিছিল।

## নিৰ্ব্বাণ প্ৰাৰ্থনা

সত্থাৰা সম্ভতত্থং পুৰিমতৰভৱে সম্পজানং পজানং
সম্বোধিং তস্স সব্বাসৱৱিগমকৰিং সদ্দহন্তো' দহন্তো,
সোতং তস্স'গ্গধম্মে নিপুণমতিসতং সঙ্গমেসং গমেসং
নিব্বানং সন্তমিচ্ছে তিভৱভয় পৰিচ্চাগহেতুং গহেতুং।

## অনুবাদ

নিপুণ মতি ব্যক্তিসকলে শাস্তাকৃত লোকহিত জ্ঞাত হৈ সকলো প্ৰকাৰ আশ্ৰয় ক্ষয় কৰি সম্বোধিজ্ঞানত বিশ্বাস স্থাপন কৰে। সৎসংঘৰ লগত বাস কৰি শ্ৰেষ্ঠ ধৰ্ম্ম শুনি ত্ৰিভৱ-ভয়হাৰী শান্তিময় নিৰ্ব্বাণ লাভ কৰাৰ ইচ্ছা প্ৰত্যেকৰেই থকা উচিত।

## প্ৰাৰ্থনা

ধম্মো পৱত্ততু চিৰায় মুনিস্সৰস্স
ধম্মেঠিতা ৱসুমতীপতয়ো ভৱন্তু,
কালে পৱস্সতু ঘনো নিখিলা পজা'পি
অঞ্ঞোঞ্ঞমেত্তি পটিলাভসুখং লভন্তু।

## অনুবাদ

বুদ্ধৰ ধৰ্ম্ম চিৰকাল দেদীপ্যমান হৈ ৰওক। বিশ্বৰ নৰপতি-সকল ধাৰ্ম্মিক হওক। যথা সময়ত বৰষুণ দিয়ক আৰু সকলো প্ৰাণীয়েই পৰস্পৰে পৰস্পৰৰ প্ৰতি মৈত্ৰী ভাৱাপন্ন হৈ সুখত জীৱন যাপন কৰক।

## বুদ্ধ বন্দনা

যো সব্বলোকমহিতো করুণাধিৱাসো,
মোক্খাকৰো ৰৱিকুলম্বৰ পুন্ন চন্দো।
ঞেয়্যোদধিং সুৱিপুলং সকলং ৱিবুদ্ধো,
লোকুত্তমং নমথ তং সিৰসা মুনিন্দং।

## অনুবাদ

সৰ্ব্বজনৰ পূজিত, করুণাৰ আধাৰ, মুক্তি পথ প্ৰদৰ্শক, সূৰ্য্যবংশী, অস্তৰীক্ষত পূৰ্ণচন্দ্ৰৰ দৰে প্ৰতিষ্ঠিত, সুগম্ভীৰ জ্ঞানসাগৰ মন্থনকাৰী, নিৰ্ব্বাণ ধৰ্ম্ম জ্ঞাতা, সেই মুনীন্দ্ৰক মই অৱনত শিৰে বন্দনা কৰিছো।

## ধৰ্ম্ম বন্দনা

সোপানমালমমলং তিদসালয়স্স,
সংসাৰসাগৰ সমুত্তৰণায় সেতুং।
সব্বা গতীভয় ৱিৱজ্জিত খেমমগ্গং,
ধম্মং নমস্সথ সদা মুনিনা পণীতং।

## অনুবাদ

ত্ৰিদশালয়ৰ নিৰ্ম্মল সোপান, সংসাৰ সমুদ্ৰ উত্তীৰ্ণ সেতু, সকলোৰে ভয়হীন নিৰাপদ মাৰ্গ ৰূপ মুনীন্দ্ৰৰ শ্ৰেষ্ঠ ধৰ্ম্মক মই অৱনত শিৰে বন্দনা কৰিছো।

## সঙ্ঘ বন্দনা

দেয়্যং তদপ্পমপি য়ত্থ পসন্নচিত্তা,
দত্বা নৰা ফলমুলাৰতৰং লভন্তে।
তং সব্বদা দসৱলেনপি সুপ্পসত্থং,
সঙ্ঘং নমস্সথ সদামিত পুঞ্ঞ খেত্তং।

### অনুবাদ

মানুহে প্ৰসন্ন চিত্তেৰে যঁত কিঞ্চিত মাত্ৰ দান দিলেও মহৎ পুণ্যৰ ভাগী হব পাৰে, সেই তথাগত দ্বাৰা প্ৰশংসিত শ্ৰেষ্ঠ অনুত্তৰ সংঘক মই অৱনত শিৰে বন্দনা কৰিছো।

### ত্ৰিৰত্ন বন্দনা

তেজোৱলেন মহতা ৰতনত্তয়স্‌স,
লোকত্তয়ং সমধিগচ্ছতি য়েন মোক্‌খং।
ৰক্‌খা ন চখি চ সমা ৰতনত্তয়স্‌স,
তস্মা সদা ভজথ তং ৰতনত্তয়ং ভো॥

### অনুবাদ

যি ত্ৰিৰত্নই সকলো প্ৰাণীকে ত্ৰিভৱ দুখৰ পৰা মুক্তি প্ৰদান কৰিব পাৰে, সেই ত্ৰিৰত্নৰ দৰে ত্ৰাণকাৰী আন একোৱেই নাই। হে মানৱ! সেই অনুপম ত্ৰিৰত্নক সদায় ভজনা বন্দনা কৰা।

### গাথা

১। ধম্মো তিলোকসৰণো পৰমো ৰসানং,
ধম্মো মহগ্‌ঘৰতনো ৰতনেসু লোকে।
ধম্মো হৱে তিভৱদুক্‌খ ৱিনাস হেতু,
ধম্মং সমাচৰথ জাগৰি কামুয়ুত্তা॥

### অনুবাদ

ত্ৰিলোকৰ সৰ্ব্বৰসতকৈ ধৰ্ম্মৰসেই শ্ৰেষ্ঠ, সৰ্ব্বমহাৰ্ঘ ৰত্নতকৈ ধৰ্ম্মৰত্নই মূল্যৱান। ধৰ্ম্মই ত্ৰিভৱৰ সকলো দুখ বিনাশ কৰিব পাৰে। গতিকে সদায় জাগৰিত ভাৱে ধৰ্ম্মাচৰণ কৰা।

২। যে সাৰিপুত্ত পমুখা মুনিসাৱকা চ,
সুদ্ধা সদাসৱমুদা পৰমিদ্ধি পত্তা।
তেচাপি মচ্চুৱলভামুখসন্নিমুগ্না,
দীপানি ৱানিলহতা খয়তং উপেতা॥

## অনুবাদ

অগ্ৰশ্ৰাৱক অৰহত শাৰিপুত্ৰ প্ৰমুখ, বিশুদ্ধ, নিৰ্ম্মল তৃষ্ণামুক্ত, মহাঋদ্ধিবান মুনিৰাজৰ শ্ৰাৱকসকলকো মৃত্যুৰাজে জুৰ বতাহত নুমাই নিয়া প্ৰদীপৰ দৰে হৰণ কৰি লৈ যায়।

৩। ৰোগাতুৰেসু করুণা নজৰাতুৰেসু,
খিড্ডাপৰেসু সুকুমাৰ কুমাৰকেসু।
লোকং সদা হনতি মচ্চু মহাগজিন্দো,
দাৱানলো ৱনমিৱাৱিৰতো অসেসং॥

## অনুবাদ

ভীষণ প্ৰতিমূৰ্ত্তি মৃত্যুৰজাই বৃদ্ধ, ৰোগী, সুকুমাৰ, সুকুমাৰা কাকো দয়া নকৰে। দাবাগ্নিয়ে দপ্ দপ্ কৈ বন দহি নিয়াৰ দৰে মৃত্যুৰূপী গজেন্দ্ৰই সকলো প্ৰাণীকে মহটিয়াই লৈ যায়।

৪। ভাৱেথ ভো মৰণমাৰ ৱিৱজ্জনায়,
লোকে সদা মৰণসঞ্ঞমিমং য়ুতত্তা।
এৱমিহ ভাৱনৰতস্স নৰস্স তস্স,
তণহা পহীয়তি সৰীৰ গতা অসেসা॥

## অনুবাদ

হে মৰণভয়ীসকল! যদি মৃত্যুক ভয় কৰা, তেন্তে নিত্য মৰণানুস্মৃতি ভাৱনা কৰা। এই দৰে ভাৱনা কৰিলে সকলো তৃষ্ণা ধ্বংস হয়। তেতিয়াই মৃত্যুৰাজ্য অতিক্ৰম কৰিব পাৰিবা আৰু পুনৰ তাৰ কবলত পৰিব লগা নহয়।

৫। অপ্পং সুখং জললৱং ৱিয় ভো তিনয়ে,
দুকখন্তু সাগৰজং ৱিয় সব্ব লোকে।
সঙ্কপ্পনা তদপি হোন্তি সভাৱতো হি,
সব্বং তিলোকমপি কেৱল দুকখমেৱ॥

## অনুবাদ

হে মানৱ। এই সংসাৰত যাক সুখ বুলি ভাবিছা সি দুবৰি আগৰ পানীৰ দৰে ক্ষণিক। কিন্তু তাত মহাসমুদ্রৰ পানীৰ দুখ নিহত আছে। মাত্র কল্পনা ফেৰি হে সুখ। গতিকে এই কথা সকলোৱে মনত ৰখা উচিত। কাৰণ ত্রিলোকত দুখেই পৰিপূর্ণ; ক'ত সুখ পাবা।

৬। সংসাৰ দুকখমগনেয়্য য়থা মুনিন্দো,
গম্ভীৰ পাৰমিত সাগৰ মুত্তৰিত্বা।
ঞেয়্যং অৱোধি নিপুণং হতমোহজালো,
তস্মা সদা পৰহিতং পৰমং চিনাথ॥

## অনুবাদ

মোহজাল ধ্বংসকাৰী মুনিন্দ্ৰই সংসাৰৰ দুখ গণনা নকৰি, পাৰমী পূর্ণকৰি নির্ব্বাণ লাভ কৰিছে। তেওঁ এই নির্ব্বাণ পথ সকলোকে দেখুৱাই গৈছে। সেই কাৰণে আত্ম পৰহিতার্থে সকলোৱে কুশল ধর্ম্ম সঞ্চয় কৰা। আৰু সদায় সেই কৰুণাৰ আধাৰ বুদ্ধক কৃতজ্ঞতাৰে পূজা কৰা।

## ত্ৰিৰত্নবন্দনা

১। ব্রহ্মেন্দ্রমাদিমখিলং ভুৱনেসু ভূতং,
মোহান্ধকাৰ ভজিতং ভৱভাৰ হাৰং,
লোকুত্তমং সৰণ ত্বং য়দি দেৱদেৱং
মুনীন্দ্রসীহপৱৰং সিৰসা নমামি।

২। মুনীন্দ্ৰ হাবিৰদনং ভুজগন্তে গন্তে
সম্ভূত ভূত সৰণং পৰম ৰসানং,
ধম্মেন ধম্মমতুলং নিখিলমিহয়ন্তং
জিনেন্দ্ৰ ধম্ম পৱৰং সিৰসা নমামি।

৩। সন্তিন্দ্ৰিয়ং ৱিহত পাপমলং জলন্তং
সম্বুদ্ধসাসন নিভ ৱিয় পুন্ন চন্দং,
য়ং অগ্ন পুগ্গল পৱৰগ্ন মহগ্নদানং
জিনেন্দ্ৰ সজ্ঘ পৱৰং সিৰসা নমামি।

## অনুবাদ

(১) ব্ৰহ্মা-ইন্দ্ৰাদি শ্ৰেষ্ঠ, ত্ৰিভুৱনৰ মোহান্ধ অপনোদনকাৰী, ভৱ-ভয় বিনোদনকাৰী, দেৱাতীদেৱ, লোকুত্তৰ জ্ঞানসম্পন্ন নৰশ্ৰেষ্ঠ মুনীন্দ্ৰক মই নমস্কাৰ কৰো।

(২) নিখিল শ্ৰেষ্ঠ, অতুলনীয়, সুগম্ভীৰ, ৰসসম্পন্ন মুনীন্দ্ৰৰ মুখ-নিশ্ৰিত ধৰ্ম্মক মই নমস্কাৰ কৰো।

(৩) সম্যক সম্বুদ্ধৰ প্ৰশংসিত শান্ত-ইন্দ্ৰিয়, পাপৰহীত, নিৰ্ম্মল পানীৰ দৰে বিশুদ্ধ, পূৰ্ণচন্দ্ৰৰ দৰে প্ৰদীপ্ত, প্ৰকৃত দানৰ পাত্ৰ সংঘক মই নমস্কাৰ কৰো।

## প্ৰাতঃস্মৰণীয়

১। প্ৰাতঃ স্মৰামি করুণাৱতাৰং পুরুষোত্তমং,
সৰ্ব্বদেৱমানৱ ৱন্দিত সিদ্ধাৰ্থ গৌতমং।
শুদ্ধোদন মায়াসুতং গোপাপতিং মুনিশাক্যং,
সংসাৰ দুঃখ তাপহৰ মহৌষধ দাতাৰং।

২। প্ৰাতৰ্নমামি ৱিশ্বমৈত্ৰীভাৱং ত্যাগীশ্বৰং,
সৰ্ব্বহিতায় ত্যজিত ৰাজচক্ৰৱৰ্ত্তী পদং।
কঠোৰ তপস্যাভিজিতং প্ৰদৰ্শিতাষ্টাঙ্গ মাৰ্গং,
সংসাৰ দুঃখ তাপহৰ মহৌষধ দাতাৰং।

৩। প্ৰাতৰ্ভজামি ভগৱন্তং অৰহন্তং সম্বুদ্ধং,
সত্য সুন্দৰং মনময়ং পৱিত্ৰ প্ৰশান্তমূৰ্ত্তং।
জন্মমৃত্যু প্ৰৱাহমুক্তং পৰিনিৰ্ব্বাণং গতং,
সংসাৰ দুঃখ তাপহৰ মহৌষধ দাতাৰং।

## অনুবাদ

(১) যি করুণাৰ অৱতাৰ পুৰুষোত্তম, দেৱমনুষ্যসকলৰ পূজিত, সিদ্ধাৰ্থ গৌতম, শুদ্ধোদন আৰু মায়াদেৱীৰ পুত্ৰ, গোপাৰ স্বামী, শাক্যবংশৰ মুনি আৰু সংসাৰৰ দুঃখ-তাপ নিবাৰক, মহৰ্ষি সকলৰ দাতা, তেওঁক প্ৰভাতত স্মৰণ কৰো।

(২) যি বিশ্বব্ৰহ্মাণ্ডৰ মৈত্ৰীপৰায়ণ, ত্যাগশ্ৰেষ্ঠ সকলো প্ৰাণীৰ হিতৰ কাৰণে ৰাজচক্ৰৱৰ্ত্তীপদ অনায়াসে পৰিত্যাগ কৰিছে, কঠোৰ তপস্যাৰ দ্বাৰা আৰ্য্য-অষ্টাঙ্গিক মাৰ্গ দৰ্শন কৰিছে, সংসাৰৰ দুঃখ-তাপ নিবাৰক আৰু মহৰ্ষিসকলৰ দাতা, তেওঁক প্ৰভাতত স্মৰণ কৰো।

(৩) যি ভগৱান পুনৰ জন্মৰহিত, সম্যকসম্বুদ্ধ, সত্য, সুন্দৰ, পৱিত্ৰ, প্ৰশান্ত মূৰ্ত্তি, জন্ম-মৃত্যু প্ৰৱাহ বিমুক্ত, পৰিনিৰ্ব্বাণগত, সংসাৰৰ দুঃখ-তাপ নিবাৰক আৰু মহৰ্ষিসকলৰ দাতা, তেওঁক প্ৰভাতত স্মৰণ কৰো।

## ধাতু-চৈত্য-বন্দনা

১। সৰ্ব্বজ্ঞ বক্ত্ৰ সৰসী ৰুহৰাজহংসং,
পূৰ্ণেন্দু সুন্দৰৰুচিং সুৰবৃন্দ ৱন্দ্যম্।
সদ্ধৰ্ম্মচক্ৰ সহজং জনপাৰিজাতং,
শ্ৰীদন্তধাতুমমলং প্ৰণমামি ভক্ত্যা।

২। নাগালয়ো পৰিধৰালয় চক্ৰৱালং,
মূৰ্দ্ধিত্ৰিকূট গতকাঞ্চন শৈল্যশৃঙ্গে।

বোধিদ্রুমূল নিহিতাক্ষয় ধাতুৱিম্বং,
বিভ্রন্নমামি সিৰসা জিনচৈত্যমগ্রম্।

৩। হৈমালৱাল ৱলয়ান্তৰ ৰত্নবেদী,
বজ্রাসনোল্লসিত মূলমগেন্দ্র বোধিম্।
য়ং প্রাপ্য মাৰ বিজয়ান্নুপদং প্রপেদে,
সর্ব্বজ্ঞতাং স-ভগৱাংস্তমহং নমামি।

## অনুবাদ

(১) সকৰৰত চৰিফুৰা জলনির্লিপ্ত ৰাজহংসৰ দৰে সংসাৰ মোহপঙ্কত অলিপ্ত সর্ব্বজ্ঞ বুদ্ধ, পদ্মপূর্ণপুখুৰী সৌন্দর্য্যৰ দৰে সংসাৰৰ জন-গণৰ মাজত ধৰ্ম্মচক্রধাৰী দক্ষ কীৰ্ত্তিমন্ত, শ্রীবুদ্ধৰ নির্ম্মল দন্তধাতুক মই সশ্রদ্ধ বন্দনা কৰিছো। (২) চক্রবালৰ শ্রেষ্ঠ আলয় নাগভৱনৰ দৰে, শৈল্য শৃঙ্গৰ সুশোভিত কাঞ্চন মুকুটৰ দৰে, বোধিদ্রুমৰ তলত তৃষ্ণাক্ষয়ী প্রতিবিম্বৰ দৰে, জিনধাতু চৈত্যক মই সশ্রদ্ধ বন্দনা কৰিছো। (৩) হিমালয় গিৰি শৃঙ্গৰ ৰত্নবেদীৰ দৰে, বোধিবৃক্ষৰ বজ্রাসনত বহি যি মাৰ সৈন্যক পৰাস্ত কৰিছিল সেই সর্ব্বজ্ঞতাপ্রাপ্ত ভগৱান বুদ্ধক মই সশ্রদ্ধ বন্দনা কৰিছো।

## বৌদ্ধ স্তুতি

১। অতীত কীৰ্ত্তি মন্দিতম্
মহৰ্ষী আৰ্য্য বন্দিতম্,
কবুৰ সুৰ ৰঞ্জনম্
নমামি বুদ্ধং সৰণম্।

২। প্রকৃতি ৰাগ ৰঞ্জনম্
সুমুক্ষ্য ভৃঙ্গ গুঞ্জিতম্,
তুষাৰ মাল্য ভৰণম্
নমামি ধৰ্ম্মং শৰণম্।

৩। অসূয়া স্বার্থ দাহকং
হৃদয় ব্যাপ্তি সাধকং,
অমিত মৃত্যু কাৰণম্
নমামি সংঘং সৰণম্।

৪। অশেষ তীর্থ স্মৰণম্
বৃহঙ্গ বৃন্দ গুঞ্জিতম্,
স্বদেশ ভক্ত পূজিতম্
নমামি বুদ্ধং সৰণম্।

## স্তুতি

নমো ভগৱান পুৰুষ প্ৰধান
সর্ব্বময় সনাতন।
নমোশ্ৰী গৌতম ভৱে নিৰুপম
তোমাতেই জীৱগণ॥
লভিসত্য পথ, ধর্ম্ম অবিৰত,
পৰম নির্ব্বাণ পানে।
মহিমা তোমাৰ, নাই পাৰাপাৰ,
কি জানিব নৰগণে॥
দেৱ ব্ৰহ্মা যত, তব পদে নত,
ইন্দ্ৰ, চন্দ্ৰ আদি কৰি।
তোমাতে শৰণ, লয় সর্ব্ব জন,
সংসাৰ-সাগৰ তৰী॥
নমো বুদ্ধদেৱ, কৰুণা অর্ণৱ,
ধর্ম্ম, সঙ্ঘ সহ আমি।
কৰিছো বন্দন, দিয়া শ্ৰীচৰণ,
অন্তকালে ধর্ম্ম স্বামী॥

আমি মূঢ়জন, নাজানো ভজন,
ভজন বিহীন জনে।
কৰা কৃপ দান, দিয়া জ্ঞান দান,
তৱ গুণ সুকীর্ত্তনে॥
নমো ধৰ্ম্মৰাজ, এই বিশ্ব মাজ,
ধৰ্ম্মৰাজ্য সংস্থাপক।
তুমি দেৱ-নৰে বিশ্বচৰাচৰে,
মুক্তি-পথ প্রদর্শক॥
মধ্য পথ সাৰ, কৰিয়া প্রচাৰ,
জীৱদুঃখ বিনাশিলে।
কৰি ধৰ্ম্ম দান, জীৱৰ কল্যাণ,
সাধী আছা মহীতলে॥
তোমাৰ কৃপাত, পাপী-তাপীচয়,
সুখে লভে নিৰবাণ।
মানৱ সকল, দুখতে বিকল,
তৱপদে পায় স্থান॥
আমাৰ মিনতি, হে ভৱপতি,
কৰা দয়া অনুক্ষণ।
অন্তিম সময় যেন কৃপাময়,
পাওঁ মই শ্ৰীচৰণ॥

---

## সশ্ৰদ্ধ বন্দনা

তুমি ভগৱান জগত নিদান
অসীম তযু কৰুণা,
দয়াৰ সাগৰ তোমাৰ অন্তৰ
নাই ইয়াৰ তুলনা।

পাৰামী ত্ৰিদশ কৰিবলৈ শেষ
ভোগিলা কত যাতনা,
কতবাৰ হৈলা কতবাৰ মৈলা
দিব নোৱাৰো গণনা।

ধন দিলা দান প্ৰাণ দিলা দান
দানত নাছিল মানা,
শীলৰ কাৰণ কৰিলা সাধন
ৰাখি একাগ্ৰ চেতনা।

নৈষ্কম্য পাৰামী পুৰিছিলা তুমি
ভৱত নাৰাখি কামনা,
বীৰ্য্য পাৰামীত ধৈৰ্য্য ৰাখি চিত্ত
কৰিলা কৃচ্ছ সাধনা।

ক্ষান্তি পাৰামীক কৰিছিলা শেষ
সহি দুখৰ তাড়না,
প্ৰজ্ঞাৰ নিমিত্তে একনিষ্ঠ চিত্তে
ভাবিলা কত ভাবনা।

সত্যৰ কাৰণ কৰি দৃঢ় পণ
পূৰ্ণ কৰিলা বাসনা,
অধিস্থান কৰি শ শ বাৰ মৰি
সাধিলা নিজৰ প্ৰাৰ্থনা।

মৈত্ৰী ভাৱ ভাবি ভৈলা বিশ্ব ৰবি
কি দিম্ন তাৰ বৰ্ণনা,
উপেক্ষাক লাগি দিবা নিশা জাগি
ৰাখিলা স্থিৰ ধাৰণা।

শেষ জনমত বোধিৰ মূলত
জয় কৰি মাৰ সেনা,

ধৰি অষ্টপথ বুজি চাৰি সত্য
ধ্বংসিলা আপোন তৃষ্ণা।
তথাগত তুমি লোক বিদ্ তুমি
বিদ্যাচৰণ সম্পন্ন,
শাস্তা আমাৰ বুদ্ধ আমাৰ
লোৱা সশ্ৰদ্ধ বন্দনা।

---

## প্ৰাৰ্থনা

ওহে বুদ্ধ ভগৱান অগতিৰ গতি
তুমি বিনা নাই কেও আমাৰ মুকতি।
তুমি প্ৰভু জগতৰ মুক্তিৰ আধাৰ
সেই কাৰণে গাই ফুৰো নাম তোমাৰ।
কৃপা কৰা ওহে প্ৰভু এই নিকিনক
তোমাৰ শৰণে যেন পাওঁ নিৰ্ব্বাণক।
তোমাৰ শৰণে প্ৰভু কত শত প্ৰাণী
লভিছে অমৃত ধাম সংখ্যাকো নাজানি।
শাৰিপুত্ৰ মৌদগল্যায়ণ দুই পুত্ৰ তথু
লৈছিল তৱ আশ্ৰয় দেখি বাট উজু।
আশীৰ্ব্বাদ দিবা প্ৰভু এই অধমত
বাট লভো যেন ভক্তিৰ গুণত।
যেতিয়া আৰ্য্যমিত্ৰ সম্যক ভগৱানে
জন্মিবই পৃথিৱীত এই ভক্তগণে।
পুনঃ পুনঃ আশীৰ্ব্বাদ মাগিছো চৰণে
যেনেকৈ জনম হয় আমাৰ সেইক্ষণে।
সংসাৰৰ লোভ-দ্বেষ-মায়া-মোহ এৰি
বুজো যেন অষ্টমাৰ্গ আৰু সত্যচাৰি।

এই প্ৰাৰ্থনা প্ৰভু অন্তিমৰ সময়
স্মৰিবলৈ তথুনাম ভুল নাহি হয়।

---

## অশুচি ভাৱনা

অশুচি দুৰ্গন্ধময় শৰীৰ আমাৰ
ক্ষণে ক্ষণে পঁচা গেলা হৈছে বাহিৰ।
সুমেৰু পৰ্ব্বতসম সুগন্ধি মাজত
সাগৰৰ পানীসম সুগন্ধি তেলত।
এই পঁচা শৰীৰক ৰাখি দিওঁ যদি,
তথাপিও দুৰ্গন্ধ থাকে নিৰবধি।
চুলি-নোম-নখ-দাঁত-ছাল আৰু মাংস,
শিৰ-হাৰ, হাৰ মজা ঢাক ছাল অংশ।
কলিজা ক্লোম প্লীহা ফুচ্‌ফুচ্‌ পিত্তাশয়,
ডাঙৰ আৰু সৰু ভুৰু আৰু মূত্ৰাশয়।
বিষ্ঠা, পিত, শ্লেস্মা, ঘাম মেদ আৰু পুঁজ
চকুৰ পানী, লালতি, তেল আৰু তেজ।
নাকৰ ওখল আৰু মূৰৰ মগজ,
মাংসপেশী মূত এই অশুচি বত্ৰিশ।
এই বত্ৰিশ অশুচি একে লগ লাগি,
গঠিত শৰীৰ চোৱা কিমান এলাগি।
অথচ এই শৰীৰক কত যতন কৰি,
যতন কৰি তথাপিতো ৰাখিব নোৱাৰি।
মৃত্যুৰ পাচত ক্ষন্তেক থাকিব নিদিয়ে,
জ্ঞাতি বন্ধু সকলোৱে পেলাবলৈ আহে।
থই দিলে শ্মশানত থাকিছো অকলে,
টানি টুনি খাই থাকে কুকুৰে শিয়ালে।

পঁচি গেলি মাটি হয় নেথাকে অস্তিত্ব,
অথচ অবোধ মন হই আছে মত্ত।
ওহে মোৰ অবোধ মন! হোৱা জ্ঞানবান,
দেহৰ মোহত কিয় হৈছা মগন।
ক্ষণস্থায়ী এই দেহ ক্ষন্তেক যৌৱন,
তাৰ বাবে কিয় তুমি আনন্দ মগন।
অশুভ ভাবনা ভাবি কৰি এক মন,
ত্ৰিৰত্নৰ নাম লৈ হোৱা পুণ্যৱান।
জন্মে জন্মে পুণ্য কৰি হই প্ৰজ্ঞাবান,
আৰ্য্যমিত্ৰ বুদ্ধৰ দিনত পাবা নিৰবাণ।

---

## ষোল মহাস্থান বন্দনা

মহিয়ঙ্গনং নাগদীপং কল্যাণিং পদলঞ্ছনং,
দিৱাগুহং দীঘৱাপিং চেতিয়ং চ মুতিঙ্গনং
তিস্সমহা ৱিহাৰং চ ৱোধিং মৰিচ ৱট্টিয়ং,
সোন্নমালী মহাচেতিং থূপাৰাম ভয়াগিৰিং;
জেতৱনং সেলচেতিং তথা কাতাৰ গামকং।
এতে সোল্স ঠানানি অহং ৱন্দামি সব্বদা,
অহং ৱন্দামি ধাতুয়ো, অহং ৱন্দামি দূৰতো।

## অনুবাদ

মহিয়ঙ্গনচৈত্য, নাগদ্বীপচৈত্য, কল্যাণীচৈত্য, সুমণ পৰ্ব্বতৰ শ্ৰীপদ, দিবাগুহা, দীৰ্ঘবাপীচৈত্য, মুতিয়ঙ্গন তিষ্যমহাবিহাৰ, মহা-বোধিৰ দক্ষিণ শাখা, মৰিচ বট্টি, মহাসুবৰ্ণমালী স্তুপাৰাম, অভয়গিৰি, জেতৱন, শৈল আৰু কাতাৰ গাৱঁত স্থিত চৈত্য, এই ষোলটি স্থানত থকা ধাতুচৈত্য সমূহক মই সদায় দূৰৰ পৰাই বন্দনা কৰিছো।

## বুদ্ধ কীৰ্ত্তন

ত্ৰিলোক পতি পাৰগুভগৱান পতিত পাৱন বুদ্ধৰ নাম।
বুদ্ধৰ নাম জয় ধৰ্ম্মৰ নাম পতিত পাৱন সংঘৰ নাম॥
যোহি বুদ্ধ সোহি জ্ঞান পতিত পাৱন ভগৱান॥
ক্ষান্তি মৈত্ৰী নিৰ্ব্বাণ ধাম প্ৰচাৰ কৰিলে বুদ্ধ ভগৱান।
উচ্চ-নীচ সমান মান স্থাপন কৰিলে বুদ্ধ ভগৱান॥
পৰম শান্তিৰ জাগৰণ পৃথিৱীতে প্ৰচাৰিলে বুদ্ধ ভগৱান॥

## অনিত্য গাথা

অনিত্য সংসাৰ বস্তু ধ্বংস ধৰ্ম্ম তাৰ,
এই আছে, এই নাই ক্ষণস্থায়ী সাৰ।
জোন বেলি গ্ৰহতৰা পৰ্ব্বত ভৈয়াম,
ক্ষণে ক্ষণে ধ্বংস হৈ যায় অবিৰাম।
পৰ্ব্বত ভৈয়াম হয়, ভৈয়াম পৰ্ব্বত,
দিনে দিনে পৰিৱৰ্ত্তন হৈছে জগত।
য'ত হয় এ'দিন আনন্দৰ বজাৰ,
ত'ত আকৌ হই যায় মৰুকান্তাৰ।
প্ৰজা হৈছে ত্বখীয়া, ত্বখীয়া ৰজাৰ,
দালান কোঠা ভাগি হৈছে সামান্য পঁজা।
এইদৰে চলি আছে সংসাৰৰ গতি,
জ্ঞানী জনে ত্যাগ কৰে লোভ তৃষ্ণা মতি।

## বুদ্ধ ধৰ্ম্ম-সঙ্ঘ বন্দনা

বুদ্ধ পাদে নমামি, ধম্ম পাদে নমামি, সঙ্ঘ পাদে নমামি, অহং ৱন্দামি সৰ্ব্বদা। (ত্বতিয়ম্পি, ততিয়ম্পি)

## অনুবাদ

মই বুদ্ধ, ধৰ্ম্ম আৰু সংঘক সকলো সময়তে নমস্কাৰ কৰো। (৩)

## ভিক্ষু বন্দনা

ওকাস, ৱন্দামি ভন্তে, দ্বাৰত্তয়েন কতং সব্বং অপৰাধং খমতু মে ভন্তে। ( দুতিয়ম্পি, ততিয়ম্পি )

## অনুবাদ

অৱকাশ দিয়ক প্ৰভু। কায়মনো-বাক্যে যদি কোনো অপৰাধ কৰি থাকো, তেন্তে নিজ মৈত্ৰী গুণে ক্ষমা কৰিব।

## সংঘ বন্দনা

ওকাস সঙ্ঘং ৱন্দামি, দ্বাৰত্তয়েন কতং সব্বং অপৰাধং খমতু মে ভন্তে সঙ্ঘো। ( দুতিয়ম্পি ততিয়ম্পি )

## অনুবাদ

প্ৰভু অৱকাশ দিয়ক। মই সকলো ভিক্ষুসংঘক বন্দনা কৰিছো। কায়-মনো-বাক্যে যদি কোনো অপৰাধ কৰি থাকো, তেন্তে নিজ মৈত্ৰী গুণে সংঘই ক্ষমা কৰিব।

## আশীৰ্ব্বাদ

১। সব্বীতিয়ো ৱিৱজ্জন্তু, সোকো ৰোগো ৱিনস্সতু,
মাতে ভৱত্বন্তৰায়ো, সুখী দীঘায়ুকো ভৱ।
অভিৱাদন সীলস্স নিচ্চং বুড্ঢাপচায়িনো;
চত্তাৰো ধম্ম বড্ঢন্তি আয়ু ৱন্নো সুখং ৱলং।

## অনুবাদ

তোমাৰ সকলো বিঘ্ন দূৰ হওক, শোক আৰু ৰোগ বিনষ্ট হওক, কোনো অন্তৰায় নহওক, তুমি সুখী আৰু দীৰ্ঘায়ু হোৱা।

২। সব্বারিমঙ্গলমুপদ্দৱ দুন্নিমিত্তং,
সব্বীতি-ৰোগ গহদোসমসেস নিন্দা,
সব্বন্তৰায়-ভয়দুস্সুপিনং অকন্তং,
বুদ্ধানু (ধম্মানু, সঙ্ঘানু) ভাৱপৱৰেন পয়াতু নাসং।
ইচ্ছিতং পত্থিতং তুয়্হং খিপ্পমেৱ সমিজ্ঝতু
সব্বে পুৰেন্তু চিত্ত সঙ্কপ্পো চন্দো পন্নো ৰসো য়থা।
ইচ্ছিতং পত্থিতং তুয়্হং খিপ্পমেৱ সমিজ্ঝতু
সব্বে পুৰেন্তু চিত্ত সঙ্কপ্পো মুনিজ্জোতি ৰসো য়থা।
ইচ্ছিতং পত্থিতং চাপি, খিপ্পমেৱ সমিজ্ঝতু
দীঘঞ্চ হোতুতে আয়ু, সংসাৰে সব্ব জাতীসু।

## অনুবাদ

সকলো প্ৰকাৰ অমঙ্গল, উপদ্ৰৱ, দুনিমিত্ত, শত্ৰু, ৰোগ, গ্ৰহদোষ, নিন্দা, অন্তৰায়, ভয়, বেয়া সপোন, বুদ্ধৰ (ধৰ্ম্ম, সঙ্ঘ) প্ৰভাৱত বিনাশ প্ৰাপ্ত হওক।

তোমাৰ ইচ্ছিত-বাঞ্চিত সকলোবিলাক শীঘ্ৰে সিদ্ধি হৈ, মনৰ কামনা পূৰ্ণচন্দ্ৰৰ দৰে উজ্জ্বল হওক।

তোমাৰ ইচ্ছিত-বাঞ্চিত মনৰ কামনা শীঘ্ৰে সিদ্ধিহৈ মাণিকৰ দৰে জ্যোতিষ্মান হওক।

তোমাৰ ইচ্ছিত-বাঞ্চিত সকলোবিলাক শীঘ্ৰে সিদ্ধি হওক আৰু সংসাৰৰ সকলো প্ৰাণীয়ে দীৰ্ঘায়ু লাভ কৰক।

## প্ৰাৰ্থনা

য়ং কিঞ্চি কুসলং কম্মং কত্তব্বং কিৰিয়ং মম,
কায়েন ৱাচা মনসা তিদসেসু গতং কতং।
য়ে সত্তা সঞ্ঞিনো অত্থি য়েচ সত্তা অসাঞ্ঞিনো
কতং পুঞ্ঞ ফলং ময়হং সব্বে ভাগী ভৱন্তু তে।
য়েতং কতং সুৱিদিতং দিন্নং পুঞ্ঞ ফলং ময়া,
য়ে চ তত্থ ন জানন্তি, দেৱা গন্ত্বা নিৱেদয়ুং।
সব্বে লোকম্হি য়ে সত্তা জীৱন্তাহাৰ হেতুনা,
মনুঞ্ঞং ভোজনং সব্বে লভন্তু মম চেতসা'তি।

## অনুবাদ

ত্ৰিভুৱনত যিবিলাক কুশল কৰ্ম্ম কায়মনো-বাক্যে সম্পাদন কৰিছো সংজ্ঞা থকা, নথকা সকলো প্ৰাণীয়ে, সেই মোৰ পুণ্যাংশৰ ভাগী হউক। মই দান কৰা পুণ্যফল জ্ঞাতসকলে লাভ কৰক আৰু অজ্ঞাত সকলক, হে দেৱতাসকল! আপোনালোকে মই দান কৰা পুণ্যফলৰ কথা সিহঁতক নিবেদন কৰিব, যাতে সিহঁতে সুখী হয়। সৰ্ব্বলোকৰ প্ৰাণীয়ে আহাৰ খায় জীৱন ধাৰণ কৰি আছে। মই শুদ্ধ অন্তৰে প্ৰাৰ্থনা কৰিছো, যাতে সিহঁতে নিজ অভিৰুচি সম্পন্ন আহাৰ প্ৰত্যেকে লাভ কৰে।

## প্ৰাৰ্থনা

য়াদেৱতা সন্তি বিহাৰবাসিনি
থুপে ঘৰে ৱোদিঘৰে তহিং তহিং,
তা ধম্মদানেন ভৱন্তু পূজিতা
সোত্থিং কৰোন্তে ধবিহাৰমণ্ডলে।
থেৰা চ মজ্ঝা নৱকা চ ভিকখৱো
সৰামিকা দানপতি উপাসকা,

গামা চ দেসা নিগমা চ ইস্সৰা
সব্বান ভূতা সুখীতা ভৱন্তু তে।
জলাভুতা য়ে পিচ অণ্ডসম্ভৱা
সংসেদজাতা অথৱো-পপাতিকা,
নিয়ানিকং ধম্মৱৰং পতিচ্চতে
সব্বেপি দুক্খস্স কৰোন্তু সংখেয়ং।
ঠাতু চিৰং সতং ধম্মো ধম্মধৰা চ পুগ্গলা সঙ্ঘো
হোতু সমকেখা ৱা অত্থায় চ হিতায় চ অমেহ
ৰকখতু সদ্ধম্মো সব্বেপি ধম্মচাৰিনো;
বুদ্ধিং সম্পাপুনেয়্যামা ধম্মে অৰিয়াপ্পবেদিতে।

## অনুবাদ

যি সকল দেৱতা বিহাৰত, ঘৰত, বাহিৰত, স্তুপত আৰু ইফালে সিফালে কাম কৰি আছে, তেওঁলোকে সকলোৰে মঙ্গল কামনা কৰক। উপাসক সকলে মহাস্থৱিৰ, স্থৱিৰ আৰু ভিক্ষু সকলক দানাদিৰে সেৱাপূজা কৰে, ইয়াৰ প্ৰভাৱত দেশবাসী, নগৰবাসী, গাওঁবাসীৰ সকলো প্ৰাণী সুখী হওক। জৰায়ুজ, অণ্ডজ, সংসেদজ আৰু ঔপপাতিক সকলো প্ৰাণীয়েই ধৰ্ম্মত প্ৰতিষ্ঠিত হৈ নিৰাময় জীৱন লাভ কৰক আৰু সৰ্ব্বদুখৰপৰা মুক্ত হওক। ভিক্ষু-সংঘ সংঘবদ্ধ হওক; সকলো মানুহ ধাৰ্ম্মিক হওক আৰু সত্য ধৰ্ম্ম চিৰস্থিতি হওক। সংধৰ্ম্মত জীৱন যাপন কৰি ধৰ্ম্মচাৰী হৈ জগতৰ হিতসাধন কৰক। তোমাৰ দিনে দিনে শ্ৰীবৃদ্ধি বাঢ়ক আৰু আৰ্য্যসত্য জ্ঞাতহৈ নিৰ্ব্বাণ লাভ কৰিবলৈ সক্ষম হওক।

## প্ৰাৰ্থনা

সমসীলা সমসদ্ধা উভিন্না ভৱন্তু সদা,
আয়ু-ৱন্নং সুখং-ৱলং পটিভানং ভৱন্তু তে।

ভৱতু সব্বমঙ্গলং ৰকখন্তু সব্বদেৱতা,
সব্ব বুদ্ধানু (ধম্মানু-সঙ্ঘানু) ভৱেন সদাসোত্থি ভৱন্তু তে।

## অনুবাদ

উভয়েই সর্ব্বদা সমশীল, সমশ্রদ্ধাবানহৈ, আয়ু-বর্ণ, সুখ-বল আৰু প্রতিপত্তি লাভ কৰক। দেৱতাসকলে তোমাৰ হিতসাধন কৰি ৰক্ষা কৰক। বুদ্ধ-ধর্ম্ম আৰু সংঘৰ গুণৰ প্রভাৱত তোমাৰ মঙ্গল হউক।

## প্রার্থনা

সব্বে সত্তা সব্বে পাণা ভূতা চ কেৱলা,
সব্বে ভদ্রানি পস্সন্তু মা কঞ্চি পাপমাগমা।
অপ্পমানো বুদ্ধো, অপ্পমানো ধম্মো, অপ্পমানো সঙ্ঘো,
পমানৱন্তানি সিৰিংসপানি অহি-ৱিচ্ছিকা সতপদী,
উন্নানাভী, সৰভূ মূসিকা। কতামে ৰকখা কতামে পৰিত্তা।
পটিক্কমন্তু ভূতানি সোহং নমো ভগৱতো নমো সত্তন্নং
সম্মাসম্বুদ্ধানন্তি।

## অনুবাদ

সকলো সত্ত্ব, সকলো প্রাণী আৰু সর্ব্বভূতে মঙ্গল দর্শন কৰক, কোনো প্রাণীৰ অন্তৰলৈ পাপভাৱ নাহক। বুদ্ধ, ধর্ম্ম আৰু সংঘৰ গুণ অপ্রমেয়। সৰীসৃপ, অহি, বৃশ্চিক, শতপদী, মকৰা, সৰভূ আৰু মুষিক ইত্যাদি প্রাণীসমূহৰ উপদ্রৱ মোৰ ৰাখী বন্ধনৰ দ্বাৰা নিবাৰিত হওক। ভগৱান বুদ্ধৰ মুখনিসৃত পবিত্রাণ পাঠ কৰা হৈছে, ইয়াৰ প্রভাৱত ভূত-পিশাচ দূৰ হওক। মই বিপশ্চি, শিখী, বিশ্বভূ, ককুসন্ধ, কোনাগমন, কাশ্যপ আৰু গৌতম এই সাত জন সম্যক সম্বুদ্ধক নমস্কাৰ কৰি প্রার্থনা কৰিছো, তোমাৰ মঙ্গল হওক।

# প্রার্থনা

১। সক্কত্বা বুদ্ধরতনং ওসধং উত্তমং ৱরং,
হিতং দেৱমনুস্সানং বুদ্ধতেজেন সোত্থিনা;
নস্সন্তুপদ্দৱা সব্বে দুক্খা ৱূপসমেন্তু তে।
সক্কত্বা ধম্মরতনং ওসধং উত্তমং ৱরং,
পরিলাহূপসমনং ধম্মতেজেন সোত্থিনা;
নস্সন্তুপদ্দৱা সব্বে ভয়া ৱূপসমেন্তু তে।
সক্কত্বা সঙ্ঘরতনং ওসধং উত্তমং ৱরং,
আহুনেয়্যং পাহুনেয়্যং সঙ্ঘতেজেন সোত্থিনা;
নস্সন্তুপদ্দৱা সব্বে রোগা ৱূপসমেন্তু তে।

২। য়ং কিঞ্চি রতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
রতনং বুদ্ধসমং নত্থি তস্মা সোত্থি ভৱন্তু তে।
য়ং কিঞ্চি রতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
রতনং ধম্মসমং নত্থি তস্মা সোত্থি ভৱন্তু তে।
য়ং কিঞ্চি রতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
রতনং সঙ্ঘসমং নত্থি তস্মা সোত্থি ভৱন্তু তে।

৩। নত্থি মে সরণং অঞ্ঞং বুদ্ধো মে সরণং ৱরং,
এতেন সচ্চৱজ্জেন হোতু মে জয়মঙ্গলং।
নত্থি মে সরণং অঞ্ঞং ধম্মো মে সরণং ৱরং,
এতেন সচ্চৱজ্জেন হোতু মে জয়মঙ্গলং।
নত্থি মে সরণং অঞ্ঞং সঙ্ঘো মে সরণং ৱরং,
এতেন সচ্চৱজ্জেন হোতু মে জয়মঙ্গলং।

৪। নক্খত্ত য়ক্খ ভূতানং পাপগ্গহ নিৱারণা,
পরিত্তস্সানুভাৱেন সদা হন্তু তেসং উপদ্দৱে।

## অনুবাদ

(১) দেৱ-মানৱৰ হিতৈষী, উত্তম ঔষধস্বৰূপ শ্ৰেষ্ঠ বুদ্ধৰত্নক সংকাৰ কৰি যি পুণ্য লাভ কৰিলো, সেই মঙ্গলদায়ক বুদ্ধতেজৰ দ্বাৰা তোমাৰ সকলো উপদ্ৰৱ আৰু সকলো দুঃখ উপশম হওক।

উত্তম ঔষধ স্বৰূপ শ্ৰেষ্ঠ ধৰ্ম্মৰত্নক সংকাৰ কৰি যি পুণ্য সঞ্চয় হ'ল, সেই মঙ্গলদায়ক ধৰ্ম্মতেজৰ দ্বাৰা তোমাৰ সকলো উপদ্ৰৱ আৰু সৰ্ব্বভয় উপশম হওক।

আহ্বান আৰু সন্মানৰ যোগ্য উত্তম ঔষধ স্বৰূপ সংঘৰ শ্ৰেষ্ঠ-ৰত্নক সংকাৰ কৰি যি পুণ্য লাভ হ'ল, সেই মঙ্গলময় সংঘতেজৰ দ্বাৰা তোমাৰ সকলো উপদ্ৰৱ আৰু ৰোগ উপশম হওক।

(২) জগতত বহু নানা প্ৰকাৰৰ ৰত্ন আছে। তাৰ ভিতৰত কোনোটোৱেই বুদ্ধৰত্নৰ সমান শ্ৰেষ্ঠ নহয় (ধৰ্ম্মৰত্নৰ সঙ্ঘৰত্নৰ) ইয়াৰ প্ৰভাৱত মোৰ মঙ্গল হওক।

(৩) বুদ্ধ-ধৰ্ম্ম সংঘৰ বাহিৰে মোৰ অন্য কোনো আশ্ৰয় নাই। এই সত্যবাক্যৰ প্ৰভাৱত মোৰ জয়মঙ্গল হওক।

(৪) এই পৰিত্ৰাণৰ প্ৰভাৱত, নক্ষত্ৰ, পাপগ্ৰহ, যক্ষ-ভূত-প্ৰেতাদি সকলোপ্ৰকাৰ উপদ্ৰৱ নিবাৰণ হওক।

## প্ৰাৰ্থনা

১। ইমিনা পুঞ্ঞকম্মেন উপজ্ঝায়া গুণুত্তৰা,
আচৰিয়ূপকাৰা চ মাতা পিতা পিয়া মম,
সুৰিয়ো চন্দিমা ৰাজা ওপৰন্তা নৰাপি চ,
ব্ৰহ্মা মাৰা চ ইন্দা চ লোকপালা চ দেৱতা,
য়মো মিত্তা মনুস্‌সা চ মজ্ঝত্তা ৱেৰিকাপি চ,
সব্বে সত্তা সুখী হোন্তু পুঞ্ঞানি পকতানিমে,
সুখঞ্চ তিৱিধং দেন্তু খিপ্পং পাপেথ বো'মতং।

২। ইমিনা পুঞ্ঞকম্মেন ইমিনা উদ্দেসেন চ,
খিপ্পাহং সুলভেচের তন্হুপাদান ছেদনং,
য়ে সন্তানে হীনধম্মা য়াৱ নিব্বাণতো মমং,
নস্সন্তপদ্দৱা সব্বে য়ত্থ জাতো ভৱে ভৱে।
উজুচিত্তো সতিপঞ্ঞো সল্লেখো ৱিৰিয়ৱা 'মিনা,
মাৰা লভন্তু নোকাসং কাতুঞ্চ বিৰিয়েসু মে।

৩। বুদ্ধাদি পৱৰো নাথো ধম্মো নাথো ৱকুত্তমো,
নাথো পচ্চেকসম্বুদ্ধো সঙ্ঘো নাথোভৰো মমং,
তেসুত্তমানুভাৱেন মাৰোকাসং লভন্তু মা।

৪। ভৱগ্গুপাদায় অৱীচি হেট্ঠতো হেট্ঠন্তৰে,
সত্তকায়ুপপন্না ৰূপী অৰূপী অসঞ্ঞী সঞ্ঞিনো,
সব্ব দুক্খা পমুঞ্চন্তু ফুসন্তু নিব্বুতিং।

## অনুবাদ

(১) মোৰ এই পুণ্যকৰ্ম্মৰ প্ৰভাৱত, উত্তম গুণী উপাধ্যায়, উপকাৰী আচাৰ্য্য আৰু মোৰ প্ৰিয় পিতৃ-মাতৃ নক্ষত্ৰৰাজ চন্দ্ৰ-সূৰ্য্য, গুণবান ব্যক্তিসকল, ব্ৰহ্মা, মাৰ, ইন্দ্ৰ, লোকপালদেৱতা, যম, মিত্ৰ, মধ্যস্থ, শত্ৰু, মানুহ সকলো প্ৰাণী সুখী হওক। মোৰ সম্পাদিত পুণ্যৰ প্ৰভাৱত মোৰ দেৱ-মানৱ আৰু নিৰ্ব্বাণ সম্পত্তি লাভ হউক।

(২) এই পুণ্যকৰ্ম্ম আৰু সদ্ধৰ্ম্মশিক্ষাৰ প্ৰভাৱত মোৰ চিত্তত তৃষ্ণা আৰু উপাদানাদি যিবিলাক হীন ধৰ্ম্ম আছে, সেই বিলাক সহজে শীঘ্ৰে উচ্ছিন্ন হৈ যাওক। ভৱান্তৰত মোৰ জন্মগ্ৰহণৰ সময়ত, যেতিয়ালৈকে নিৰ্ব্বাণ লাভ কৰিব নোৱাৰো তেতিয়ালৈকে সকলো উপদ্ৰৱ বিনাশ হওক। মই যেন, উজুচিত্ত, স্মৃতিমান, জ্ঞানী, ধ্যানী আৰু বীৰ্য্যবান হব পাৰো। মাৰে মোৰ চিত্ত যেন বিফলত ঘটাব নোৱাৰে।

(৩) বুদ্ধ-ধৰ্ম্ম-সংঘ-প্ৰত্যেক বুদ্ধ আৰু সম্যক সম্বুদ্ধ মোৰ শ্ৰেষ্ঠ নাথ। সেই উত্তম নাথসকলৰ তেজগুণত যেন মাৰে মোৰ কোনো অনিষ্ট সাধন কৰিবলৈ সুযোগ নাপায়।

(৪) অকনিষ্ঠ ব্ৰহ্মলোকৰপৰা অধীচি মহানৰক পৰ্য্যন্ত ইয়াৰ ভিতৰত ৰূপী-অৰূপী-সংজ্ঞী-অসংজ্ঞী যিমানবিলাক প্ৰাণী আছে, সকলোৱেই দুখৰ হাত সাৰি নিৰ্ব্বাণ সাক্ষাত কৰিবলৈ সমৰ্থ হওক।

## প্ৰাৰ্থনা

আয়ুৱদ্ধকো ধনৱদ্ধকো সিৰিৱদ্ধকো য়সোৱদ্ধকো
ৱলৱদ্ধকো ৱন্নৱদ্ধকো সুখৱদ্ধকো হোতু সব্বদা।
দুক্‌খা ৰোগা ভয়া ৱেৰাসোকসত্থু চ উপদ্দৱা
অনেক অন্তৰায়পি ৱিনস্‌সন্ত সথে য়স, জয় সিদ্ধি
ধনং লাভং সোত্থি ভাগ্যং সুখং ৱলং।
সিৰি আয়ু চ ৱন্নো চ ভোগং বুদ্ধি চ, জয় সব্বা
সত্তাৱাসা চ আয়ু চ জীৱা সিদ্ধি ভৱন্তু তে।

## অনুবাদ

আয়ু, ধন, শ্ৰী, যশ, বল, বৰ্ণ, সুখ সদাসৰ্ব্বদা হওক। দুখ-ৰোগ-ভয়-হিংসা দূৰ হওক। সকলো প্ৰকাৰ অন্তৰায় উপদ্ৰৱ বিনাশ হৈ নাম-যশ শ্ৰীবৃদ্ধি বিয়পি পৰক। ধনী-মানী-সুখী-বলী আৰু ভাগ্যৱান হওক। শ্ৰী-আয়ু-বৰ্ণ-বুদ্ধি দিনক দিনে বৃদ্ধি হৈ সকলো ক্ষেত্ৰতে জয় হওক। তেনেকৈ সকলো প্ৰাণীৰে আয়ু শ্ৰীবৃদ্ধি বাঢ়ক।

# দ্বিতীয় পৰিচ্ছেদ

## পূজা

### পূজাৰ প্ৰয়োজনীয়তা

পূজাৰ প্ৰসঙ্গত হয়তো কোনোৱে কব পাৰে—"ভগৱান বুদ্ধই পৰিনিৰ্ব্বাণ প্ৰাপ্ত হল, তেওঁক পূজা কৰাৰ কোনো প্ৰয়োজন নাই।" সঁচাকৈয়ে,—বুদ্ধৰ পূজাৰ প্ৰয়োজন নাই। কিন্তু আমাৰ অজ্ঞান অন্ধকাৰত ঢাক খাই থকা মনৰ ভিতৰত জ্ঞানৰ পোহৰ জ্বলাবলৈ হলে, মহাপুৰুষৰ আদৰ্শ অনুসৰণ কৰাৰ প্ৰয়োজন। মনৰদ্বাৰা মহাপুৰুষৰ গুণবিলাক চিন্তা কৰাৰ নিৰ্দ্দেশ আছে, কিন্তু মনচক্ষুত গুণকায় পৰিস্ফুট কৰাৰ ক্ষমতা সকলোৰে ওচৰত নাথাকে। সেই কাৰণে ফল-ফুল, ধূপ-দীপ প্ৰভৃতিৰ অৰ্ঘ্য লৈ পূজাৰ বেদীত উপস্থিত হলেই ভক্তৰ মন সাধাৰণতে অৱনত হৈ পৰে।

কোনো কোনো মানুহৰ এনে সন্দেহো উদয় হৈ থাকে যে,—আমাৰ পূজাৰ পাত্ৰ কি? এই বিষয়ে ভগৱান বুদ্ধই কি কৈছে? বুদ্ধমূৰ্ত্তি নিৰ্ম্মাণ কৰি পূজা কৰিবলৈ কৈছে নেকি। এইবিলাক প্ৰশ্নৰ মীমাংসা জাতকাৰ্থ কথাৰ ত্ৰয়োদশ নিপাতত কলিঙ্গ বোধি জাতকত কাৰণবিলাকৰ সৈতে বিবৃত কৰিছে। ইয়াত সংক্ষেপে তাৰ এটা বৰ্ণনা দিয়া হল—

শ্ৰাৱস্তীবাসীসকলৰ কাতৰ প্ৰাৰ্থনাত আনন্দ স্থৱিৰে ভগৱান বুদ্ধৰ জীৱিত কালত শ্ৰাৱস্তীত যি জোপা বোধিবৃক্ষ কৰাইছিল, সেই উদ্দেশ্যকে আলম লৈ তিনি প্ৰকাৰ চৈত্য পূজাৰ কথা বৰ্ণনা কৰিছিল। প্ৰায়বিলাক সময়তে ভগৱান বুদ্ধই জগতবাসীৰ মুক্তি আৰু হিতৰ কাৰণে দেশ-দেশান্তৰে পৰিভ্ৰমণ কৰিবলৈ যায়।

তেতিয়া শ্রদ্ধাৱান শ্রাৱস্তীবাসীসকলে সেৱা পূজা কৰিবলৈ সুযোগ নাপাইছিল। সেই কাৰণে তেওঁলোকে পূজাৰ সামগ্ৰীবিলাক আনি ভগৱান বুদ্ধৰ গন্ধকুটিৰ দুৱাৰৰ মুখত থৈ গুচি যায়গৈ। মহাশ্রেষ্ঠী অনাথপিণ্ডিকে তাৰ কাৰণ উপলব্ধি কৰি আনন্দ স্থৱিৰক নিবেদন কৰিলে—

"সাধু ভন্তে, তথাগতস্স ইমমত্থং আৰোচেত্বা একস্স পূজনীয়-ট্ঠানস্স সক্কুণেয়্যভাৱং জানাথ।"

ভন্তে আনন্দ, তথাগতৰ চৰণত নিবেদন কৰি যদি এটা পুণ্যস্থানৰ নির্দ্দেশ জানি লব পাৰে, তেন্তে বৰ মঙ্গলৰ কথা হব। ভগৱান বুদ্ধই যেতিয়া বিহাৰলৈ আহিল, তেতিয়া আনন্দস্থৱিৰে এই বিষয়টো কর্ণগোচৰ কৰিলে—

"কতি নু খো ভন্তে চেতিয়ানীতি? তীনি আনন্দা'তি। কত-মানি ভন্তে তীনী'তি? সাৰীৰিকং, পৰিভোগিয়ং, উদ্দিস্সকন্তি। সক্কা পন ভন্তে তুমেহসু যেৱ ধৰন্তেসু তেসুং কাতুন্তি? আনন্দ, সাৰীৰিকং ন সক্কা কাতুং, তংহি বুদ্ধানং পৰিনিব্বাণকালে সক্কা কাতুং, উদ্দিস্সকং পৰিভোগিকঞ্চ সক্কা হোতি। বুদ্ধেহি পৰিভুত্তো মহা-বোধিৰুক্কো বুদ্ধেসু ধৰন্তেসুপি চেতিয়মেৱাতি।"

প্রভো ভগৱান, চৈত্য কেই প্রকাৰ? আনন্দ, তিনি প্রকাৰৰ। সেই তিনিটি কি কি? শাৰীৰিক চৈত্য, উদ্দেশিক চৈত্য আৰু পৰিভোগীক চৈত্য। প্রভো, আপোনাৰ জীৱিত অৱস্থাত তাক কৰিব পাৰিনে? আনন্দ, তথাগতৰ জীৱিত সময়ত শাৰীৰিক চৈত্য কৰিব নোৱাৰে। তাক বুদ্ধসকলৰ পৰিনির্ব্বাণ সময়ত কৰিব লাগে। এতিয়া উদ্দেশিক আৰু পৰিভৌগিয় চৈত্য কৰিব পাৰিব। বুদ্ধৰ ব্যৱহৃত মহাবোধিবৃক্ষ বুদ্ধৰ জীৱিত অৱস্থাতো চৈত্যৰ দৰে পূজা কৰিব পাৰে।

তাৰপাচত আনন্দস্থৱিৰে মৌদগল্যায়ণ মহাস্থৱিৰৰ সৌজন্যত বোধিবৃক্ষৰ পৰা বীজ অনাই কোশলৰাজ আৰু অনাথপিণ্ডিক

প্ৰভৃতিৰ দ্বাৰা কৰাইছিল। সেই দিনাৰ পৰা সেই বৃক্ষ "আনন্দ বোধি" নামৰে পৰিচিত হৈছিল। বুদ্ধ প্ৰতিমাক উদ্দেশিক চৈত্য, বোধিবৃক্ষক পৰিভোগিয় চৈত্য আৰু সৰ্ব্বজ্ঞ বুদ্ধৰ দেহাৱশেষক শাৰীৰিক চৈত্য বোলে। বুদ্ধৰ ধাতু বা দেহাৱশেষ সম্পৰ্কে বুদ্ধবংশ গ্ৰন্থত উল্লেখ আছে :—

"উনিহসা চতুৰো দাঠা...... ..

.........এতা সব্বাপি ধাতুয়ো।"

কপালৰ অস্থি, চাৰিটি দাঁত আৰু দুইটি অক্ষাস্থি এই সাতটি অসম্ভিন্নধাতু, অৱশিষ্ট ধাতু সম্ভিন্নধাতু বুলি কোৱা হয়। তাৰ ভিতৰত ডাঙৰ ধাতুবিলাক মাটিমাহ একোটাৰ সমান, মজলীয়া ধাতুবিলাক ভগা চাউল বা খুঁদ চাউলৰ সমান আৰু সৰুবিলাক সৰিয়হ একোটাৰ সমান ইত্যাদি নানা ধাতুৰ বৰণৰ বৰ্ণনা আছে। ডাঙৰ ধাতুবিলাক সোন বৰণীয়া, মধ্যমবিলাক মুকুটা বৰণীয়া আৰু সৰুবিলাক বগাফুলৰ ৰেণুৰ দৰে। সৰ্ব্বমুঠ ধাতু ১৬ দোন বুলি জনা যায়। ডাঙৰ ধাতুবিলাক পাঁচনালি (এক নালিত /১ সেৰ) মধ্যমবিলাক পাঁচনালি আৰু সৰুবিলাক ছয়নালি। এইবিলাক ধাতুক বুদ্ধৰ শৰীৰ ধাতু বুলি কোৱা হয়। সেই কাৰণে এই দেৱ-দুৰ্ল্লভ ধাতুবিলাক বৌদ্ধমাত্ৰেই একান্ত শ্ৰদ্ধাৰে পূজা কৰাৰ প্ৰয়োজন।

ইয়াতে পূজা সম্পৰ্কে যিবিলাক প্ৰশ্নোত্তৰ "মিলিন্দ প্ৰশ্ন" গ্ৰন্থত দেখিবলৈ পোৱা যায়, তাকো সামান্য পৰিমাণে উল্লেখ কৰা হল :—

ৰজা মিলিন্দই স্থবিৰ নাগসেনৰ শ্ৰীচৰণত বন্দনা কৰি কলে— "ভন্তে নাগসেন! আন সাধু সন্ন্যাসীসকলে কয় ভগৱান বুদ্ধই যদি পূজা গ্ৰহণ কৰে, তেন্তে তেওঁ পৰিনিৰ্ব্বাণ প্ৰাপ্ত হোৱা নাই; জগতৰ লগত জৰিত আছে আৰু এই ভৱসংসাৰতেই এজন সাধাৰণ মানুহ। গতিকে তেওঁক পূজা কৰা বা তেওঁৰ উদ্দেশ্যে কৰা দানাদি নিষ্ফল অৰ্থাৎ কোনো পুণ্য নহয়।

আৰু যদি তেওঁ পৰিনিৰ্ব্বাণ প্ৰাপ্তহে হয়, তেন্তে তেওঁ জগতৰ লগত সম্বন্ধ নাই, যেহেতু এই ত্ৰিভুৱন অতিক্ৰম কৰি গৈছে। গতিকে তেওঁক পূজা কৰা বা তেওঁৰ উদ্দেশ্যে দিয়া দান নিষ্ফল। কাৰণ পৰিনিৰ্ব্বাণ প্ৰাপ্তসকলে একোৱেই গ্ৰহণ কৰিব নোৱাৰে। হেতুকে নিৰৰ্থক।"

স্থৱিৰ নাগসেনে উত্তৰ দিলে—"মহাৰাজ! ভগৱান বুদ্ধই পৰিনিৰ্ব্বাণ প্ৰাপ্ত হল। তেওঁক কৰা পূজা আৰু তেওঁৰ উদ্দেশ্যে দিয়া দান গ্ৰহণ নকৰে। বোধিবৃক্ষৰ মূলতেই তেওঁ সকলো সংস্কাৰ পৰিত্যাগ কৰিলে। এতিয়া তেওঁ পৰিনিৰ্ব্বাণ প্ৰাপ্ত। য'ত আৰু একো অৱশিষ্ট নাথাকে। মহাৰাজ! ধৰ্ম্মসেনাপতি সাৰিপুত্ৰই কৈছিল—

"দেৱতা মানুহে পূজা কৰে তেওঁলোকৰ,
কিন্তু সেই নিৰুপশমযুক্ত সকলৰ
গ্ৰহণীয় নহয়। কদাপি সেই সৎকাৰ,
এইয়ে স্বভাৱ সৰ্ব্বদা বুদ্ধসকলৰ।"

মিলিন্দ ৰজাই কলে—"ভন্তে নাগসেন! বাপেকে পুতেকক অথবা পুতেকে বাপেকক প্ৰশংসা কৰিব পাৰে। কিন্তু ইয়াৰ দ্বাৰা পৰমতবাদ খণ্ডন নহয়। কেৱল আনন্দ প্ৰকাশৰ কাৰণে কোৱা কথাহে। গতিকে আপুনি বৌদ্ধধৰ্ম্মৰ প্ৰতিষ্ঠা আৰু পৰমতবাদ খণ্ডনৰ সম্যক উত্তৰ দিয়ক।"

স্থৱিৰ নাগসেনে কলে—"মহাৰাজ! ভগৱানৰ পৰিনিৰ্ব্বাণ প্ৰাপ্ত হল। গতিকে তেওঁ পূজাদি দানীয় বস্তু গ্ৰহণ নকৰে। কিন্তু তেওঁ পূজা গ্ৰহণ নকৰিলেও দেৱ-মানৱ সকলে তেওঁৰ ধাতুৰত্নাদি মন্দিৰ নিৰ্ম্মাণ কৰি, জ্ঞানৰত্নক লক্ষ্য কৰি সম্যকৰূপে শীলাদি সৎ কৰ্ম্ম কৰি দেৱসম্পত্তি, মনুষ্যসম্পত্তি আৰু নিৰ্ব্বাণ সম্পত্তিও লাভ কৰিব পাৰে। মহাৰাজ! অতিমহত অগ্নিৰাশি প্ৰজ্বলিত হৈ নিৰ্ব্বাণ হৈ (ছাই) গলে, তাত যদি কাঠ, বাঁহ অথবা খেৰ আদি ছাইত

পেলাই দিলে জুই লাগিবনে?" "ভন্তে। যেতিয়া জুই নোমাই যায়, তাত আৰু কি দিলেও জুই নজ্বলে।" "কিন্তু মহাৰাজ। "আপুনি কব পাৰিবনে যে, সংসাৰত আৰু জুই নাই বুলি?" "জুই নাই বুলি কব নোৱাৰো ভন্তে? জুই জ্বলোৱা বাঁহ, কাঠ খেৰ আদিয়েই অগ্নিৰ আশ্রয় স্থান। প্রয়োজন অনুসাৰে তাৰ পৰা অগ্নি উৎপাদন কৰি ব্যৱহাৰ কৰে।"

"মহাৰাজ। তেন্তে তীৰ্থিকসকলৰ কথা মিচা। যি গ্রহণ নকৰে তেওঁৰ উদ্দেশ্যে কৰা পূজা বা দান নিষ্ফল বুলি। মহাৰাজ, যেনেকৈ মহতি অগ্নিৰাশি প্রজ্বলিত হৈছিল, সেইদৰে ভগৱানেও দহসহস্র লোকধাতু প্রজ্বলিত কৰিছিল। যেনেকৈ অতিমহত অগ্নি ৰাশি প্রজ্বলিত হৈ নিৰ্ব্বাণ প্রাপ্ত হয়, তেনেকৈ ভগৱান বুদ্ধয়ো দহসহস্র লোকধাতু তেওঁৰ ৰশ্মীৰে প্রজ্বলিত কৰি পৰিনিৰ্ব্বাণ প্রাপ্ত হৈছে। মহাৰাজ, যেনেকৈ নিৰ্ব্বাণ প্রাপ্ত অগ্নিয়ে কাঠ আদি উপাদান গ্রহণ নকৰে, তেনেকৈ লোকহিতৈষী ভগৱানেও নিৰ্ব্বাণৰ পাচত কোনো বস্তু বা পৰিগ্রহ গ্রহণ নকৰে। মহাৰাজ ইন্ধনহীন অগ্নি নিৰ্ব্বাণ প্রাপ্ত হলেও মানুহৰ প্রয়োজন হলে, জুইশলা মাৰি নিজ ইচ্ছা মতে জুই ব্যৱহাৰ কৰে; সেইদৰে ভগৱান বুদ্ধ পৰিনিৰ্ব্বাণ প্রাপ্ত হলেও দেৱ মানৱসকলে তেওঁৰ ধাতুৰত্ন স্তুপাদি নিৰ্ম্মাণ কৰি আৰু তেওঁৰ জ্ঞানৰত্নক (ত্রিপিটকাদি) লক্ষ্য কৰি সম্যক ভাৱে শীলাদি পুণ্যানুষ্ঠান কৰি সম্পত্তিত্রয় (মনুষ্যসম্পত্তি, দেৱ আৰু নিৰ্ব্বাণসম্পত্তি) লাভ কৰি থাকে। এই কাৰণেই, যদিও পৰিনিৰ্ব্বাণ প্রাপ্ত তথাগতে একো গ্রহণ নকৰে, তথাপি তেওঁৰ উদ্দেশ্যে কৰা অনুষ্ঠান নিষ্ফল নহয়। ফল দায়ক।"

"মহাৰাজ। ইয়াৰ কাৰণ আৰু শুনক—যিবিলাকৰ কাৰণে পৰিনিৰ্ব্বাণ প্রাপ্ত তথাগতৰ উদ্দেশ্যে কৰা পুণ্য ফলদায়ক। মহাৰাজ। প্রবল বতাহ ধুমুহা এবাৰ প্রবাহিত হৈ গলে কি, সেই বতাহ ধুমুহা পুনৰ আহিম বুলি সম্মতি প্রদান কৰে?"

"নকৰে ভন্তে।" "ইয়াৰ কাৰণ কি? যেহেতু বতাহ অচেতন। মহাৰাজ, সেই প্ৰবাহিত বতাহৰ কি জ্ঞান আছে? আৰু কব পাৰিমনে যে, জগতত বতাহ নাই বুলি?"

"নাই বুলি কব নোৱাৰো। তাল পাত, বাঁহ, অথবা কাপোৰৰ বিচনি কৰি অতি গৰমত নিজ শক্তিৰে বিচি বতাহ উৎপাদন কৰি তাৰে তৃপ্তি লাভ কৰে।"

"তেন্তে মহাৰাজ! তীৰ্থিক সকলে কোৱা কথা মিচা। যি গ্ৰহণ নকৰে, তেওঁৰ উদ্দেশ্যে কৰা পুণ্যানুষ্ঠান নিস্ফল। মহাৰাজ, অতিমহত বতাহ প্ৰবাহিত হৈছিল, ভগৱানেও সেইদৰে দহসহস্ৰ লোকধাতুৰ উপৰেদি শীতল মধুৰ শান্ত মৈত্ৰীৰূপ বতাহ সঞ্চাৰ কৰিছিল। যেনেকৈ প্ৰবল বতাহৰ প্ৰবাহ বন্ধ হৈ যায়, সেইদৰে ভগৱান বুদ্ধৰ শান্তিমৈত্ৰীৰূপ বতাহ হৈ পৰিনিৰ্ব্বাণ প্ৰাপ্ত হৈছে। যেনেকৈ প্ৰবাহিত বতাহ পুনৰ আহিবলৈ কৈ নাযায়, তেনেকৈ লোকহিতৈষী ভগৱানেও কোনো বস্তু গ্ৰহণ কৰাৰ পৰা উপশান্ত। সেই মানুহবিলাকো মহাৰাজ, যেনেকৈ গৰমত ক্লান্ত, উৎপীড়িত, তেনেকৈ দেৱ-মানৱসকলেও এই ত্ৰিবিধ ৰোগৰূপ (ৰাগ, দ্বেষ আৰু মোহ) অগ্নিৰ তাপত প্ৰপীড়িত। যেনেকৈ গৰমত তাল পাতৰ বিচনিৰ দ্বাৰা বতাহ লোৱাৰ প্ৰয়োজন, তেনেকৈ তথাগতৰ ধাতুবস্তু আৰু জ্ঞানৰত্নাদি পূজা সেই সম্পত্তিত্ৰয়ৰ কাৰণে প্ৰয়োজন। যেনেকৈ গৰমত প্ৰপীড়িত মানুহে তালপাতৰ বিচনিৰে বিচি লৈ উপশান্ত হয়, তেনেকৈ দেৱ-মানৱ সকলেও পৰিনিৰ্ব্বাণ প্ৰাপ্ত ভগৱানে যদিও একো গ্ৰহণ নকৰে, তথাপি তেওঁৰ ধাতুবস্তু আৰু জ্ঞানৰত্নাদি পূজা কৰি কুশল ভাৱ মনলৈ আনি ত্ৰিবিধ অগ্নি নিৰ্ব্বাপিত কৰি উপশান্ত হয়। এই কাৰণেই তথাগতৰ উদ্দেশ্যে দিয়া বস্তু বা সেৱা-পূজা গ্ৰহণ নকৰিলেও নিস্ফল নহয়।

মহাৰাজ! ইয়াৰ আৰু যুক্তি শুনক। কোনো কোনো মানুহে ঢোল বজায়, যিবিলাক শব্দ হৈ গল, সেইবিলাক শব্দ পুনৰ ঘূৰি

আহিমগৈ বুলি সন্মতি দি থৈ নাযায়। সেই শব্দ অন্তৰ্হিত হৈ যায়। কিন্তু ঢোল বজাৰ কাৰণবিলাক যদি থাকে, তেন্তে বজুৱা লগে লগেই শব্দ হৈ উঠিব।

মহাৰাজ, এইদৰেই যদি ভগৱান বুদ্ধৰ শীল, সমাধি, প্ৰজ্ঞা, বিমুক্তি আৰু বিমুক্তি লাভৰ কাৰণে ধাতুবস্তু, ধৰ্ম্ম, বিনয় শাসনত প্ৰতিষ্ঠা কৰি পৰিনিৰ্ব্বাণ প্ৰাপ্ত হল। কিন্তু তেওঁ পৰিনিৰ্ব্বাণ প্ৰাপ্ত হলেও, সম্পত্তি লাভৰ স্থান ধ্বংস হোৱা নাই। সংসাৰৰ প্ৰপীড়িত জীৱবিলাকে সম্পত্তিৰ কামনা কৰি ধৰ্ম্ম, বিনয় আৰু অনুশাসন সম্যক তথাগতৰ দৰে পূজা কৰি সম্পত্তি লাভ কৰি থাকে। এইবোৰ কাৰণে তথাগতৰ উদ্দেশ্যে সম্পাদিত পুণ্যানুষ্ঠান তেওঁ গ্ৰহণ নকৰিলেও নিষ্ফল নহয়। মহাৰাজ, ভগৱান বুদ্ধই ভবিষ্যৎ চিন্তা কৰি কৈছিল—"আনন্দ, তোমালোকে নাভাবিবা যে মোৰ পৰিনিৰ্ব্বাণৰ পাচত বুদ্ধৰ শাসনও অতীত হৈ গল বুলি। মনত ৰাখিবা, মই যি বিলাক ধৰ্ম্ম, বিনয় প্ৰজ্ঞাপ্ত কৰি থৈ গৈছো সেই বিলাকেই তোমালোকৰ শাসন কৰ্ত্তা হব।" এই কাৰণে তেওঁৰ উদ্দেশ্যে অনুষ্ঠিত পুণ্যানুষ্ঠানৰ সামগ্ৰী গ্ৰহণ নকৰিলেও নিষ্ফল নহয়। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে, তীৰ্থিক সকলৰ উক্তি মিচা। তেওঁলোকৰ দুখৰ কাৰণেই এইদৰে অপবাদ প্ৰচাৰ কৰি থাকে।

মহাৰাজ। আন যুক্তি শুনক। এই মহা-পৃথিবীয়ে ইচ্ছা কৰে নেকি, যে, মোৰ বুকুত বীজ অঙ্কুৰিত হওক?"

"নকৰে ভন্তে।"

"মহাৰাজ। নকৰা সত্বেও কেনেকৈ বীজ অঙ্কুৰিত হৈ সুদৃঢ় মূল আৰু শিপা জটাৰ দৰে প্ৰতিষ্ঠিত হয় আৰু গছ, হাৰ, ছাল, ডাল পাত মেলি ফল-ফুলাদি লাগে?

তেন্তে মহাৰাজ, তীৰ্থিক সকলে যদি কয় যে, যিয়ে গ্ৰহণ নকৰে তেওঁৰ উদ্দেশ্যে দিয়া নিষ্ফল; ইয়াৰ দ্বাৰা তেওঁলোকে নিজৰ কথাকেই নিজে খণ্ডন কৰি হত হৈছে। মহাৰাজ, মহাপৃথিবী যেনে

তেনে সম্যকসম্বুদ্ধও; যেনেকৈ মহাপৃথিবীয়ে একো গ্ৰহণ নকৰে, তেনেকৈ তথাগতেও একো গ্ৰহণ নকৰে। মহাৰাজ, যেনেকৈ সেই বীজবোৰ অঙ্কুৰিত হয়, আৰু সুদৃঢ় মূল-শিপাদি জটাৰ দ্বাৰা প্ৰতিষ্ঠিত হৈ গছ, ছাল, ডাল, পাত মেলি ফল-ফুলাদি লাগে, ঠিক তেনেকৈ দেৱ-মানৱসকলেও পৰিনিৰ্ব্বাণ প্ৰাপ্ত অগ্ৰহীতা তথাগতৰ ধাতু-ৰত্ন আৰু জ্ঞান-ৰত্নক অৱলম্বন কৰি সুদৃঢ় ভাৱে কুশল ৰূপ মূলত প্ৰতিষ্ঠিত হৈ, সমাধিৰূপ গছ, ধৰ্ম্মৰূপ হাৰ, শীলৰূপ ডাল-পাত মেলি, বিমুক্তিৰূপ ফুল আৰু ফলৰূপ শ্ৰামণ্য ফল লাভ কৰি থাকে। হে মহাৰাজ! এই বিলাক কাৰণেই, পৰিনিৰ্ব্বাণ তথাগতে তেওঁৰ উদ্দেশ্যে অনুষ্ঠিত দানাদি গ্ৰহণ নকৰিলেও ফল প্ৰদায়ক।

মহাৰাজ! আৰু উপমা শুনক। "মহাৰাজ; এই আঠানবৈ প্ৰকাৰ ব্যাধি শৰীৰত উৎপন্ন হওক, এই বুলি মানুহে প্ৰাৰ্থনা কৰেনে?" "নকৰে ভন্তে।"

"মহাৰাজ! ইচ্ছা নকৰা সত্বেও কিয় সেই ৰোগবোৰ হয়?" "পূৰ্ব্বকৃত দুঃকৰ্ম্মৰ কাৰণে ভন্তে।"

"মহাৰাজ! পূৰ্ব্বকৃত বেয়া কৰ্ম্মৰ ফল যদি ইয়াতেই অনুভৱ কৰিব লগা হয়, তেন্তে পূৰ্ব্বকৃত আৰু বৰ্ত্তমানকৃত কৰ্ম্মফলো নিষ্ফল নহয়। এই বিলাক কাৰণেই পৰিনিৰ্ব্বাণ প্ৰাপ্ত তথাগতে গ্ৰহণ নকৰিলেও তেওঁৰ উদ্দেশ্যে কৰা পুণ্যকৰ্ম্ম নিষ্ফল নহয়।

"মহাৰাজ! আপুনি আগে শুনিছিলেনে, যে, নন্দ যক্ষই সাৰিপুত্ৰস্থবিৰক আঘাত কৰা আৰু তাৰ ফলত পৃথিবীয়ে গ্ৰাস কৰাৰ কথা?" 'হয় শুনিছো ভন্তে, এই কথাটো প্ৰসিদ্ধ।' 'মহাৰাজ! নন্দ যক্ষক পৃথিবীয়ে গ্ৰাস কৰক বুলি স্থবিৰ সাৰিপুত্ৰই ইচ্ছা কৰিছিলনে?'

'ভন্তে, যদি দেৱ-মানৱ আৰু ব্ৰহ্মালোক বিনষ্ট হৈ, চন্দ্ৰ-সূৰ্য্য পৃথিবীলৈ পৰি আহে আৰু মেৰু পৰ্ব্বত ধ্বংস প্ৰাপ্ত হব পাৰে, তথাপি স্থবিৰ সাৰিপুত্ৰই আনক দুখ দিবলৈ সম্মত নহয়।' 'কি

কাৰণে ?' 'তেওঁ আনক হিংসা কৰা আৰু দুখ দিয়াৰ কাৰণ বিলাক সমূলে বিনষ্ট কৰিছে। পতিকে তেওঁক বধ কৰিলেও হিংসা তাত উৎপন্ন হব নোৱাৰে।' 'মহাৰাজ। যদি নন্দ যক্ষক পৃথিবীয়ে গ্ৰাস কৰিবলৈ সাৰিপুত্ৰস্থবিৰে কোৱা নাছিল, তেন্তে কিয় পৃথিবীয়ে গ্ৰাস কৰিলে ?'

'ভন্তে, তাৰ অকুশল কৰ্ম্ম বেচি হোৱাৰ কাৰণে।'

'মহাৰাজ! অকুশল কৰ্ম্ম বেচি হোৱাত যদি নন্দ যক্ষই পৃথিবীত প্ৰবেশ কৰে আৰু সাৰিপুত্ৰ স্থবিৰে দোষ নধৰিলেও যদি অপৰাধ হয় আৰু সেই অপৰাধৰ ফল প্ৰদান কৰে, তেন্তে মহাৰাজ! কুশলকৰ্ম্ম বেচি হোৱাত ( ভগৱান বুদ্ধই ) গ্ৰহণ নকৰাৰ উদ্দেশ্যে কৰা পুণ্য কৰ্ম্ম কিয় ফলদায়ক নহব ?" এইবোৰ কাৰণেই পৰিনিৰ্ব্বাণ প্ৰাপ্ত তথাগতে গ্ৰহণ নকৰিলেও তেওঁৰ উদ্দেশ্যে কৰা পুণ্যকৰ্ম্ম ফলদায়ক।"

'মহাৰাজ! আজিলৈকে কেইজন মানুহ পৃথিবীয়ে গ্ৰাস কৰিছে ? আপুনি এই বিষয়ে শুনিছেনে ?'

'হয় ভন্তে শুনিছো'।

'মহাৰাজ, তেন্তে কওকছোন, সেই কেইজন কোন কোন ?' 'চিঞ্চামানৱিকা, সুপ্ৰবুদ্ধ, দেৱদত্ত, নন্দযক্ষ আৰু নন্দ মানব এই পাঁচজনক পৃথিবীয়ে গ্ৰাস কৰিছে।' 'তেওঁলোকে ক'ত আৰু কি অপৰাধ কৰিছিল ?' 'ভগৱান আৰু তেওঁৰ শ্ৰাৱকসকলৰ অপৰাধ কৰিছিল।'

'মহাৰাজ। ভগৱানে অথবা তেওঁৰ শ্ৰাৱক সকলে কি সিহঁতক পৃথিবীয়ে গ্ৰাস কৰিবলৈ সন্মতি প্ৰদান কৰিছিল ?' 'নাই কৰা ভন্তে।'

'তেন্তে মহাৰাজ! তথাগতৰ উদ্দেশ্যে কৰা পূজাদি পুণ্যকৰ্ম্ম তেওঁ গ্ৰহণ নকৰিলেও শ্ৰদ্ধাৱান উপাসক উপাসিকা সকলৰ পুণ্য ফলৱতী হৈ থাকে।'

গতিকে ইয়াৰ পৰাই প্ৰমাণ হয় যে, তথাগতৰ উদ্দেশ্যে পূজা কৰা নিষ্ফল নহয়।

কিন্তু পূজা কৰোঁতে সা-সম্পত্তি বা বুদ্ধই আহি গ্ৰহণ কৰিবহি বা আন কোনো আকাঙ্ক্ষা থাকিব নালাগিব। যদি থাকে তেন্তে মিথ্যা-দৃষ্টি সম্পন্নহৈ পথভ্ৰান্ত পথিকৰ দৰে হব।

গতিকে দাতাসকলে পূজাৰ সময়ত চিন্তা কৰিব লাগিব যে, এই ফুল কিমান সুন্দৰ আৰু সুগন্ধ যুক্ত বা এই খাদ্য-দ্ৰব্য কিমান শ্ৰেষ্ঠ। কিন্তু মুহূৰ্ত্তে মুহূৰ্ত্তে বৰ্ণহীন দুৰ্গন্ধ হৈ যাবলৈ ধৰিছে। ঠিক আমাৰ কায়টো এইদৰে বৰ্ণহীন দুৰ্গন্ধ আৰু দুৰ্ব্বল হৈ এদিন গেলি পচি শেষ হব। হেতুকে সকলো বস্তু অনিত্য।

এইদৰে শ্ৰদ্ধাৰে পূজাৰ আসনত বহি শৰীৰৰ লগত তুলনা কৰি অনিত্য ভাৱনা কৰিলেই সম্যক দৃষ্টি সম্পন্ন হব আৰু মন একাগ্ৰতা হৈ অৱশেষত মাৰ্গফলাদি লাভ কৰিবলৈ সক্ষম হবগৈ। সেই কাৰণে পূজা কৰাৰ সময়ত এই কথা প্ৰত্যেকৰেই মনত ৰখা একান্ত প্ৰয়োজন।

( ১ )

## ফুল পূজা

(১) ইতিপি নিৰোধ সমাপত্তিতো উট্‌ঠহিত্বা ৱিয় নিসিন্নস্‌স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্‌স ইমিনা পুপে্‌ফন পূজেমি-পূজেমি-পূজেমি। ইদং পুপ্‌ফপূজং বুদ্ধা পচ্চেকবুদ্ধা অগ্গসাৱকা মহাসাৱকা-অৰহন্তানং সভাৱসীলং অহম্পি তেসং অনুৱত্তকো হোমি।

### অনুবাদ

এই নিৰোধ সমাপত্তি-ধ্যানৰ পৰা উঠাৰ দৰে উপবিষ্ট ভগৱান অৰহত সম্যক সম্বুদ্ধক এই সুন্দৰ সুগন্ধ ফুলৰ দ্বাৰা মই পূজা কৰিছোঁ। এই ফুল বুদ্ধ-প্ৰত্যেকবুদ্ধ-অগ্ৰশ্ৰাৱক-মহাশ্ৰাৱক অৰহত আৰু স্বভাৱ সিদ্ধ সকলৰ দৰেই পূজা কৰিছোঁ।

(২) ইদং পুপ্‌ফং দানি ৱণ্ণেনাপি সুৱণ্ণং, গন্ধেনপি সুগন্ধং, সণ্ঠানেনপি সুসণ্ঠানং, খিপ্পমেৱ দুব্বণ্ণং, দুগন্ধং, দুস্‌সণ্ঠানং অনিচ্চতং পাপুণিস্‌সতি।

অনু:—এই ফুল সুন্দৰ বৰ্ণ, সুগন্ধ যুক্ত, গঠন প্ৰণালী অতি উত্তম কিন্তু এইবিলাক অতি শীঘ্ৰে শ্ৰীহীন দুৰ্গন্ধ আৰু কদাকাৰ হৈ বিনষ্ট হৈ যাব। এইদৰে সংসাৰৰ সকলো বস্তুয়েই অনিত্য।

(৩) এৱমেৱ সব্বে সঙ্খাৰা অনিচ্চা, সব্বে সঙ্খাৰা দুক্‌খা, সব্বে ধম্মা অনত্তাতি।

## অনুবাদ

এইদৰে সংসাৰৰ সকলো সংস্কাৰেই অনিত্য, দুখপূৰ্ণ আৰু সকলো ধৰ্ম্ময়েই অনাত্মা বা অসাৰ।

(৪) ইমিনা ৱন্দন-মানন-পূজাপটিপত্তি অনুভাৱেন আসৱ-ক্‌খয়াৱহং হোতু, সব্বা দুক্‌খা পমুঞ্চতু।

## অনুবাদ

এই বন্দনা-মানাসা-পূজা আৰু প্ৰতিপত্তিৰ প্ৰভাৱত মোৰ সকলো তৃষ্ণা বিনাশ হওক। আৰু অৱশেষত মই সকলো দুখৰ পৰা পৰিত্ৰাণ পাবলৈ কায়-মনো-বাক্যে প্ৰাৰ্থনা কৰিছোঁ।

( ২ )

## ফুল পূজা

ৱণ্ণগন্ধ গুণোপেতং এতং কুসুমসন্ততিং,
পূজয়ামি মুনিন্দস্‌স সিৰিপাদসৰোৰুহে।
পূজেমি বুদ্ধং কুসুমেন তেন
পুঞ্ঞেন্‌ঞেন মেতেন চ হোতু মোক্‌খং,
পুপ্‌ফং মিলায়তি যথা ইদং মে
কায়ো তথা য়াতি ৱিনাসভাৱং।

## অনুবাদ

সুন্দৰ বৰ্ণ আৰু সুগন্ধযুক্ত এই ফুলৰ দ্বাৰা ভগৱান বুদ্ধৰ শ্ৰীপাদপদ্মত মই পূজা কৰিছোঁ। এই পুণ্যৰ প্ৰভাৱত মোৰ মুক্তিলাভৰ হেতু হওক। এই ফুল যেনেকৈ মৰহি দুৰ্ব্বৰ্ণ হৈ যায় তেনেকৈ মোৰ এই কায়টো দুৰ্ব্বৰ্ণ হৈ বিনষ্ট হৈ যাব।

( ৩ )

## ধূপ পূজা

(১) গন্ধসম্ভাৰযুক্তেন, ধূপেনাহং সুগন্ধিনা,
পূজয়ে পূজনেয়্যন্তং পূজা-ভাজন মুত্তমং।

## অনুবাদ

মই সুন্দৰ গন্ধযুক্ত সুগন্ধি ধূপ আদিৰে সেই পূজাৰ উপযুক্ত পাত্ৰ অৰহত সম্যক সম্বুদ্ধক শ্ৰদ্ধাৰে পূজা কৰিছোঁ।

(২) সুগন্ধিকায় বদনমনন্তগুণ গন্ধিনং,
সুগন্ধিনাহং গন্ধেন পূজয়ামি তথাগতং।

## অনুবাদ

সুন্দৰ সৌৰভযুক্ত কায় আৰু অনন্ত গুণ গৰিমাৰে পৰিপূৰ্ণ তথাগতক মই এই সুগন্ধি ধূপ পূজা কৰিছোঁ।

( ৪ )

## প্ৰদীপ পূজা

ঘনসাৰপ্পদিত্তেনদীপেন তমধংসিনা,
তিলোকদীপং সম্বুদ্ধং পূজয়ামি তমোনুদং।

### অনুবাদ

ধাতু পৰা উৎপন্ন তেল প্ৰদীপৰ দ্বাৰা অন্ধকাৰ দূৰ হয়, সেইদৰে ত্ৰিলোকৰ অজ্ঞান অন্ধকাৰ তৃষ্ণাক দূৰ কৰা সম্যক সম্বুদ্ধক মই শ্ৰদ্ধাৰে পূজা কৰিছোঁ।

( ৫ )

## আহাৰ পূজা

অধিবাসেতু নো ভন্তে ভোজনং পৰিকপ্পিতং,
অনুকম্পং উপাদায় পতিগণ হাতু মুত্তমং।

### অনুবাদ

প্ৰভো! আপুনি এই উত্তম আহাৰ অনুগ্ৰহ কৰি গ্ৰহণ কৰক। যাতে এই শ্ৰেষ্ঠ আয়োজনৰ দ্বাৰা মোৰ মুক্তি লাভৰ হেতু হয়।

( ৬ )

## প্ৰতিপত্তি পূজা

ইমায় ধম্মানুধম্মপটিপত্তিয়া বুদ্ধং পূজেমি।
ইমায় ধম্মানুধম্মপটিপত্তিয়া ধম্মং পূজেমি।
ইমায় ধম্মানুধম্মপটিপত্তিয়া সঙ্ঘং পূজেমি।

অদ্ধা ইমায় ধম্মানুধম্মপটিপত্তিয়া জাতি-জৰা-ব্যাধি-মৰণম্হা পৰিমুচ্চিস্সামি।

### অনুবাদ

মই ধৰ্ম্ম আৰু অনুধৰ্ম্ম শীল সমাধিৰ দ্বাৰা বুদ্ধ-ধৰ্ম্ম আৰু সংঘক পূজা কৰিছোঁ। ইয়াৰ প্ৰভাৱত জন্ম-জৰা-ব্যাধি-মৃত্যুৰ পৰা হাত সাৰিবলৈ সক্ষম হওক।

## তামোল পান পূজা

নাগ বল্লী দলুপেতং চুন্নাপুগ সমাযুতং
তাম্বুলং পতিগণ হাতু সন্তং পূজেমিদং জিনো।

( ৭ )

## উৎসৰ্গা

(১) ইদংৱো ঞাতীনং হোতু সুখিতা হোন্তু ঞাতয়ো।

( তিনি বাৰ )

### অনুবাদ

এই দান পুণ্যৰ প্ৰভাৱত জ্ঞাতিসকলে সুখে শান্তিৰে বাস কৰক আৰু এই দানৰ অংশ তেওঁলোকৰও হওক।

(২) উন্নমে উদকং ৱট্টং য়থা নিন্নং পৱত্ততি,
এৱমেৱ ইতো দিন্নং পেতানং উপকপ্পতি।

### অনুবাদ

ওখ ঠাইৰ পৰা তললৈ যেনেকৈ পানী বৈ যায়, ঠিক তেনেকৈ ইয়াৰ পৰা দান কৰা পুণ্যৰাশি জ্ঞাতিপ্ৰেত সকলে লাভ কৰি উপকৃত হয় গৈ।

(৩) য়থা ৱাৰিৱহা পূৰা পৰিপূৰেন্তি সাগৰং,
এৱমেৱ ইতো দিন্নং পেতানং উপকপ্পতি।

### অনুবাদ

পানী বৈ গৈ যেনেকৈ সাগৰ পৰিপূৰ্ণ কৰেগৈ তেনেকৈ ইয়াৰ পৰা দিয়া দানজনিত পুণ্যৰাশিও জ্ঞাতিপ্ৰেত সকলৰ উপকাৰ কৰেগৈ।

(৪) এত্তাৱতা চ অমেহহি সম্ভতং পুঞ্ঞসম্পদং,
সবেব দেৱা অনুমোদন্তু সববসম্পত্তি সিদ্ধিয়া।

(৫) এত্তাৱতা চ অমেহ্হি সম্ভতং পুঞ্ঞসম্পদং,
সবেব সত্তা অনুমোদন্তু সববসম্পত্তি সিদ্ধিয়া।

(৬) এত্তাৱতা চ অমেহ্হি সম্ভতং পুঞ্ঞসম্পদং
সবেবভূতা অনুমোদন্তু সববসম্পত্তি সিদ্ধিয়া।

## অনুবাদ

৪।৫।৬। বর্ত্তমানলৈকে মই যি পুণ্য সঞ্চয় কৰিলোঁ; ইয়াৰ প্ৰভাৱত সকলো প্ৰকাৰ সম্পত্তি লাভ হৰলৈ, দেৱব্ৰহ্মা ভূতপ্ৰেত সকলোৱে অনুমোদন কৰক।

(৭) আকাসট্‌ঠা চ ভুম্মট্‌ঠা দেৱনাগা মহিদ্ধিকা,
পুঞ্‌ঞং তং অনুমোদিত্বা চিৰং ৰক্‌খন্তু সাসনং।

(৮) আকাসট্‌ঠা চ ভুম্মট্‌ঠা দেৱনাগা মহিদ্ধিকা,
পুঞ্‌ঞং তং অনুমোদিত্বা চিৰং ৰক্‌খন্তু দেসনং।

(৯) আকাসট্‌ঠা চ ভুম্মট্‌ঠা দেৱনাগা মহিদ্ধিকা,
পুঞ্‌ঞং তং অনুমোদিত্বা চিৰং ৰক্‌খন্তু মং পৰং।

## অনুবাদ

৭।৮।৯। আকাশবাসী, ভূমিবাসী, মহাশক্তিশালীদেৱতা আৰু নাগবিলাকে এই পুণ্য অনুমোদন কৰি চিৰকাল লোকশাসন বুদ্ধৰ শাসন, প্ৰজ্ঞাপ্তি ধৰ্ম্ম, দেশনাধৰ্ম্ম, আমাৰ আৰু সকলো প্ৰাণীক উপদ্ৰৱৰ পৰা ৰক্ষা কৰক।

(১০) ইমিনা পুঞ্‌ঞকম্মেন মা মে বালা সমাগমো,
সতং সমাগমো হোতু যাৱ নিব্বান পত্তিয়া;
ইদং মে পুঞ্‌ঞং নিব্বানস্‌স পচ্চয়ো হোতূ'তি।

## অনুবাদ

মই যেতিয়ালৈকে নিৰ্ব্বাণ লাভ কৰিব নোৱাৰো তেতিয়ালৈকে যাতে সৎপুৰুষৰ লগত সহবাস কৰিব পাৰো আৰু এই পুণ্যই মোৰ নিৰ্ব্বাণৰ হেতু হওক।

( ৮ )

## জ্ঞাতি প্ৰেতৰ উদ্দেশ্যে মৃত্যুক আহাৰাদি দান

গন্ধঞ্চ ধূপঞ্চ দীপঞ্চ পানীয়ং ভোজনম্পি চ,
পত্তিগণ্‌হাতু সন্তুট্‌ঠো ঞাতি পেতা ইদং বলিং (তিনি বাৰ)

## অনুবাদ

হে! জ্ঞাতিপ্রেত সকল। তোমালোকৰ উদ্দেশ্যে খাদ্যভোজ্য, পানীয়, ধূপ-ধোনা আৰু মম-শলীতাদি উৎসৰ্গা কৰিছো। তাক গ্ৰহণ কৰি সন্তুষ্ট হোৱা।

( ৯ )

## বসুন্ধৰা সাক্ষী

সদেৱ ভূমি বসুন্ধৰে। ময়হং ইদানি কত কুসল কম্মানি তুমেহ জানাথ তস্মা তুমেহৱ ইমেসং কুসলং কম্মানং সক্খিণী ভৱথ তিট্ঠথ।

## অনুবাদ

হে দেৱতা আৰু আই বসুন্ধৰী। মোৰ দ্বাৰা সম্পাদিত কুশল কৰ্ম্মবিলাক আপোনালোকে মনত ৰাখিব আৰু কুশল কৰ্ম্মৰ সাক্ষী আপোনালোকেই।

# তৃতীয় পৰিচ্ছেদ

## দান

### দানৰ বিধি

"দীয়তী'তি দানং" দিয়া অৰ্থেই দান, তাকেই দান বা দানীয় বস্তু বোলে। দান দিয়াৰ আগে তিনিটা বিষয় জনা উচিত। যেনে—

(১) বত্থসম্পত্তি—বস্তু সম্বন্ধে বিচাৰ। অসৎ উপায়ে লব্ধ টকা পইচা বা বস্তু দান কৰিলে ইয়াৰ কুশলাকুশল মনৰ চেতনা অনুসৰি পাপ-পুণ্য দুটা ফল লাভ হয়। এইদৰে মিহলি দানহীন। সৎ উপায়ে লব্ধ টকা-পইচা বা বস্তু পৰিশুদ্ধ বস্তু-সম্পত্তিৰ দান মধ্যম। সেই কাৰণে পৰিশুদ্ধভাৱে দানীয় বস্তু উৎপাদনৰ প্ৰতি সকলোৰে লক্ষ্য থকা উচিত।

(২) চিত্তসম্পত্তি—মনৰ হীন-শ্ৰেষ্ঠ চেতনাই কুশলাকুশল কৰ্ম্ম। কাৰণ "চেতনাহং ভিক্খৱে কম্মং বদামি" দান দিয়াৰ আগে, দান দিয়াৰ সময়ত আৰু দান দিয়াৰ পাচত, এই তিনিবিধ চিত্ত লোভ দ্বেষ মোহৰ পৰা বিমুক্ত হোৱা দৰকাৰ তাৰ প্ৰমাণ হিচাবে "ধৰ্ম্মপাল জাতকত" লিখা আছে ঃ—

পুব্বেপি দানা সুমনা ভৱাম
দদম্পি ৱে অত্তমনা ভৱাম,
দত্বাপি ৱে নানুতপাম পচ্ছা
তস্মাহি অম্হং দহৰা ন মীয়্যৰে।

## অনুবাদ

দান দিয়াৰ আগতে মন প্ৰফুল্লিত ৰখা, দান দিয়াৰ সময়ত সন্তোষ প্ৰকাশ আৰু দান দিয়াৰ পাচত অনুতাপ নকৰা। সেই কাৰণে শিশুবিলাকৰ মৰণ নহয়।

বুদ্ধৰ এই উপদেশ স্মৰণ কৰি অতি শান্ত পৱিত্ৰ আৰু উদাৰ-চিত্তেৰে দান দিয়া উচিত।

(৩) পটিগ্গাহকসম্পত্তি—প্ৰতি গ্ৰহক বা যিসকলে দান গ্ৰহণ কৰে, তেওঁলোকৰ পৰিশুদ্ধ চৰিত্ৰৰ ওপৰত দানৰ ফল শ্ৰীবৃদ্ধিৰ কাৰণ নিৰ্ভৰ কৰে।

অঙ্গুত্তৰ নিকায় গ্ৰন্থৰ তিক নিপাতত ভগৱান বুদ্ধই পৰিব্ৰাজক বচ্ছগোত্তৰ প্ৰশ্নোত্তৰত যি উপদেশ দিছিল, তাক জনা উচিত। এদিন বচ্ছগোত্তই আহি বুদ্ধক সুধিছিল—"হে গৌতম, মই শুনিবলৈ পাইছো যে, আপুনি নেকি উপদেশ দিয়ে—মোক আৰু মোৰ শিষ্য ভিক্ষুসঙ্ঘক দান দিবা, কাৰণ আমাক দান দিলে মহাফল হৰ, আনক দান দিলে তেনে কোনো মহাফল নহয়। এই কথাটো সঁচানে ?"

বচ্ছ, প্ৰথমে মোৰ এই কথাটো জানি ৰখা, যিয়ে আনক দান দিবলৈ বাৰণ কৰে, তেওঁৰ তিনিটা অন্তৰায় আৰু পৰিপন্থী হয়।

(১) দায়কস্স পুঞ্ঞন্তৰায়করো হোতি—তেওঁ দায়কৰ পুণ্যৰ অন্তৰায় কৰে।

(২) পটিগ্গাহকানং লাভন্তৰায়করো হোতি—তেওঁ গ্ৰহিতাসকলৰ লাভৰ অন্তৰায় হয়।

(৩) পুব্বেৱ খো পনস্স অত্তা খতো চ হোতি, উপহতোচ—তেওঁ প্ৰথমে নিজৰ অকীৰ্ত্তি সঞ্চয় কৰে, ইয়াৰ পৰা তেওঁ অপমানিত হয়।

বচ্ছ, মই এই কথাটো কওঁ—কোনো পঁচা গেলাৰ পৰা বা নৰ্দ্দমাৰ পৰা, যিবিলাক প্ৰাণী উৎপন্ন হয়, যদি কোনো পুণ্যাকাঙ্ক্ষী

মানুহে চুৱা বাটি কাঁহি তাত ধুই চোৱা মকৰাবোৰ পেলাই যদি কামনা কৰে যে—'এই প্ৰাণীবিলাকে এই চুৱা-মকৰাবোৰ খাই জীৱন যাপন কৰক।' ইয়াৰ পৰাও পুণ্যসঞ্চয় হয়। মানুহক দান দিলে যে, আৰু কিমান পুণ্য হব। কিন্তু বচ্ছ, মই শীলৱান শুদ্ধচৰিত্ৰ সকলক দান দিলে মহাফল হয় বুলিহে কওঁ।

বালা চ অৱিজানন্তা দুম্মেধ অসপ্পুত্তাৱিনো,
বহিদ্ধা দদন্তি দানানি নহি সন্তে উপাসৰে।

কিন্তু অজ্ঞানী মানুহবিলাকে প্ৰকৃত পুণ্যক্ষেত্ৰ চিনি নাপাই দুঃশীল চৰিত্ৰহীনসকলক দান দিয়ে, অথচ সাধুসকলক সেৱা নকৰে।

এইবিলাক উপদেশ জানি দান-চিত্ত কেনেকুৱা হোৱা প্ৰয়োজন, দাতাসকলে তাক বিচাৰ কৰি লব।

ভাল জনা বুজা খেতিয়কে যেনেকৈ খেতিৰ পৰা নানা ৰকমৰ শাক-পাচলি আৰু ফল-মূল লাভ কৰে, তেনেকৈ দান প্ৰণালী সম্বন্ধে অভিজ্ঞ দাতায়ো সজ্বক্ষেত্ৰত দানবীজ বপন কৰি বহুত সুগতিগামী ফল লাভ কৰিব পাৰে। বুদ্ধৰ সময়ত এবাৰ তৰ্ক হৈছিল, সাৰীপুত্ৰই বুদ্ধক দান দিলে বেচি পুণ্য হব, নে বুদ্ধই সাৰীপুত্ৰক দান দিলে বেচি পুণ্য হব? এই প্ৰশ্ন বুদ্ধই নিজে মীমাংসা কৰি দিলে—"বুদ্ধই সাৰীপুত্ৰক দান দিলে বেচি পুণ্য হব।" কাৰণ বুদ্ধৰ সমান দানৰ প্ৰণালী আৰু ফল কোনোৱে নাজানে। যিয়ে যি কামত যিমান পাকৈত সি সিমানে অধিক ফলৰ ভাগী হয়। সেই দান প্ৰণালী আৰু দানফল বিশেষভাৱে জানি কৰ্ম্ম আৰু কৰ্ম্মফল বিশ্বাস কৰি পৱিত্ৰ সজ্বক্ষেত্ৰত বা সজ্বৰ উদ্দেশ্যে দান কৰাটোৱেই সকলোতকৈ শ্ৰেয়ঃ।

## নৃত্যগীতৰ দ্বাৰা পুণ্যসঞ্চয়

এই জগতত এনে পাঁচটা দান আছে, যাক সাধাৰণ মানুহে পুণ্যজনক বুলি ধাৰণা কৰে। কিন্তু ধৰ্ম্মগ্ৰন্থৰ মতে অপুণ্যকৰ বুলি

নিৰ্দ্ধাৰিত। যেনে—(১) মগু দান, (২) নৃত্যগীত দান, (৩) স্ত্ৰী দান, (৪) গৰু দান, (৫) কামোদ্দীপকচিত্ৰ দান।

কিন্তু বিহাৰ নিৰ্ম্মাণ কৰি তাৰ সৌন্দৰ্য্যৰ কাৰণে জাতকাদিৰ ছবি দান কৰা উচিত। উক্ত পাঁচ প্ৰকাৰৰ দান অপুণ্যকৰ বুলি বেলাম ব্ৰাহ্মণে তাক গ্ৰহণ কৰা নাই। বুদ্ধ পূজা ইত্যাদি পুণ্যোৎসৱৰ সময়ত নৃত্য-গীতাদি অনুষ্ঠান কৰিলে তাৰ পৰা ভৱিষ্যত সুখফল লাভ কৰে বুলি থেৰ গাথাৰ সীৱলী অপদানত উল্লেখ কৰা দেখিবলৈ পোৱা যায়।

১। "ৱৰুণো নাম নামেন দেৱৰাজা অহন্তদা,
উপট্‌ঠহেসিং সম্বুদ্ধং সয়োগ্গৱলৱাহনো।

মই যেতিয়া বৰুণ নামৰ ৰজা আছিলো, তেতিয়া এবাৰ নিজৰ সৈন্যসামন্ত সৈতে সম্যক সম্বুদ্ধক পূজা কৰিছিলো।

২। নিব্বুতে লোকনাথম্হি অত্থদস্সী নৰুত্তমে,
তুৰিয়ং সব্বমাদায় আগমং বোধিমুত্তমং।

নৰশ্ৰেষ্ঠ লোকনাথ অৰ্থদৰ্শী বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পাচত নানা ৰকমৰ বাদ্যযন্ত্ৰ লৈ মই বোধিদ্ৰোমৰ মূলত পূজা কৰিছিলো।

৩। ৱাদিতেন চ নচ্চেন সব্বতাল সমাহিতো,
সম্মুখং ৱিয় সম্বুদ্ধং উপট্‌ঠিং বোধিমুত্তমং।

মই সকলো ৰকমৰ বাদ্য-যন্ত্ৰ আৰু নৃত্যগীতৰ দ্বাৰা জীৱন্ত বুদ্ধৰ দৰে বোধি গছ পূজা কৰিছিলো।

৪। উপট্‌ঠহিত্বা তং বোধিং ধৰণীৰুহ পাদপং,
পল্লঙ্কং আভুজিত্বান তত্থ কালকতো অহং।

মই উত্তম বোধিবৃক্ষৰ পাদত পূজা কৰি তাতেই পদ্মাসন কৰি বহি বহি পঞ্চত্ব প্ৰাপ্ত হলো।

৫। সকম্মাধিকলেহাহং পসন্নো বোধিমুত্তমং,
তেন চিত্তপ্পসাদেন নিম্মাণং উপপজ্জহং।

মই সেই সৎকৰ্ম্মৰ প্ৰভাৱত বোধিবৃক্ষৰ প্ৰতি অতিশয় প্ৰসন্ন

হৈছিলো। সেই প্ৰসন্নচিত্তৰ ফলত নিৰ্ম্মাণৰতি দেৱলোকত উৎপন্ন হৈছিলো।

৬। সটি্ঠতুৰিয় সহস্সানি পৰিৱাৰেন্তি মংসদা,
মনুস্সেসু চ দেৱেসু ৱত্তমানং ভৱাভৱে।

মই দেৱ-মানৱ লোকত বাস কৰাৰ সময়ত ৬০ হেজাৰ তুৰিয় ধ্বনি শুনি আনন্দিত হৈছিলো।

৭। তিৱিধগ্গি নিব্বুতো ময়্হং ভৱা সব্বে সমূহতা,
ধাৰেমি অন্তিমং দেহং সম্মাসম্বুদ্ধ সাসনে।”

মোৰ কামৰাগ-দ্বেষ-মোহ এই তিনিপ্ৰকাৰ অগ্নি নোমাই গৈছে এই সংসাৰত পুনৰ উৎপন্ন নহম। বুদ্ধৰ শাসনত এইয়েই মোৰ শেষ জন্ম। মই আৰু জন্মান্তৰ গ্ৰহণ কৰি ভৱযন্ত্ৰণা ভোগ নকৰোঁ।

## শ্ৰদ্ধা

কৰ্ম্ম আৰু কৰ্ম্মফল বিশ্বাস কৰাৰ নামান্তৰেই শ্ৰদ্ধা।

“দস্সন কামোসীলৱন্তং সদ্ধম্মং সোতুমিচ্ছতি,
ৱিনেয়্য মচ্ছেৰমলং স ৱে সদ্ধোতি বুচ্চতি।”

শীলৱানক দৰ্শনৰ ইচ্ছা, সদ্ধৰ্ম্ম শুনাৰ ইচ্ছা আৰু কৃপণতা মল ত্যাগৰ ইচ্ছা যাৰ হয়, তেওঁকেই শ্ৰদ্ধাৱান বোলে। মানুহে যি শ্ৰদ্ধাৰ অনুপ্ৰাণিত হৈ শ্ৰমণ-ব্ৰাহ্মণ সেৱা কৰে, দৰিদ্ৰ পথিক আৰু ভিক্ষাৰীসকলৰ উপকাৰ কৰে, তাক—‘আগম’ শ্ৰদ্ধা ‘অধিগম’ শ্ৰদ্ধা ‘অৱকপ্পন’ শ্ৰদ্ধা আৰু ‘প্ৰসাদ’ শ্ৰদ্ধা হিচাবে চাৰি প্ৰকাৰ। বোধিসত্ত্বসকলৰ বুদ্ধত্ব প্ৰাৰ্থনাৰ সময়ত শ্ৰদ্ধা অবিচলিত থকাৰ কাৰণে, তাক—‘আগম’ শ্ৰদ্ধা বোলে। লোকোত্তৰ ধৰ্ম্ম বোধগম্য হেতুকে আৰ্য্যশ্ৰাৱকসকলৰ শ্ৰদ্ধাক ‘অধিগম’ শ্ৰদ্ধা বোলে। বুদ্ধ-ধৰ্ম্ম-সংঘ কোৱা শুনাৰ লগে লগে যি অচলা শ্ৰদ্ধা হয়, তাক

'অৱকপ্পন' শ্ৰদ্ধা বোলে। মনৰ প্ৰসন্নতা উৎপাদন কৰাকে 'পসাদ' শ্ৰদ্ধা বোলে।

## অসৎ পুৰুষৰ দান

ভগৱান বুদ্ধই মজ্ঝিমনিকায়ৰ "চুলপুন্নমায়ু" সূত্ৰত পাঁচ প্ৰকাৰ অসৎ পুৰুষৰ দান ব্যাখ্যা কৰিছে। হে ভিক্ষুসকল! এই জগতত এনে কোনো কোনো অসৎ পুৰুষ আছে—

১। "অসক্কচ্চ দানং দেতি"—অগৌৰৱ ভাৱে দান কৰে, অৰ্থাৎ ভাল দানীয় বস্তু থাকিলেও বেয়া বস্তু দান কৰে। গ্ৰহিতা সকলকো আসনাদি দি যথোচিত সম্মান প্ৰদৰ্শন নকৰে।

২। "অসহত্থ দানং দেতি"—নিজ হাতেৰে দান নকৰে, অৰ্থাৎ নিঁজে উপস্থিত থাকিও দাস-কৰ্ম্মচাৰী প্ৰভৃতিৰ দ্বাৰা দান দিয়ায়।

৩। "অচিত্তিকত্বা দানং দেতি"—গ্ৰহিতা আৰু দানীয় বস্তুৰ প্ৰতি অৱহেলা কৰি দান কৰে।

৪। "অপৱিদ্ধ দানং দেতি"—বিষাক্ত সাঁপৰ গাঁতত এৰি দিয়াৰ দৰে অনিচ্ছা আৰু অপ্ৰসন্ন চিত্তেৰে দান কৰে।

৫। "অনাগমন দিট্ঠিকো দানং দেতি"—ফলৰ আকাঙ্ক্ষী নহৈ অৰ্থাৎ কৰ্ম্ম আৰু কৰ্ম্মফলৰ প্ৰতি আস্থা নাৰাখি দান কৰে।

ভিক্ষুসকল, এই জগতত কোনো কোনো অসৎ পুৰুষে এইদৰে দান দিয়ে। এই বিলাক অসৎ পুৰুষৰ দান বুলি ধৰা হয়।

## সৎপুৰুষৰ দান

১। সদ্ধায় দানং দেতি"—দান আৰু দানৰ ফল বিশ্বাস কৰি শ্ৰদ্ধাৰে দান দিয়ে। ইয়াৰ দ্বাৰা ধন লাভ, শৰীৰৰ বৰ্ণ সুন্দৰ আৰু সকলোৰে প্ৰিয়পাত্ৰ হয়, তেওঁক সকলোৱে চাবলৈ ইচ্ছা কৰে।

২। "সক্কচ্চং দানং দেতি"—দানীয় বস্তুৰ প্ৰতি আৰু গ্ৰহিতাৰ প্ৰতি গৌৰৱ কৰি দান দিয়ে। ইয়াৰ দ্বাৰা মহাধনী হয়, স্ত্ৰীপুত্ৰ, দাস-দাসী সকলোৱে তেওঁৰ সেৱা কৰে আৰু সুবাধ্য হয়।

৩। "কালেন দানং দেতি"—সময় উচিত দান দিয়া। ইয়াৰ দ্বাৰা ধনী হয়। যেতিয়া যি বস্তুৰ প্ৰয়োজন তেতিয়াই সেই বস্তু পায় আৰু কেতিয়াও অভাৱত নপৰে।

৪। "অনগ্গহিতচিত্তো দানং দেতি"—কৃপণতা আৰু অনুৰাগ বৰ্জ্জন কৰি দান দিয়া। ইয়াৰ দ্বাৰা প্ৰচুৰ সম্পদ লাভ হয়। ৰূপ-শব্দ-গন্ধ-ৰস-স্পৰ্শ এই পাঁচটা কামনামূলক যথা ইচ্ছা অনুসৰি লাভ কৰিব পাৰে।

৫। "অত্তানঞ্চ পৰঞ্চ অনুপহচ্চ দানং দেতি"—নিজক উচ্চ আৰু আনক নীচ বুলি নাভাবি দান দিয়া অৰ্থাৎ সাধাৰণ মঙ্গল কামনা কৰি দান কৰা। ইয়াৰ দ্বাৰা ঐশ্বৰ্য্য লাভ হয় আৰু জুই, পানী, ৰজা, চোৰ আৰু শত্ৰুৰ দ্বাৰা সম্পত্তি বিনষ্ট নহয়।

ভিক্ষুসকল! এই বিলাকেই সৎপুৰুষৰ দান বুলি কোৱা হয়।

## তিনি প্ৰকাৰৰ দায়ক

দানৰ অৱস্থা ভেদে দায়ক তিনি প্ৰকাৰ। দানদাস, দান-সহায় আৰু দানপতি। যিয়ে নিজে ভাল ভাল খায়, আনক দিওঁতে বেয়া বেয়া দিয়ে, তাকেই দানদাস বোলে। যিয়ে নিজে যেনেকৈ খায়, আনকো সেই দৰে দিয়ে, তাকেই দানসহায় বোলে। যিয়ে নিজে কোনো ৰকমে খায়ো দান দিওঁতে উৎকৃষ্ট বস্তু দান দিয়ে, তেওঁক দানপতি বোলে। প্ৰত্যেক দায়কৰেই চিন্তা কৰা প্ৰয়োজন যে, মই কোন শ্ৰেণীৰ দায়ক হিচাবে এই দানকাৰ্য্য সম্পাদন কৰিছো।

## তিনি প্ৰকাৰৰ পুণ্যকৰ্ম্ম

কায়িক, বাচনিক আৰু মানসিক হিচাবে ধৰ্ম্ম তিনি প্ৰকাৰ। তাৰ ভিতৰত ভিক্ষু অহা দেখি সসম্ভ্ৰমে আগবঢ়াই অনা, বিহাৰ চাফচিকণ কৰা, লেপা, আসন পাৰি দিয়া আৰু পানী ব্যৱস্থা

কৰি দিয়া ইত্যাদি বিলাক কাম কৰি যি পুণ্য হয়, তাক কায়িক পুণ্য বুলি কোৱা হয়। ভিক্ষুৱে ভিক্ষা কৰা দেখিলে "য়াগু দিয়া, ভাত দিয়া, সুগন্ধ ফুলাদিৰ দ্বাৰা পূজা কৰা" বুলি আনক সৎকাৰ্য্যত নিয়োগ কৰে আৰু উপোসথ শীল পালন কৰা, ধৰ্ম্মশুনা, চৈত্যপূজা কৰা যি পুণ্য হয়, তাক বাচনিক পুণ্য বোলে। ভিক্ষুক ভিক্ষা কৰা দেখি 'ভিক্ষা লাভ কৰক আৰু আনে খাইলৈ পওক "বুলি মনে মনে চিন্তা কৰা পুণ্যক মানসিক পুণ্য বুলি কয়।

## কুশলাকুশল বিচাৰ

সৰু সৰু লৰাছোৱালী বিলাকে মাক-বাপেকক দেখি চৈত্য বন্দনা আৰু ফুলপূজা কৰে, তাৰ দ্বাৰা সিহঁতৰ পুণ্য হয়নে নহয়? সিহঁতৰ কুশল কৰ্ম্মসম্পৰ্কে জ্ঞান নাথাকিলেও পুণ্য হব। ঠিক তেনেকৈ ধৰ্ম্মীয় গাথাদি আবৃত্তি কৰিলেও পুণ্য হয়। আনকি পশু-পক্ষী আদিয়েও যদি ধৰ্ম্ম শ্ৰৱণ, চৈত্য বন্দনা কৰে, তাৰ ফল বিচাৰ কৰা জ্ঞানৰ অভাৱ হলে হ'ব।

আৰু অকুশলৰ ফালেও অবোধ ল'ৰায়ো যদি মাক-বাপেকক হাতেৰে বা ভৰিৰে গুৰিয়াই দিয়ে, ভিক্ষুসকলক আক্ৰোশ কৰে, অথবা গৰু, সিংহ, বাঘ আদিয়েও যদি ভিক্ষুৰ জীৱন নাশ কৰে, সজ্ঞানে বা অজ্ঞানে হওক সিহঁতৰ অকুশল হব।

সজ্ঞান বা অজ্ঞানে কৰা কাম অকুশল কায়ৰ অপৰাধ যে, গুৰুতৰ, তাক কৰ্ম্মবিভঙ্গত বৰ্ণনা কৰিছে। কুশল সম্পৰ্কে তলত বৰ্ণনা কৰাৰ দৰে দেখা যায়। ভগৱান বুদ্ধৰ দৰে দানৰ বিষয়ে অভিজ্ঞ জগতত কোনো নাই। সেই কাৰণে আগত কৈ অহা হৈছে সাৰীপুত্ৰ স্থৱিৰে ভগৱান বুদ্ধক দান দিয়াতকৈ ভগৱানে সাৰীপুত্ৰক দান দিলে, তাৰ ফল অধিক হ'ব। গতিকে ইয়াৰ দ্বাৰা বুজা যায় যে, কৰ্ম্মৰ ফলাফল নাজানি কৰ্ম্ম কৰাতকৈ ভাল দৰে জানিশুনি কুশল কৰ্ম্ম কৰিলে মহাফলদায়ক হয়। কৰ্ম্ম

কৰ্ম্মফল সম্বন্ধে জ্ঞান পৰিপক্ক কৰি পুণ্য কাম কৰিলে অত্যন্ত ফল লাভ কৰিব পাৰে বুলি বিভঙ্গ অৰ্থ কথাত বৰ্ণনা কৰা আছে।

## দানীয় বস্তু

"অন্নং পানং ৱত্থং য়ানং মালাগন্ধ ৱিলেপনং,
সেয়্যা'ৱসথ পদীপেয়্যং দানৱত্থূ ইমে দসা।"

অন্ন, পানীয়, বস্ত্ৰ, যান, মালা, সুগন্ধ, বিলেপন, শয্যা, আবাস আৰু প্ৰদীপ এই দহ প্ৰকাৰ দানীয় বস্তু।

## দাতা আৰু গ্ৰহিতা

কোনো কোনো দান দাতাৰ দ্বাৰা মহাফল হয় অথচ গ্ৰহিতাৰ দ্বাৰা নহয়। কোনো কোনো দান গ্ৰহিতাৰ দ্বাৰা হয়, কিন্তু দাতাৰ দ্বাৰা নহয়। কোনো কোনো দান দাতা আৰু গ্ৰহিতা কোনো পক্ষৰ দ্বাৰা মহাফল নহয়। আৰু কোনো কোনো দান দাতা আৰু গ্ৰহিতা উভয় পক্ষৰ দ্বাৰা মহাফল হয়।

শীলৱান দায়কে যদি দুঃশীল গ্ৰহিতাক দান কৰে, তেন্তে দায়কৰ শীলগুণৰ দ্বাৰা মহাফল হয়। বেসান্তৰ ৰজাই যেনেকৈ জুজুক ব্ৰাহ্মণক দান দিওঁতে পৃথিৱী কঁপি উঠিছিল।

দুঃশীল দায়কে যদি শীলৱান গ্ৰহিতাক দান কৰে, তেন্তে গ্ৰহিতাৰ দ্বাৰা মহাফল হয়, কিন্তু দায়কৰ দ্বাৰা নহয়। কল্যাণী নৈৰ কাষত বাস কৰা এজন কৈবৰ্ত্তই কৈছিল—"মই আৰ্য্য দীৰ্ঘসুম্ম স্থৱিৰক দান কৰিছো, ইয়াৰ প্ৰভাৱত মই মুক্তি পাম।"

দাতা আৰু গ্ৰহীতা উভয় পক্ষই দুঃশীল হলে সেই দান কোনো পক্ষৰে মহাফল নহয়। বড্‌ঢমানবাসীৰ এজন ব্যাধে দুঃশীলক দান কৰি প্ৰেতক্ৰিয়া কৰিছিল। সেই উদ্দেশ্যে সেইদৰে তিনিবাৰ দান দিয়াৰ পাচত চতুৰ্থ বাৰত প্ৰেত আহি "দুঃশীলে মোক লুণ্ঠন কৰিছে" বুলি চিঞৰিবলৈ ধৰিলে। ইয়াকে শুনি পুনৰ এজন শীলৱান ভিক্ষুক দান দি পুণ্যফল বিতৰণ কৰিলে।

সেই সময়ত প্ৰেতে সেই পুণ্য অনুমোদন কৰি প্ৰেতাত্মাৰ পৰা মুক্ত হ'ল।

দাতা আৰু গ্ৰহিতাৰ যদি উভয়ৰ শীলগুণ থাকে, তেন্তে তাৰ প্ৰভাৱত সেই দান, কোশল ৰজাৰ "অসদৃশ" দানৰ দৰে মহাফল দায়ক হয়।

## যজ্ঞ সম্পদ

দান কাৰ্য্যৰ চেতনা তিনিটা। পূৰ্ব্ব চেতনা, মুঞ্চন চেতনা আৰু অপৰ চেতনা। দানীয় বস্তু ইত্যাদি সংগ্ৰহৰ সময়ত যি চিত্ত উৎপন্ন হয়, তাক পূৰ্ব্ব চেতনা বোলে। দান দিয়াৰ সময়ত যি চিত্ত উৎপন্ন হয়, তাক মুঞ্চনচেতনা বোলে। আৰু দান দিয়াৰ পাচত পুণ্যৰ যি আনন্দ চিত্ত উৎপন্ন হয়, তাক অপৰ চেতনা বোলে।

"পুব্বেৱ দানস্সুমনো দদং চিত্তং পসাদয়ে,
দত্বা অত্তমনো হোতি এসা য়ঞ্ঞস্স সম্পদা।"

দান দিয়াৰ আগতে পূৰ্ব্বচিত্ত সন্তুষ্ট হোৱা, দান দিয়াৰ সময়ত চিত্তপ্ৰসন্ন কৰা, আৰু দান দিয়াৰ পাচত মনত অপাৰ আনন্দ উৎপাদন কৰিব লাগে। দান যজ্ঞৰ এইটোৱেই প্ৰধান কৰ্ত্তব্য।

## জ্ঞান ভেদে ফলৰ তাৰতম্য

যিয়ে শ্ৰদ্ধাৰে কুশল কৰ্ম্ম কৰে, তেওঁ সেই কুশলৰ বলত প্ৰতিৰূপ দেশত জন্মগ্ৰহণ আৰু সাধুসঙ্গ লাভ কৰে। গতিকে তেওঁ নিজকে ভালদৰে ৰক্ষা কৰিব পাৰে। অকুশল আৰু অশ্ৰদ্ধা মনেৰে কৰা কামৰ প্ৰভাৱত জন্মান্তৰত বিৰূপ কুশ্ৰী দেহ ধাৰণ কৰে আৰু মাক-বাপেকৰ অপ্ৰিয় হয়। কুশল বা শ্ৰদ্ধাৰে কৰা কামৰ প্ৰভাৱত সুন্দৰ, সুগঠন দেহ আৰু সকলোৰে জনপ্ৰিয় হয়। সেই কাৰণে দানাদি কুশল কৰ্ম্মমাত্ৰকেই কৰ্ম্ম কৰ্ম্মফলৰ প্ৰতি বিশ্বাস ৰাখি আনন্দ মনেৰে কৰা উচিত।

## অলপ দানত মহাফল

শীলাদি গুণসম্পন্ন মানুহক শ্ৰদ্ধাৰে এচামুচ ভিক্ষা দান, পাঁচ হাতমান এটি সৰু ঘৰ সাজি দান কৰিলে দাতাই সেই দানৰ ফলত বহুত শত সহস্ৰ দুৰ্গতি যন্ত্ৰণাৰ পৰা ৰক্ষা পাব পাৰে। তাৰ দ্বাৰা নিৰ্ব্বাণ লাভ কৰিব পাৰে। প্ৰেতবস্তু উপাখ্যানত আৰু দশক অনুত্তৰত বৰ্ণনা কৰা দেখিবলৈ পোৱা যায়।

কুশল কৰ্ম্মৰ ভিতৰত ত্ৰিশৰণ, সুৰক্ষিত পঞ্চশীল, পিণ্ডদান, অমাবস্যা-পূৰ্ণিমাত পাক্ষিকদান, বৰ্ষাবাসিক দান, পুখুৰী দান, আৰু শীলশৰণ যাৰ আছে, তেওঁৰ গতি নিৰ্দ্দিষ্ট। শ্ৰোতাপন্ন, আৰ্য্যশ্ৰাৱকসকলৰ যেনেকৈ অপায়ৰ দুৱাৰ বন্ধ, সেইদৰে উক্ত প্ৰকাৰ সদায় কৰা পুণ্য কুশল যাৰ আছে, তেওঁৰ নৰকৰ দ্বাৰ বন্ধ হৈ যায়।

## দানত দৈহিক অৱস্থা

নিকৃষ্ট বস্তু ভোজন কৰিলে শৰীৰৰ তেজ মাংস যেনেকৈ শুকাই যায়, তেনেকৈ নিকৃষ্ট ভোজন দান দাতাও তেওঁৰ নিকৃষ্ট দানৰ প্ৰভাৱত অৰ্থাৎ তেওঁৰ নিকৃষ্ট দানৰ পৰিণাম তেজ-মাংসযুক্ত মানুহ প্ৰেতৰ দৰে অন্ন-পানীয় পোৱাৰ অতি দুৰ্ল্লভ হয়।

উত্তম খোৱা বস্তু খালে দেহৰ ৰক্ত-মাংস যেনেকৈ বাঢ়ি যায়, শৰীৰ সুন্দৰ হয়; ঠিক তেনেকৈ দানৰ সময়তো উত্তম আহাৰ দান কৰিলে দাতাই জন্মান্তৰত সবলকায় আৰু সুশ্ৰী হৈ থাকে। সুখাদ্য, ভাল বস্ত্ৰ, বিহাৰ চাফচিকণ কৰা, আৰু ক্ৰোধহীনৰ দ্বাৰা মানুহে সুন্দৰ সুঠাম দেহধাৰী হৈ জন্মগ্ৰহণ কৰিব পাৰে।

## পুদ্গলিক দান

কোনো এজনক লক্ষ্য কৰি যি দান দিয়া হয়, তাক পুদ্গলিক দান বোলে; সেইবোৰ চৌধ প্ৰকাৰ। যেনে—(১) তিৰ্য্যক-জাতিক, (২) আনকমাৰি জীৱিকা নিৰ্ব্বাহকাৰী ব্যাধ আৰু

কৈৱৰ্ত্তক, (৩) আনক নেমাৰি যথাধৰ্ম্ম বাণিজ্যৰ দ্বাৰা জীৱন-যাপনকাৰী ব্ৰত-নিৰত পৃথকজনক, (৪) সম্বুদ্ধশাসনৰ বাহিৰা অষ্টসমাপত্তি লাভী তাপসক, (৫) স্ৰোতাপন্নক, (৬) স্ৰোতাপত্তি ফললাভীক, (৭) সকৃদাগামীক, (৮) সকৃদাগামী ফললাভীক, (৯) অনাগামীক, (১০) অনাগামী ফললাভীক, (১১) অৰহন্তক (১২) অৰহত ফললাভীক, (১৩) প্ৰত্যেক বুদ্ধক (১৪) সম্যক সম্বুদ্ধক; এই চৌধ প্ৰকাৰ গ্ৰহিতাক প্ৰদত্ত দান, পুদ্গলিক দান বুলি কোৱা হয়।

কুকুৰ, গৰু, মহ, ঘোঁৰা আৰু কুকুৰাদি তিৰ্য্যক প্ৰাণীক—"ইহঁতক মই পালন কৰিছো, আমাৰ বৰ উপকাৰী, সিহঁতক আহাৰ দিয়া আমাৰ কৰ্ত্তব্য" এই ধাৰণা নকৰি, কৰ্ম্ম আৰু কৰ্ম্ম-ফলৰ প্ৰতি বিশ্বাস কৰি তিৰ্য্যক জাতিক দান দিলেও—আয়ু-বৰ্ণ-সুখ-বল আৰু জ্ঞান এই পাঁচ প্ৰকাৰৰ ফল শ-জন্ম পৰ্য্যন্ত লাভ কৰিব পাৰে। মিচাদৃষ্টিসম্পন্ন কৈৱৰ্ত্তক দান দিলে হেজাৰ জন্ম ফল ভোগ কৰিব পাৰে। গোশীলাদি পালনকাৰী পৃথকজনক দান দিলে লক্ষ জন্ম পৰ্য্যন্ত ফললাভ কৰিব পাৰে। অষ্টসমাপত্তিলাভী তপস্বীক দান দিলে কোটি জন্ম পৰ্য্যন্ত পাঁচটা ফল লাভ কৰিব পাৰে। সকলোতকৈ নিম্ন ত্ৰিশৰণধাৰী উপাসকক সাধাৰণ স্ৰোতাপন্ন বুলি নিৰ্দ্দেশ কৰা হৈছে, তেনে ত্ৰিশৰণধাৰী উপাসকক দান দিলে তাৰ ফল অনন্ত অপ্ৰমেয়। পঞ্চশীল, অষ্টশীল আৰু দহশীলধাৰী গৃহী, ক্ষন্তেক প্ৰব্ৰজিত শ্ৰমণ, উপসম্পন্ন ভিক্ষু, শীলৱান ব্ৰতসম্পন্ন ভিক্ষু, বিদৰ্শন কৰ্ম্মস্থান ভাৱনাকাৰী ভিক্ষু প্ৰভৃতিক দান দিলে ইটোতকৈ আনটোৰ দানৰ ফল অত্যধিক। আৰু একনিষ্ঠভাৱে বিদৰ্শন কৰ্ম্মস্থান ভাৱনাকাৰীক উচ্চখাপৰ স্ৰোতাপত্তি মাৰ্গলাভীৰ তুল্য বুলি কোৱা হয়। এনে মাৰ্গলাভীতকৈ সম্যকসম্বুদ্ধক দিয়া দান, এটাতকৈ আনটোৰ ফল মহৎ। সামান্য ধূলিকণাতকৈ মহা-পৃথিবীৰ মাটিবিলাক যেনেকৈ অনন্ত আৰু অপ্ৰমেয়, তেনেকৈ

স্রোতাপন্নাদি আৰ্য্যশ্ৰাৱকৰ হাতত দান দিয়াটো এইটোতকৈ আনটোৰ ফল অনন্ত অপ্ৰমেয় বুলি নিৰ্দ্ধাৰিত কৰা হয়।

## সঙ্ঘদান

বৰ্ত্তমান যুগত শীলবিশুদ্ধিৰ কালে প্ৰায় মানুহবে দৃষ্টি নাই। এনে অৱস্থাত পুদ্গলিক দানতকৈ সঙ্ঘদান কৰাই সৰ্ব্বোত্তম উপায়। যি কোনো বস্তু সামান্য পৰিমাণে হলেও চাৰিজন ভিক্ষুক বা এজন ভিক্ষুকে সঙ্ঘৰ উদ্দেশ্যে দান কৰিব পাৰে। সঙ্ঘদানৰ ফল অখণ্ডনীয় বুলি বৰ্ণনা কৰা দেখা যায়।

"পঠৱী সাগৰো মেৰু খয়ং য়ন্তি য়ুগে য়ুগে,
কপ্পানি সতসহস্সানি সঙ্ঘে দিন্নং ন নস্সতি।"

মহাপৃথিৱীৰ অনন্ত মাটি, চৌৰাশী হেজাৰ যোজন গভীৰ মহাসমুদ্ৰ আৰু চৌৰাশী হেজাৰ যোজন ওখ সুমেৰু পৰ্ব্বত যুগ যুগান্তৰৰ পাচত ধ্বংস হৈ যাব, কিন্তু লক্ষ্য কল্পতো সঙ্ঘদানৰ ফল নষ্ট নহয়। এই কাৰণে ভগৱানে কৈছে—

"বিচেয্য দানং দাতব্বং য়ত্থ দিন্নং মহপ্ফলং,
বিচেয্য দানং দত্বান সগ্গং গচ্ছন্তি দায়কা।"

যেনেকুৱা ক্ষেত্ৰত দান দিলে মহাফল হয়, তেনেকুৱা ক্ষেত্ৰত বিশেষভাৱে নিৰ্ব্বাচন কৰি দান দিব লাগে। তেনে ভাৱে সুনিৰ্ব্বাচিত দানৰ দ্বাৰা দায়কসকলে স্বৰ্গলাভ কৰিবলৈ সমৰ্থ হয়।

সঙ্ঘদান সাত প্ৰকাৰ। যেনে—(১) বুদ্ধপ্ৰমুখ উভয় সংঘ, (২) বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পাচতও বুদ্ধপ্ৰমুখ উভয় সঙ্ঘ দান, (৩) অনিৰ্দ্দিষ্ট ভিক্ষুসঙ্ঘ, (৪) অনিৰ্দ্দিষ্ট ভিক্ষুণীসঙ্ঘ, (৫) সঙ্ঘৰ পৰা ইমানজন ভিক্ষু আৰু ইমান গৰাকী ভিক্ষুণীসঙ্ঘ প্ৰয়োজন, এইদৰে নিৰ্দ্দিষ্ট ভিক্ষু-ভিক্ষুণীসঙ্ঘ, (৬) সেই দৰে নিৰ্দ্ধাৰিত কেৱল ভিক্ষুসঙ্ঘ, (৭) সেইদৰে নিৰ্দ্দিষ্ট কেৱল ভিক্ষুণীসঙ্ঘ, এই সাতপ্ৰকাৰ সঙ্ঘক প্ৰদত্ত দানেই সঙ্ঘগত দক্ষিণা নামেৰে অভিহিত হয়।

তাত একালে ভিক্ষুসঙ্ঘ আৰু আনফালে ভিক্ষুণীসঙ্ঘ, আৰু মাজত ভগৱান বুদ্ধক বহুৱাই যি দান কৰা হয়, তাক বুদ্ধ প্ৰমুখ উভয় সঙ্ঘৰ দান বোলে। বুদ্ধ পৰিনিৰ্ব্বাণৰ পাচত বুদ্ধ প্ৰমুখ কেনেকৈ সঙ্ঘ দান দিব পাৰে? ভিক্ষু-ভিক্ষুণী উভয় সঙ্ঘৰ সম্মুখত স-ধাতু বুদ্ধ প্ৰতিমা স্থাপন কৰি তাত স্বতন্ত্ৰ এখনি পূজাৰ বেদী সজ্জিত কৰিব লাগে। তাৰ পাচত প্ৰথমে বুদ্ধ-পূজা কৰি উভয় সঙ্ঘক দান দিব লাগে। এইদৰে বুদ্ধপৰিনিৰ্ব্বাণৰ পাচত বুদ্ধপ্ৰমুখ সঙ্ঘ দান দিয়া হয়। সেই ঠাইত সকলো বস্তু দি বুদ্ধ পূজা কৰা হৈছে, সেইবিলাক কি কৰা হব? যি ভিক্ষুৱে নিয়মিতভাৱে বুদ্ধৰ সেৱা-পূজাদি কৰে, তেওঁক দিয়া উচিত। "পিতৃসম্পত্তিত পুত্ৰৰ অধিকাৰ আছে" বুলি অন্যান্য ভিক্ষুকো দিব পাৰে, কিন্তু বুদ্ধপূজা ঘিউ বা তেল থাকিলে তাৰে বুদ্ধৰ উদ্দেশ্যে প্ৰদীপ পূজা কৰিব, কাপোৰ হলে ধ্বজা তৈয়াৰ কৰিব লাগে।

সঙ্ঘৰ প্ৰতি যাৰ অচলা শ্ৰদ্ধা আছে, তেওঁৰ দানেই বিশেষ ভাৱে সফল হয়। কাৰণ সঙ্ঘৰ প্ৰতি দৃঢ় বিশ্বাস আৰু অচলা ভক্তি ৰাখা সহজ নহয়। কোনো দায়কে যদি সঙ্ঘ দান দিয়াৰ উদ্দেশ্যে বিহাৰত গৈ কয়গৈ "ভন্তে, সঙ্ঘ দানৰ কাৰণে মোক সঙ্ঘৰ পৰা এজন ভিক্ষু নিৰ্ব্বাচন কৰি দিয়ক।" তেতিয়া সংঘৰ পৰা যদি এজন শ্ৰমণ পঠাই দিয়ে "মই বিচাৰিছিলো ভিক্ষু, মোৰ কাৰণে কিয় শ্ৰমণ পঠালে?" বুলি যদি মনত উৎকণ্ঠা আনে, আৰু সেই উৎকণ্ঠিত মনেৰে দান কৰিলে, তাক সঙ্ঘদান বুলি ধৰা নহয়। আৰু বয়োবৃদ্ধ মহাস্থৱিৰ পঠালে "ভালেই হল, মোৰ কাৰণে বয়োবৃদ্ধ মহাস্থৱিৰ এজন পঠাইছে" বুলি বেচি আনন্দিত হৈ চঞ্চল হৈ পৰে, তেন্তে সেই দানো সঙ্ঘ দান নহয়।

যি দায়কে শ্ৰমণেৰ, ডেকাভিক্ষু, বুঢ়াভিক্ষু, মূৰ্খভিক্ষু অথবা পণ্ডিত ভিক্ষুৰ ভিতৰত যেই কোনো এজনক পালেই সম্মানেৰে আৰু গৌৰৱেৰে সঙ্ঘৰ উদ্দেশ্যে দান কৰে, তেওঁৰ সঙ্ঘদানেই মঙ্গল হয়।

এই প্ৰসঙ্গত এটি আখ্যানৰ অৱতাৰণা কৰা হৈছে—এজন শ্ৰদ্ধাৱান দায়কে সঙ্ঘ দানৰ উদ্দেশ্যে বিহাৰত গৈ কলে—"ভন্তে, সঙ্ঘৰ পৰা মোক এজন ভিক্ষু দিয়ক।" তেতিয়া তাৰ পৰা এজন দুঃশীল ভিক্ষু পঠোৱা হল। তাতে তেওঁ অসন্তুষ্ট নহৈ পৰমানন্দে ঘৰলৈ আহি য'ত ভিক্ষু বহুৱাব, সেই ঠাই ভোখৰ পৰিস্কাৰ কৰি আৰু বিছনা কৰি চন্দ্ৰতাপ বান্ধিলে। ভিক্ষুজন অহাত, ভৰি ধুৱাই তেল টেঙা লগাই সুগন্ধি ধূপ আৰু ফুলৰ দ্বাৰা পূজা কৰিলে। তাৰ পাচত ভাল দৰে আহাৰ কৰুৱালে। এইদৰে বুদ্ধক পূজা কৰাৰ দৰে সঙ্ঘৰ প্ৰতি গৌৰৱ কৰি দান কৰিছিল।

অথচ সেই ভিক্ষুজনেই আকৌ গধূলি বেলিকাত বিহাৰৰ কোনো কামৰ কাৰণে এখনি কোৰ খুজিবলৈ সেই ঘৰলৈকে আহিলে। কোৰ খোজাত গৃহিনী উপাসিকাই—"এইখন লোৱা" বুলি কোৰ-খনি ভৰিৰে ঠেলি দিলে। তাকে দেখি ওচৰ চুবুৰীয়া সকলে কলে—"আপোনালোকে ৰাতিপুৱা বৰ্ণনাতীত ভাৱে পূজা কৰিলে, কিন্তু এতিয়া দেখিছো তাৰ সম্পূৰ্ণ বিপৰীত। আনকি আগৰ এশ ভাগৰ এভাগো এতিয়া মান-সন্মান কৰা নাই। ইয়াৰ কাৰণ কি? তাৰ উত্তৰত উপাসিকাই কলে—"আমি ৰাতিপুৱা যি কৰিছো সকলো-বিলাক সঙ্ঘৰ উদ্দেশ্যে পূজা কৰিলো, এইজন ভিক্ষুক নহয়।" সেই কাৰণে সঙ্ঘৰ প্ৰতি যিয়ে যথাযথ ভাৱে গৌৰৱ মনত পোষণ কৰিব পাৰে, তেওঁৰ পক্ষে অৰহতক দান দিয়াতকৈ সংঘৰ পৰা পঠোৱা দুঃশীল ভিক্ষুক দান দিয়াই মহাফল।

সেই কাৰণে ভগৱান বুদ্ধই আনন্দ স্থৱিৰক কৈছিল "আনন্দ, সুদূৰ ভবিষ্যতত ডিঙিত গেৰুৱাবস্ত্ৰধাৰী পাপী ভিক্ষু উৎপন্ন হব। সেই দুঃশীল ভিক্ষুসকলক দায়কসকলে সংঘৰ উদ্দেশ্যে দান দিব। আনন্দ, মই তেতিয়াও সংঘদানৰ অনন্ত অপ্ৰমেয় ফল হব বুলি কৈছো। সেই কোনো কাৰণেই মই সংঘদানতকৈ পুদ্গলিক দানৰ ফল অধিক বুলি নকম"।

অতীত কালতো এইদৰে দান দিয়া হৈছিল। ভগৱান বুদ্ধই

মাজ ভাগত বহিছিল। সোঁফালে ভিক্ষুসংঘ, বাওঁফালে ভিক্ষুণী সংঘ আৰু ভগৱানে আছিল উভয় সংঘৰ নায়ক। তেতিয়া ভগৱানে নিজে পোৱা দান নিজেও খাইছিল, ভিক্ষু-ভিক্ষুণীসংঘকো দিছিল। বৰ্ত্তমানও বিশেষজ্ঞ মানুহে ধাতুৰ নিৰ্ম্মিত প্ৰতিমা কিম্বা ধাতুচৈত্য স্থাপন কৰি বুদ্ধপ্ৰমুখ সংঘক দান দি থাকে। প্ৰতিমাৰ ওচৰত পূজাৰ বেদী কৰি তাত—"বুদ্ধানং দেম" বুলি খাদ্যভোজ্যাদি পূজা দিয়া হয়। অথবা বিহাৰত নি "এইবিলাক চৈত্যৰ উদ্দেশ্যে পূজা কৰিছো" বুলি পিণ্ড, পুষ্পমাল্য আৰু সুগন্ধি ইত্যাদি পূজা কৰি থাকে। সুধিব লগা—চৈত্যবেদীত পূজা দিয়া কি দৰকাৰ? পুষ্পমালা আৰু সুগন্ধি পূজাৰ আসনত তুলি দিব। বস্ত্ৰৰ দ্বাৰা পতাকা দিব আৰু ঘিউ তেলৰ দ্বাৰা প্ৰদীপ পূজা কৰিব। আৰু যি বিলাক ভোজ্যদ্ৰব্য বাকী থাকে, সেই বিলাক প্ৰব্ৰজিত বা গৃহী হওক, যিয়ে সদায় বিহাৰত সেৱা-পূজা কৰে তাক দিব লাগে। নিত্য সেৱক নেথাকিলে, যিয়ে চৈত্য-পূজালৈ যায়, প্ৰথমে পাত্ৰটো থৈ চৈত্য শাৰী ব্ৰত সম্পাদন কৰি দিয়ে, তেওঁ খাব পাৰে। ভিক্ষু-শ্ৰমণ সকলৰ খোৱাৰ সময় হলে, আগতে খাইয়ো পাচত সেই বিলাক চাফ-চিকণ কৰিব পাৰে।

অঙ্গুত্তৰ নিকায়ৰ বেলাম সূত্ৰ বৰ্ণনাত দানাদি পুণ্যকৰ্ম্ম সম্বন্ধে এটি উপমা বৰ্ণনা আছে—গোটেই জম্বুদীপটো সমান কৰি ইমূৰৰ পৰা সিমূৰ পৰ্য্যন্ত আৰ্য্যপুদগলসকলক শাৰী শাৰীকৈ বহুৱা হয়—স্ৰোতাপন্নৰ দহ পঙ্ক্তি সকৃদাগামীৰ—পাঁচ, অনাগামীৰ চাৰে তিনি, অৰহতৰ আঢ়ৈ, প্ৰত্যেক বুদ্ধৰ—এক আৰু সম্যক সম্বুদ্ধই অকলে। এজন আৰ্য্যশ্ৰাৱকক দান দিয়াতকৈ সম্যক সম্বুদ্ধক দান দিয়া মহাফলদায়ক। ইয়াতকৈ বুদ্ধক সংঘনায়ক কৰি ভিক্ষুসংঘক বুদ্ধপ্ৰমুখ দানৰ ফল অধিক। তাতকৈ ধাতুচৈত্য নিৰ্ম্মাণ, ধৰ্ম্মশ্ৰৱণ আৰু আগত অনাগত চাৰিওফালৰ সংঘৰ উদ্দেশ্যে অন্ততঃ চাৰিহাত মান তৈয়াৰ বিহাৰ দানৰ ফল অতিবেচি।

এইবোৰতকৈ আনন্দ মনেৰে গ্ৰহণ কৰা পঞ্চশীলৰ ফল অধিক। শীলগ্ৰহণৰ পাচত মুহূৰ্ত্ত সময় মৈত্ৰী ভাৱনা কৰিলে তাতকৈ বেচি পুণ্য লাভ হয়। ইয়াতকৈ বেচি মহাফল হয় যদি ক্ষন্তেক অনিত্য ভাৱনা কৰে। দীৰ্ঘনিকায়ৰ কুটদন্ত সূত্ৰ বৰ্ণনাত ইটোতকৈ আনটোৰ মহাফল বুলি ব্যাখ্যা আছে—যেহেতু সূত্ৰ পৰ্য্যায়ক্ৰমে —"য়াৱদেৱ সীতস্‌স পটিঘাতায়" প্ৰভৃতি বিহাৰ দানৰ নটা আৰু খন্ধক পৰ্য্যায়ে—"সীতং উণহং পটিহন্তি" প্ৰভৃতি সোতৰটা পুণ্যফল বৰ্ণনা কৰিছে। সেই কাৰণে প্ৰথমে উল্লেখ কৰি দিয়া দানতকৈ বিহাৰ দানেই মহাফলদায়ক। ত্ৰিৰত্নৰ শৰণ গ্ৰহণ কৰিলে, ত্ৰিৰত্নত জীৱন সমৰ্পণৰ দৰে পুণ্যসম্পদ লাভ হয়। গতিকে বিহাৰ দানতকৈ শৰণ গ্ৰহণৰ ফল বেচি। কেৱল শৰণ গ্ৰহণৰ পৰা দৃষ্টি ঋজু কৰিব নোৱাৰে, পঞ্চশীল পালনৰো প্ৰয়োজন হয়। যেনে তেনে শীল গ্ৰহণ কাৰীতকৈ শ্ৰদ্ধা ভক্তিৰে শীল গ্ৰহণকাৰীৰ পুণ্য অধিক। শৰণ আৰু শীলৰ ভিতৰত শৰণেই উত্তম আৰু মহত। কাৰণ শৰণত প্ৰতিষ্ঠিত হৈ শীল পালন কৰিব লাগে। সেই কাৰণে শীলতকৈ শৰণ গ্ৰহণেই শ্ৰেষ্ঠ।

## সংঘ দানৰ মন্ত্ৰ

ইমং ভিক্‌খং সপৰিক্‌খাৰং ভিক্‌খুসঙ্ঘস্‌স দেম, পুজেম।

(তিনি বাৰ)

## অনুবাদ

প্ৰয়োজনীয় উপকৰণেৰে সৈতে এই ভিক্ষা ভিক্ষুসংঘক দান আৰু পূজা কৰিছো।

## অষ্ট পৰিষ্কাৰ দানৰ ফল

ভগবান বুদ্ধৰ ওচৰত ঋদ্ধিময় পাত্ৰ চীৱৰৰ সৈতে প্ৰব্ৰজ্যা উপসম্পদা লাভ কৰিবলৈ হলে, জীৱনত এবাৰ হলেও অষ্ট পৰিষ্কাৰ দান দিয়া দৰকাৰ। যদি কোনোৱে অষ্ট পৰিষ্কাৰ দান

কৰিবলৈ অসমৰ্থ তেন্তে এখনি চীৱৰ হলেও সংঘক্ষেত্ৰত দান দি "ইদস্মে পুঞ্ঞং অনাগতে এহি ভিক্খুভাৱায় পচ্চয়ো হোতু" এই পুণ্য ভবিষ্যত মোৰ ঋদ্ধিময় ভিক্ষুত্ব লাভৰ হেতু হওক।' এইদৰে প্ৰাৰ্থনা কৰা উচিত বুলি অৰ্থকথাত লিখা আছে। যদি কোনো নাৰীয়ে ৱিশাখা উপাসিকাৰ দৰে "মহালতা" অলঙ্কাৰ প্ৰাৰ্থনা কৰে, তেন্তে অষ্ট পৰিষ্কাৰ দান কৰিব লাগিব।

লোকনাথ সুমঙ্গল বুদ্ধই যেতিয়া পৃথিৱীত অৱতীৰ্ণ হয়, বোধিসত্ত্বই তেতিয়া উত্তৰীয় নামৰ নগৰত সুৰুচি ব্ৰাহ্মণ গাৰ্ভত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ নাম আছিল সুৰুচি। তেওঁ দেৱৰাজ ইন্দ্ৰই নিৰ্ম্মাণ কৰা দানশালাত সাতদিন ধৰি বুদ্ধপ্ৰমুখ ভিক্ষু-সঙ্ঘক অষ্ট পৰিষ্কাৰ দান দিছিল। সুমঙ্গল বুদ্ধই সেই মহাদানৰ পুণ্যফল বৰ্ণনা কৰি ২৪টি গাথা কৈছিল।

১। তিচীৱৰঞ্চ পত্তঞ্চ ৱাসি সুচি কায়বন্ধনং,
পৰিসাৱনঞ্চ দেতি দায়কো তুট্ঠমানসো;
য়ুত্ত য়োগেন সাসনে এৱং হি দাতব্বং সদা।

সংঘাটি, উত্তৰাসঙ্গ, অন্তৰ্বাস, পাত্ৰ, ক্ষুৰ, বেজী-সুতা, কটিবন্ধনী আৰু পানী ছাকনি এইবিলাক অষ্ট পৰিষ্কাৰ শ্ৰদ্ধাৱান দায়কে সন্তুষ্ট মনেৰে শাসনৰ ভিক্ষুক দান দিব লাগে।

২। য়ো চ পুৰিসো সদ্ধো হোতি দেতি অট্ঠপৰিক্খাৰং,
ভিক্খুনো বুদ্ধসাসনে ৱিপ্পসন্নেন চেতসা।

যি শ্ৰদ্ধাৱানে প্ৰফুল্লমনেৰে বুদ্ধ-শাসনৰ ভিক্ষুক অষ্ট পৰিষ্কাৰ দান কৰে।

৩। সো চ ভৱে সমুপ্পন্নো ধনৱা চেৱ ভোগৱা,
সুৰূপো হোতি সব্বদা পৰিক্খাৰস্সিদং ফলং।

তেওঁ জন্মে জন্মে ধনশালী, ভোগশালী আৰু সুন্দৰ প্ৰতিমণ্ডিত হয়, এইটোৱেই অষ্ট পৰিষ্কাৰ দানৰ ফল।

৪। সো চ এহি ভিক্খুজাতো ৰিসুদ্ধো বুদ্ধসাসনে,
পাকটো হোতি নাগতে পৰিক্খাৰসি্সদং ফলং।

তেওঁ বুদ্ধৰ শাসনত "এহি ভিক্ষু" অৰ্থাৎ ঋদ্ধিময় পাত্ৰ-চীৱৰ-বিশুদ্ধ ভিক্ষুই ভৱিষ্যত তেওঁৰ মহিমা চাৰিওফালে বিয়পি পৰে, এয়েই অষ্ট পৰিষ্কাৰ দানৰ ফল।

৫। য়া চ ইত্থি সদ্ধায়ুত্তা দেতি অট্ঠপৰিক্খাৰং,
ভিক্খুনো বুদ্ধসাসনে ৰিপ্পসন্নেন চেতসা।

যি বিলাক শ্ৰদ্ধাৱতী দায়িকা অচলা শ্ৰদ্ধাৱতী হৈ বুদ্ধ শাসনৰ ভিক্ষুক সন্তুষ্ট মনেৰে অষ্ট পৰিষ্কাৰ দান কৰে।

৬। সা চ ভৱে সমুপ্পনা ধনৱা চেৱ ভোগৱা,
সুৰূপা সব্বদা হোতি পৰিক্খাৰসি্সদং ফলং।

সেই দায়িকাই জন্মে জন্মে ধনৱতী, ভোগশালিনী আৰু প্ৰত্যেক জন্মতে সুন্দৰী হৈ থাকে, এয়েই অষ্ট পৰিষ্কাৰ দানৰ ফল।

৭। সা চ লভতি সব্বদা অলঙ্কাৰঞ্চ ৰুচিৰং,।
মহালতা পসাদনং পৰিক্খাৰসি্সদং ফলং।

সেই দায়িকাই সদায় মনোজ্ঞ "মহালতা প্ৰসাধন" নামক অলঙ্কাৰ লাভ কৰে, এইটোৱেই অষ্টপৰিষ্কাৰ দানৰ ফল।

৮। য়ো চ দেতি তিচীৱৰং সুদ্ধচিত্তেন সাসনে,
সো চ ভৱেসু উপ্পন্নো ৰূপৱা হোতি সব্বদা।

যি মানুহে পৱিত্ৰ মনেৰে বুদ্ধ শাসনত ত্ৰিচীৱৰ দান কৰে, তেওঁ জন্মে জন্মে ৰূপৱান হয়, এয়েই অষ্টপৰিষ্কাৰ দানৰ ফল।

৯। সো চ লভতি সব্বদা ৱত্থং কপ্পাসিকাদিকং,
ৰিচিত্তঞ্চ মনাপিয়ং তিচীৱৰাসি্সদং ফলং।

তেওঁ সদায় বিচিত্ৰ কপাহাদিৰ তৈয়াৰী মনোজ্ঞ বস্ত্ৰ লাভ কৰে, এয়েই ত্ৰিচীৱৰ দানৰ ফল।

১০। য়ো চ দদাতি পত্তঞ্চ সদ্ধায় বুদ্ধসাসনে,
সো চ ভৱে সমুপ্পন্নো ভোগৱা হোতি সব্বদা।

যিয়ে শ্ৰদ্ধাৰে বুদ্ধ শাসনত ভিক্ষা-পাত্ৰ দান কৰে, তেওঁও জন্মে জন্মে ভোগশালী হয়।

১১। সো লত্তুতি ভাজনে নানাপন্নমনোপিয়ে,
সুৱণ্ণাদি ময়া সদা পত্তদানস্সিদং ফলং।

তেওঁ সদায় সুবৰ্ণাদি নিৰ্ম্মিত নানাবৰ্ণৰ মনোজ্ঞ কাঁহি বাটি লাভ কৰে, এয়েই পাত্ৰ দানৰ ফল।

১২। য়ো চ দদাতি ৱাসিঞ্চ পীতিয়া জিনসাসনে,
সো চ ভৱে সংসৰন্তো পঞ্‌ঞৱা হোতি সব্বদা।

যিয়ে প্ৰীতিমনেৰে জিনশাসনত ক্ষুৰ দান কৰে, তেওঁ ভৱান্তৰত সদায় প্ৰজ্ঞাৱান হয়।

১৩। সো চ ৱিসাৰদো হোতি নৰানং কঙ্খচ্ছেদিকো,
পঞ্‌ঞায় পাকটো হোতি ৱাসিদানস্সিদং ফলং।

যিয়ে শাস্ত্ৰবিশাৰদ হয়, আৰু সদায় মানুহৰ সন্দেহ ভঞ্জন কৰে আৰু জ্ঞানী বুলি বিখ্যাত হয়, এয়েই ক্ষুৰ দানৰ ফল।

১৪। য়ো চ দদাতি সুচিঞ্চ ভিক্‌খুনো জিনসাসনে,
সো চ লোকে সমুপ্পন্নো ছেকতৰো ভৱে সদা।

যি মানুহে বুদ্ধ-শাসনত বেজী দান কৰে, তেওঁ জন্মে জন্মে বিচক্ষণ বুদ্ধিমান হয়।

১৫। সো চ তিক্‌খপঞ্‌ঞো সদা অত্থধম্মেসু কোৱিদো,
সিপ্পেসু পাকটো হোতি সুচিদানস্সিদং ফলং।

তেওঁ তীক্ষ্ণ প্ৰজ্ঞাৱান বা প্ৰত্যুৎপন্নমতি হয়, নানাশাস্ত্ৰত পাৰদৰ্শী আৰু নানা শিল্পকলাত দক্ষ বুলি চাৰিওফালে প্ৰচাৰ হয়, ইয়ো বেজী দানৰ ফল।

১৬। য়ো চ কায় বন্ধনং পব্বজিতস্স সাসনে,
সো চ দীঘায়ুকো হোতি দেৱেসু মানুসে সদা।

যি মানুহে বুদ্ধ শাসনত প্ৰব্ৰজিত কটিবন্ধনী দান কৰে, তেওঁ সকলো জন্মতে দীৰ্ঘায়ু লাভ কৰে।

১৭। সো চ ভৱেসু জায়ন্তো নৰদেৱেহি ৰক্খিতো,
সব্বদা পূজিতো হোতি কায়বন্ধনস্সিদং ফলং।

তেওঁ জন্মে জন্মে দেৱ-মানৱৰ দ্বাৰা আপদে-বিপদে ৰক্ষা পায় আৰু সন্মানিত হয়।

১৮। য়ো দেতি পৰিস্সাৱণং বিপ্পসন্নেন চেতসা,
সংসাৰে সংসৰন্তো সো সুদ্ধকায়ো ভৱে সদা।

যি দাতাই প্ৰফুল্লমনেৰে পানীছাকনি দান কৰে, তেওঁ জন্মে জন্মে বিশুদ্ধ শৰীৰধাৰী হয়।

১৯। সো চ লোকে জায়মনো অৰোগো নিব্ভয়ো সদা,
পাপেতি বিসুদ্ধো হোতি পৰিসাৱণস্সিদং ফলং।

তেওঁ জগতত জন্ম হৈ নিৰোগী, নিৰ্ভীক আৰু পৰিশুদ্ধ দেহ লাভ কৰে, এয়েই পানীছাকনি দানৰ ফল।

২০। তস্মাহি পণ্ডিতো পোসো সম্পস্সং সুখমত্তনো,
দদে অট্ঠ পৰিক্খাৰং য়ুত্তয়োগস্স সব্বদা।

সেই কাৰণে যিসকল পণ্ডিত, তেওঁলোকে নিজৰ সুখ-সমৃদ্ধি সাধন কৰিবলৈ শীলৱান ভিক্ষুক অষ্টপৰিষ্কাৰ দান কৰে।

## ৱিহাৰ উৎসৰ্গা মন্ত্ৰ

নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স ( তিনিবাৰ )।

"ইয়ং ৱিহাৰং চতুদ্দিসতো আগতানাগত ভিক্খুসঙ্ঘস্স নিয়্যাদেমি" ( তিনিবাৰ )।

### অনুবাদ

এই বিহাৰ চাৰিওফালৰ পৰা অহা আৰু আহিব লগা ভিক্ষুসংঘৰ উদ্দেশ্যে উৎসৰ্গ কৰা হল।

## কঠিন চীৱৰ দানৰ নিয়ম

আশ্বিন পূৰ্ণিমাৰ পাচত প্ৰতিপদ তিথিৰ পৰা কাৰ্ত্তিকী পূৰ্ণিমাৰ সূৰ্য্যোদয়ৰ আগমুহূৰ্ত্ত পৰ্য্যন্ত কঠিন চীৱৰ দানৰ সময়। ত্ৰিচীৱৰৰ

ভিতৰত যেই কোনো এখনি চীৱৰ বা চীৱৰৰ উপযুক্ত বগাকাপোৰ যদি নোৱাৰে, পাঁচজন ভিক্ষুৰ সম্মুখলৈ আনি "ইমং কঠিন চীৱৰং (ছুস্সং) ভিক্ষুসঙ্ঘস্স দেম, কঠিনং অত্থৰিতুং" বুলি কৈ সঙ্ঘৰ হাতত দান কৰিব লাগে।

এই কঠিনচীৱৰ আগে চিলাই কৰা হওক বা বজাৰৰ পৰা অনা হওক অথবা একে দিনাই সূতা কাটি, বৈ চিলাই কৰি আৰু ৰং দিও দান কৰিব পাৰে। ভিক্ষু, শ্ৰমণেৰ, উপাসক উপাসিকাৰ ভিতৰত যি কোনোৱে দান কৰিব পাৰে। সুগত শাসনত যিমান প্ৰকাৰৰ চীৱৰ দান আছে, তাৰ ভিতৰত কঠিনচীৱৰ দানেই সকলোতকৈ বিপুল পুণ্যজনক। সংক্ষেপে কেইটিমান গাথাত বৰ্ণিত ইয়াৰ ফল পাঠ কৰিলে দাতাসকলে অনায়াসে বুজিব পাৰিব।

## কঠিন চীৱৰ দানৰ ফল

করুণাময় লোকনাথ বুদ্ধই চীৱৰ দানৰ ফল বৰ্ণনাৰ কাৰণে পাঁচশ অৰহত শিষ্যৰে সৈতে আকাশেদি হিমালয়লৈ গৈছিল। তেওঁ তাত অনুৱতপ্ত হ্ৰদৰ নানা ৰকমৰ পদ্ম ফুলেৰে পৰিপূৰ্ণ ঠাইত বহিলে আৰু তেওঁৰ শিষ্যবৰ্গই তেওঁৰ সন্মুখত বহিলে। নিৰ্ম্মল আকাশত তৰাবোৰে পূৰ্ণচন্দ্ৰক মেৰাই থকাৰ দৰে শোভা পাইছিল, ভগৱান বুদ্ধও শিষ্যমণ্ডলীৰ মাজত তেনে শোভা কৰিছিল। সেই পদ্মফুলৰ ওপৰত বহি নাগিত স্থৱিৰে অতীতৰ এটা জন্মত কঠিন চীৱৰ দান কৰি যি বিলাক দেৱ সম্পত্তিৰ ভাগী হৈছিল, সেই সকলোবিলাক তেওঁ ভিক্ষু সংঘৰ মাজত প্ৰকাশ কৰিছিল।

## আৰ্য্য নাগিত স্থৱিৰৰ উক্তি

১। কঠিন দানং দত্বান সঙ্ঘে গুণৱৰুত্তমে,
ইতো তিংসে মহাকপ্পে নাভিজানামি দুগ্গতিং।

মই আজিৰ পৰা ত্ৰিশ কল্পৰ আগতে শিখী বুদ্ধৰ সময়ত মনুষ্য-কুলত জন্মগ্ৰহণ কৰিছিলো। সেই সময়ত ভিক্ষু সংঘক মহাফল-

দায়ী কঠিন চীৱৰ দান কৰি, নৰকাদি অপায় দুখ ভোগ কৰিবলৈ মই পোৱা নাই।

২। অট্‌ঠাৰসানং কপ্পানং দেৱলোকে ৰমামহং,
চতুত্তিংসকৃখত্তুং দেৱিন্দো দেৱৰজ্জমকাৰয়িং।

মই ওঠৰ কল্পকাল দেৱলোকত দিব্য সুখ ভোগ কৰিছিলো। চৌত্রিশবাৰ দেৱৰাজ ইন্দ্ৰ হৈ দেৱৰাজ্য শাসন কৰিছিলো।

৩। সহস্‌সকৃখত্তুং ব্ৰহ্মাৱ দেৱৰজ্জ সিৱীধৰো,
সচে এমি মনুস্‌সত্তং অড্‌ঢে জায়িং মহাকুলে

হেজাৰবাৰ দেৱৰাজ্যৰ শ্ৰীধাৰী ব্ৰহ্ম হৈছিলো। ব্ৰহ্মলোকৰ পৰা চ্যুত হৈ মনুষ্যলোকত উচ্চবংশত মহাধনীৰ ঘৰত জন্মগ্ৰহণ কৰিছিলো।

৪। আৰপথে আৰপথে চক্কৱত্তি সুখং লভে,
য়থ য়থুপ্‌পজ্জামি লভামি সব্বসম্পদং,
ভোগে মে উণতা নত্থি কঠিনদানস্‌সিদং ফলং।

এই মহাদানৰ পুণ্যপ্ৰভাৱত বহুতবাৰ ৰাজচক্ৰৱৰ্ত্তী সুখ ভোগ কৰিলো। য'ত জন্মগ্ৰহণ কৰিছো, তাত সকলো সম্পদ লাভ কৰিছিলো। ক'তো ধন-ধানৰ ঐশ্বৰ্য্য অভাৱ হোৱা নাই। এয়েই কঠিন চীৱৰ দানৰ ফল।

এসময়ত ভগৱান বুদ্ধই বোধিসত্ব অৱস্থাত কুলীন ব্ৰাহ্মণ বংশত সঞ্জয় নামৰ ব্ৰাহ্মণ কুমাৰ হৈ জন্মগ্ৰহণ কৰিছিল। তেতিয়া তেঁৱো ভিক্ষু সঙ্ঘক কঠিন চীৱৰ দান কৰি উক্ত দৰে ফল লাভ কৰিছিল।

## স্বয়ং ভগৱানৰ উক্তি

১। য়াৱতা সব্বদানানি একো ৱস্‌সসতং দদে,
একচ্চ কঠিনদানস্‌স কলং নাগ্‌ঘন্তি সোলসিং।

কোনো দাতাই যদি অন্যান্য দানীয় বস্তু এশ বছৰ ধৰি দান

কৰি থাকে, তথাপি সেই এখনি কঠিন চীৱৰ দান ষোল ভাগৰ এভাগো নহয়।

২। য়াৱতা অট্ঠপৰিক্খাৰে একো ৱস্সসতং দদে,
একস্স কঠিনদানস্স কলং নাগ্ঘন্তি সোলসিং।

কোনো দাতাই যদি পাত্র চীৱৰাদি ভিক্ষুসকলৰ অষ্টপৰিষ্কাৰ দান কৰে, তাৰ ফল স্বৰূপে কঠিন চীৱৰ দানৰ ষোল ভাগৰ এভাগো নহয়।

৩। গিৰিৰাজসমং কত্বা সঙ্ঘে দেতি তিচীৱৰং,
একস্স কঠিন দানস্স কলং নাগ্ঘন্তি সোলসিং।

কোনো দায়কে যদি সুমেৰু পৰ্ব্বতৰ দৰে স্তূপ কৰি ভিক্ষু-সঙ্ঘক ত্রিচীৱৰ দান কৰে, তাৰ ফল স্বৰূপে কঠিন চীৱৰ দানৰ ষোল ভাগৰ এভাগো নহয়।

৪। চতুৰাসাতি সহস্সানি কাৰাপেত্বা ৱিহাৰকে,
ৱেজয়ন্তস্স সদিসে সব্বে তে ৰতনময়ে।
চতুদ্দিসস্স সঙ্ঘস্স নীয়্যাদেত্বা ৱিহাৰকে,
একস্স কঠিনদানস্স কলং নাগ্ঘন্তি সোলসিং।

কোনো দাতাই যদি স্বৰ্গৰ বৈজয়ন্ত ধামৰ দৰে স্বৰ্ণ-ৰৌপ্যাদি ৰত্ন খচিত চৌৰাশী হেজাৰ বিহাৰ নিৰ্ম্মাণ কৰাই চাৰিও ফালৰপৰা আগত অনাগত ভিক্ষুসঙ্ঘক দান কৰে, সিও কঠিন চীৱৰ দানৰ ষোল ভাগৰ এভাগো নহয়।

৫। য়াৱতা অকনিট্ঠা চ ৰজত-পব্বতং দদে,
একস্স কঠিনদানস্স কলং নাগ্ঘন্তি সোলসিং।

এই পৃথিবীৰ পৰা অকনিষ্ঠ ব্ৰহ্মলোক পৰ্য্যন্ত ওখ কৰি ৰত্নৰ পৰ্ব্বত দান কৰিলেও এখনি কঠিন চীৱৰ দানৰ ষোল ভাগৰ এভাগো নহয়।

৬। সব্বদানং দদন্তেন অস্মিং পঠৱীমণ্ডলে,
একস্স কঠিনদানস্স কলং নাগ্ঘন্তি সোলসিং।

পৃথিৱী সকলো প্ৰকাৰ দানীয় বস্তু একেলগ কৰি দান কৰিলেও এখনি কঠিন চীৱৰ দানৰ ফলৰ ষোল ভাগৰ এভাগো নহয়।

৭। বুদ্ধা পচ্চেক বুদ্ধা চ সাৱকা চাপি সব্বসো,
এতেন অন্নদানেন পত্তা তে অমতং পদং।

সৰ্ব্বজ্ঞ বুদ্ধ, প্ৰত্যেক বুদ্ধ আৰু বুদ্ধৰ শিষ্য সকলোৱেই এই কঠিন চীৱৰ দানৰ ফলত অমৃতপদ লাভ কৰিছিল।

৮। দদন্তি কঠিনং দানং নৰা চ অথ নাৰিয়ো,
ইত্থিভাৱং ন পপ্পোন্তি সংসৰন্তা ভৱাভৱে।

যি কোনো স্ত্ৰী বা পুৰুষে কঠিন চীৱৰ দান কৰে, তেওঁলোকে সেই উত্তম দানৰ প্ৰভাৱত জন্মান্তৰত স্ত্ৰীজন্ম প্ৰাপ্ত নহয়।

৯। য়ো সুচিকম্মং কৰেয়্য পসন্নো তস্স চীৱৰে,
লভেয়্য সো ৱিমানঞ্চ কণকং দ্বাদসয়োজনং
লভে'চ্ছৰা সহস্সঞ্চ পোক্খৰণিং সুমাপিতং,
কপ্পৰুক্খাদি সম্পন্নং মুত্তামণি ৱেলুৰিয়ং।

যি মানুহে কঠিন চীৱৰ চিলাই কৰে, তেওঁ এই পুণ্যৰ প্ৰভাৱত দ্বাদশ যোজন প্ৰমাণ কণক বিমান, সহস্ৰ অপ্সৰা, মুক্তা-মণি বৈদূৰ্য্য আৰু কল্প বৃক্ষাদি পৰিশোভিত ৰমণীয় দিব্য পুষ্কৰিণী লাভ কৰে।

কঠিন চীৱৰ দানৰ ফল ইমান বেচি কিয়?

১০। পঞ্চানিসংস সম্পন্নং পঞ্চদোস ৱিৱজ্জিতং
দেসেসি কঠিনং এতং ৱিপুলা তস্স দক্খিণা

বুদ্ধৰ দেশিত বিনয়ৰ বিধান অনুসাৰে প্ৰৱাৰণা পূৰ্ণিমাৰ পিচদিনাৰ পৰা কাৰ্ত্তিক পূৰ্ণিমা পৰ্য্যন্ত এমাহৰ ভিতৰত যি কোনো দিন ইচ্ছা কৰিলে যি কোনো কঠিন চীৱৰ দান কৰিব পাৰে। ইয়াৰ আগত অথবা পাচত কঠিন চীৱৰ দানৰ বিধান নাই। কঠিন চীৱৰ লাভী ভিক্ষুসকলে পাঁচটা পাপৰ পৰা ৰক্ষা পায় আৰু পাঁচটা

পুণ্যফল লাভ কৰিব পাৰে। এই কাৰণে ইয়াৰ ফল অন্যান্য দানতকৈ অধিক। এই দান যেতিয়া ইমান ফলদায়ক, গতিকে—

১১। তস্মাহি জানমানেন কঠিনস্‌স গুণং বহুং
দাতব্বং কঠিনং দানং ভৱিস্‌সতি মহপ্‌ফলন্তী'তি।

কঠিন চীৱৰ দানৰ ফল বহুত প্ৰকাৰৰ বুলি জানি প্ৰত্যেকে অন্ততঃ জীৱনত এবাৰ হলেও শ্ৰদ্ধাৰে কঠিনচীৱৰ দান কৰা কৰ্ত্তব্য।

## ত্ৰিশৰণ

"বুদ্ধং সৰণং গচ্ছামি, ধম্মং সৰণং গচ্ছামি, সঙ্ঘং সৰণং গচ্ছামি"

এই তিনটি মন্ত্ৰক বৌদ্ধ পৰিভাষাত ত্ৰিশৰণ কোৱা হয়। এইটোৱেই বৌদ্ধ ধৰ্ম্মৰ মূলমন্ত্ৰ আৰু প্ৰৱেশদ্বাৰ। যি মানুহে অৰ্থ হৃদয়ঙ্গম কৰি মনেপ্ৰাণে এই মন্ত্ৰ উচ্চাৰণ কৰে তেওঁ বৌদ্ধ বা বুদ্ধভক্তৰ অন্তৰ্গত হয়। শৰণ লোৱাৰ অৰ্থ, আশ্ৰয় গ্ৰহণ কৰা। সংসাৰৰ আদি-অন্ত, ইহ-পৰকাল আৰু জন্ম-মৃত্যুৰ চাকনৈয়াত অন্ধ মানুহে সকলো সময়তে এটা নিৰাপদ আশ্ৰয় অৱলম্বন কৰিব বিচাৰে। এই সম্বন্ধে ভগৱান বুদ্ধই কৈছে—

"মানুহে যেতিয়া কোনো আকস্মিক ভয়ত সন্ত্ৰস্থ হৈ পৰে, তেতিয়া সৎ দেৱতাৰ আশ্ৰয়স্থল বুলি ভাবি কোনোৱে গছলতাৰ শৰণ গ্ৰহণ কৰে, কোনোৱে পৰ্ব্বত বা বনৰ আশ্ৰয় গ্ৰহণ কৰে আৰু কোনোৱে চৈত্য বা নানা দেৱদেৱীৰ আশ্ৰয় লৈ থাকে। কিন্তু এই আশ্ৰয় উত্তম আৰু নিৰাপদ নহয়। কাৰণ এই শৰণত প্ৰতিষ্ঠিত হৈ মানুহে কেতিয়াও দুখৰ পৰা মুক্তি পাব নোৱাৰে। যি সকলে কায়মনোবাক্যে ত্ৰিশৰণত প্ৰতিষ্ঠিত হৈছে, এই শৰণেই উত্তম আৰু প্ৰকৃত নিৰাপদ। এই শৰণত প্ৰতিষ্ঠিত হৈ মানুহে সকলো প্ৰকাৰৰ ভয় আৰু ভৱদুখৰ পৰা মুক্ত হবলৈ সক্ষম হয়।"

এই ত্ৰিশৰণ মন্ত্ৰ ক'ত, কাক উপলক্ষ্য কৰি আৰু কাৰ দ্বাৰা প্ৰথমে প্ৰচাৰিত হৈছিল? এই বিলাক প্ৰত্যেক বৌদ্ধ দায়ক মাত্ৰেই জনা দৰকাৰ।

## ত্ৰিশৰণৰ উৎপত্তি

শাক্যকুমাৰ সিদ্ধাৰ্থই যেতিয়া ছ-বছৰ কঠোৰ তপস্যা কৰি বুদ্ধগয়াৰ বোধিতৰুমূলত বহাগী পূৰ্ণিমাৰ দিনা বুদ্ধত্ব লাভ কৰিলে তেতিয়া লব্ধধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে তেওঁ বাৰাণসীৰ ঋষিপত্তন মৃগ-দাৱত য'ত পঞ্চবৰ্গীয় ভিক্ষুসকল আছিল তালৈ গ'ল। তাত তেওঁ আহাৰী পূৰ্ণিমা দিনা প্ৰথমে সেই পঞ্চবৰ্গীয় ভিক্ষু সকলক সম্বোধন কৰি "ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন" সূত্ৰ দেশনা কৰে। বুদ্ধৰ সত্যসুমধুৰ উপদেশ শ্ৰৱণ কৰি তেওঁলোকে অলপ সময়ৰ ভিতৰতে অৰহত ফল লাভ কৰিলে। তাৰ পাচত যম নামৰ এজন বাৰাণসীৰ শ্ৰেষ্ঠীপুত্ৰই বুদ্ধৰ ওচৰত প্ৰব্ৰজ্যা আৰু উপসম্পদা লাভ কৰি অৰহত ফল প্ৰাপ্ত হয়। এই সংবাদ শুনি যমৰ চৌৱন্নজন বন্ধু, তেওঁৰ পদ অনুসৰণ কৰি বুদ্ধৰ ওচৰত প্ৰব্ৰজ্যা আৰু উপসম্পদা গ্ৰহণ কৰি অৰহত ফল লাভ কৰে।

এইদৰে জগতত যেতিয়া বুদ্ধৰ সৈতে এষট্টিজন অৰহত হল, তেতিয়া বৰ্ষাবাস শেষ কৰি তথাগতে তেওঁৰ ষাঠিজন অৰহত শিষ্যক সম্বোধন কৰি কৈছিল—"হে ভিক্ষুসকল! তোমালোকে দেৱ-মানৱসকলৰ কল্যাণৰ কাৰণে দেশে দেশান্তৰে বিচৰণ কৰা। যি ধৰ্ম্মই আদি, মধ্য আৰু অন্তত কল্যাণ কৰে, যি অৰ্থপূৰ্ণ, ব্যঞ্জনযুক্ত আৰু পৰিশুদ্ধ ব্ৰহ্মচৰ্য্য পৰিপূৰ্ণ তাক জনসমাজত প্ৰচাৰ কৰা।" আৰু তেওঁ ভিক্ষুসকলক সেই প্ৰসঙ্গত এই কথাও কৈছিল —"হে ভিক্ষুসকল, প্ৰথমে ত্ৰিশৰণ গ্ৰহণ কৰাই প্ৰব্ৰজ্যা আৰু উপসম্পদা প্ৰদান কৰিবা।"

## ত্ৰিশৰণৰ প্ৰকাৰ ভেদ

লৌকিক আৰু লোকোত্তৰ হিচাবে শৰণ দুই প্ৰকাৰ। স্ৰোতাপন্নৰ শৰণ লোকোত্তৰ, ই কেতিয়াও ভঙ্গ নহয়, সেইদৰে সকৃদাগামী, অনাগামী প্ৰভৃতিৰ শৰণো ভঙ্গ নহয়। পৃথকজনৰ শৰণ লৌকিক, ই যি কোনো মুহূৰ্ত্তত ভঙ্গ হব পাৰে। বুদ্ধতকৈ শ্ৰেষ্ঠ দেৱতা কিম্বা ব্ৰহ্মা আছে বুলি ভাবিলে, নাইবা যি কোনো দুৰ্ব্বল দেৱতাক বুদ্ধতকৈ অধিক ক্ষমতাশালী বা গুণৱান বুলি চিন্তা কৰিলে লৌকিক শৰণ ভঙ্গ হৈ যায়।

লৌকীয় শৰণ চাৰি শ্ৰেণীত ভাগ কৰা যায়। যেনে—আত্ম-সমৰ্পণ, তৎপৰায়ণ, শিষ্যত্ব গ্ৰহণ আৰু প্ৰণিপাত শৰণ।

(১) আত্মসমৰ্পণ বুলিলে—মই আজিৰ পৰা বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ ওচৰত আত্মসমৰ্পণ কৰিছো। ইয়াক আত্মসমৰ্পণ কোৱা হয়।

(২) আজিৰ পৰা মই বুদ্ধপৰায়ণ, ধৰ্ম্মপৰায়ণ আৰু সঙ্ঘ-পৰায়ণ হৈছো। মোক ত্ৰিশৰত্ন পৰায়ণ বুলি গ্ৰহণ কৰক, এনে প্ৰকাৰৰ শৰণক তৎপৰায়ণ শৰণ বোলা হয়।

(৩) আজিৰ পৰা মই বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ শিষ্য হলো, মোক একান্ত শৰণাগত শিষ্য বুলি ধাৰণা কৰক। এনে শৰণ গ্ৰহণ কৰাকে শিষ্যত্ব শৰণ বোলা হয়।

(৪) "মই আজিৰ পৰা বুদ্ধাদি ত্ৰিৰত্নক অভিবাদন, প্ৰত্যুত্থান অঞ্জলিকৰ্ম্ম আৰু সৌজন্য প্ৰদৰ্শন কৰিম, মোক ত্ৰিৰত্ন সেৱক বুলি ধৰি লওক।" এইদৰে ত্ৰিৰত্নৰ প্ৰতি গভীৰ ভক্তিভাৱাপন্ন হৈ প্ৰণিপাত কৰি যি শৰণ গৃহীত হয়, ইয়াক প্ৰণিপাত শৰণ বোলা হয়।

### পুনঃশ্চ

(১) "বুদ্ধ বা বুদ্ধৰ উপদেশ মই নিজকে পৰিত্যাগ কৰিছো আৰু তাৰ বাবে জীৱন দান কৰিলো। মোৰ ব্যক্তিত্ব ভগৱানৰ

পৰিত্যক্ত, মোৰ জীৱন ভগৱানৰ উদ্দেশ্যে উৎসৰ্গা কৰিলো। মই বুদ্ধৰ শৰণ লৈছো। বুদ্ধই মোৰ আশ্ৰয়স্থল, বুদ্ধই ত্ৰাণকৰ্ত্তা, মই সদায় বুদ্ধপৰায়ণ।" এনে শৰণ গ্ৰহণ কৰাকে আত্মসমৰ্পণ শৰণ বোলে।

(২) মহাকাশ্যপ স্থবিৰৰ দৰে শিষ্যত্ব গ্ৰহণ কৰিলে—"মই মাত্ৰ শাস্তাক দৰ্শন কৰিম, ভগৱানক, সুগতক আৰু সম্যক সম্বুদ্ধক দৰ্শন কৰিম।" এইদৰে সৰ্ব্বান্তকৰণে আত্ম-নিবেদনক শিষ্যত্ব শৰণ গ্ৰহণ কৰা বোলে।

(৩) "সোঽহং বিচৰিস্‌সামি গামাগামং পুৰাপুৰং,
নমস্‌সমানো সম্বুদ্ধং ধম্মস্‌স চ সুধম্মতং।"

মই সম্যকসম্বুদ্ধক আৰু ধৰ্ম্মৰ উত্তম ধৰ্ম্মক নমস্কাৰ কৰি কৰি এগাৱঁৰ পৰা ইগাৱঁলৈ, এখনি নগৰৰ পৰা আন এখনি নগৰলৈ বিচৰণ কৰিম। এইদৰে আলৱক যক্ষৰ দৰে শৰণ গ্ৰহণ কৰাকে তৎপৰায়ণ শৰণ লোৱা বোলে।

(৪) এসময়ত ব্ৰহ্মায়ু ব্ৰাহ্মণে ভগৱানৰ শৰণ গ্ৰহণ কৰিবলৈ গৈ বুদ্ধৰ পদযুগল মুখেৰে চুমা খাই আৰু হাতেৰে মোহাৰি মোহাৰি কলে—"ভগৱান গৌতম, মই ব্ৰাহ্মণ ব্ৰহ্মায়ু, এইদৰে নিজৰ নামকৈ শৰণ লৈছিলো। ইয়াকে প্ৰণিপাত শৰণ বোলে।

## শীল

শীল শব্দৰ প্ৰকৃত অৰ্থ সমাধান বা সুনীতি, সুচৰিত্ৰৰ দ্বাৰা কায়িক, বাচনিক আৰু মানসিক কৰ্ম্মৰ সংযম। নাইবা শীল অৰ্থে উপধাৰণ, কুশলধৰ্ম্ম সমূহৰ প্ৰতিষ্ঠা বা আধাৰ। কুশল ধৰ্ম্মত প্ৰতিষ্ঠিত হব পাৰিলে মানুহ ক্ৰমে আত্ম-মুক্তিৰ ফালে আগবাঢ়ি যাব পাৰে তাকেই শীল বোলে। ৰজা মিলিন্দই স্থবিৰ নাগসেনক শীলৰ লক্ষণ সোধাত তেওঁ প্ৰত্যুত্তৰত কৈছিল—"মহাৰাজ, শীলৰ লক্ষণ প্ৰতিষ্ঠা। সকলো কুশলধৰ্ম্ম—পঞ্চবিধ ইন্দ্ৰিয়, পঞ্চবল,

সপ্তবোধ্যঙ্গ, চাৰিবিধ নির্ব্বাণমার্গ, চাৰি সম্যক প্রধান, চাৰি স্মৃতি প্রস্থান, চাৰি ঋদ্ধিপাদ ইত্যাদি কুশল ধর্ম্ম সমূহৰ প্রতিষ্ঠাই শীল। কুশল ধর্ম্মবিলাক শীলৰ আশ্রয়ত থাকিলে পৰিক্ষীণ নহয়; বৰং বৃদ্ধি আৰু বিপুলতা প্রাপ্ত হয়।”

“ভন্তে উপমাৰ দ্বাৰা বুজাই দিয়ক।”

“যেনেকৈ মহাৰাজ,—পাহাৰ, পর্ব্বত গছলতা আদি পৃথিৱীত প্রতিষ্ঠিত হৈ বৃদ্ধি আৰু বিপুলতা লাভ কৰে, সেই দৰে মুক্তিকামী যোগীয়ে শীলক আশ্রয় কৰি আৰু শীলত প্রতিষ্ঠিত হৈ শ্রদ্ধা, বীর্য্য, স্মৃতি, সমাধি আৰু প্রজ্ঞা—এই পাঁচ ইন্দ্রিয় আৰু পাঁচ প্রকাৰ বল ভাৱনা কৰি থাকে।

বিশুদ্ধি মার্গ নামৰ গ্রন্থত শীলৰ সম্পর্কে বহুত ৰকমৰ বিভাগ দেখুৱা হৈছে। ইয়াত সংক্ষেপে মাত্র চাৰি প্রকাৰ শীল উল্লেখ কৰা হৈছে। ভিক্ষুশীল, ভিক্ষুণীশীল, অনুপসম্পন্নশীল আৰু গৃহীশীল।

ভিক্ষুসকলৰ পালনীয় শীলক ভিক্ষুশীল আৰু ভিক্ষুণীসকলৰ পালনীয় শীলক ভিক্ষুণীশীল কোৱা হয়।

শ্রমণ আৰু শ্রমণেৰীসকলৰ পালনীয় দশশীলক অনুপসম্পন্ন-শীল বোলে।

সাধাৰণ গৃহস্থ বা উপাসক উপাসিকাসকলৰ নিত্য পালনীয় শীল পঞ্চশীল। তেওঁলোকে উপোসথৰ অঙ্গ অষ্টশীল আৰু শ্রদ্ধাৱান উৎসাহী সকলে দশশীলো পালন কৰিব পাৰে। কিন্তু দশশীল পালন কৰিলে মুৰ খুৰাই গেৰুৱা বস্ত্র পৰিধান কৰি নির্জ্জন ঘৰত থকাটোহে বাঞ্চনীয়।

পঞ্চ, অষ্ট আৰু দশশীল ভাল দৰে পালন কৰিবলৈ হলে, কি কি কাৰণে শীলভঙ্গ হয়, তাক জনাৰ একান্ত প্রয়োজন। শীলভঙ্গৰ কাৰণ নাজানিলে শীল পালনত সদায় সন্দেহ জন্মে। গতিকে যিসকলে শীলপালন কৰিবলৈ ইচ্ছা, তেওঁলোকে তলত উল্লেখ কৰা কাৰণ কেইটা জানিলে সহজে শীল পালন কৰিব পাৰে।

"য়ো গৱং ন জানাতি ন সো ৰক্খতি গোগণং,
এৱং সীলং অজানন্তো কিং সো ৰক্খেয্য সংৱৰন্তি।"

যিয়ে গৰু চিনি নাপায় সি কেনেকৈ গৰু চৰাব? সেইদৰে যিয়ে শীল কি তাক নাজানে; সি কেনেকৈ শীল ৰক্ষা কৰিব?

"তত্থ একেকাপি ৱিৰতি সম্পত্ত সমাদান সমুচ্ছেদ-ৱসেন তিৱিধা।" তাৰ ভিতৰত একো একোটি শীল সম্প্ৰাপ্ত, সমাদান আৰু সমুচ্ছেদ বিৰতিভেদে তিনি প্ৰকাৰ। ভিক্ষুৰ পৰা শীল-গ্ৰহণ কৰি অথবা নকৰি অনিচ্ছাসত্বেও লোকলজ্জাত শীলভঙ্গ নকৰাক সম্প্ৰাপ্ত বিৰতি বোলে। ভিক্ষুৰ পৰা শীল গ্ৰহণ কৰি বা নিজে অধিষ্ঠান কৰি—"সুন্দৰভাৱে শীল ৰক্ষা কৰিম" এইদৰে দৃঢ়প্ৰতিজ্ঞা কৰি ফলাকাঙ্ক্ষাত শীলভঙ্গ নকৰাকে সমাদান বিৰতি বোলে। মাৰ্গলাভৰ সময়ত দুশ্চৰিত কৰ্ম্ম সমুচ্ছিন্ন হয় বুলিয়েই মাৰ্গস্থ লোকৰ ৰক্ষা কৰা শীলক সমুচ্ছেদন বিৰতি শীল বুলি কয়।

ভিক্ষুৰ পৰা শীল গ্ৰহণ কৰা বা নকৰা শীল ৰক্ষা কৰিব পাৰে। পালি ভাষাত কব নোৱাৰিলে, নিজ মাতৃভাষাত অধিষ্ঠান কৰিলেও হয়। গৃহী শীলৰ লগত প্ৰৱ্ৰজিত শীলৰ বহুত ব্যৱধান আছে। গৃহীশীল এটা ভঙ্গ হলে আন কেইটা থাকে। যিটো ভঙ্গ হৈছে সেইটোৰ দোষতেই দোষী হয়। 'পেতৱত্থু' গ্ৰন্থত তাৰ উল্লেখ আছে।

১। পাণাতিপাতা ৱেৰমণী সিক্খা পদং—

প্ৰাণী অতিপাত বিৰতি শিক্ষাপদ। ইয়াত 'অতি' শব্দ স্বাভাৱিকতে মাৰিবলৈ নিদিয়া নানা উপায়ে জীৱ থকা অৱস্থাত জীৱন নাশ কৰা। প্ৰাণী অৰ্থে সত্ব, পৰমৰ্থত ৰূপাৰূপ জীৱিতেন্দ্ৰিয়। গুণহীন পশু-পক্ষী হত্যাত অলপ পাপ, ডাঙৰ জন্তুৰ ডাঙৰ পাপ। সেইদৰে মানুহৰ মাজতো গুণ অনুসাৰে বেচি-কম হিচাবে পাপৰ তাৰতম্য হয়। আৰু বেচি দিন দুঃখ দি মাৰিলে আৰু হঠাৎ মাৰিলে তাৰ পাপো বেচি আৰু কম হয়।

কাৰণ মাৰিবলৈ যিমানেই অকুশল চেতনা উৎপন্ন হয়, সিমানেই চেতনানুসাৰে পাপৰ কম বেচি হৈ থাকে।

পাণোভৱে পাণসঞ্ঞী ৱধকচিত্তমুপক্কমো,
তেন জীৱিত নাসো চ অঙ্গা পঞ্চ ৱধস্সিমে।

প্ৰাণী, প্ৰাণী বুলি জানিব লাগিব বধৰ চেতনা থকা, মাৰাৰ উপক্ৰম হোৱা, আৰু সেই উপক্ৰমৰ দ্বাৰা জীৱনপাত কৰা। এই পাঁচটা কাৰণ যুক্ত থাকিলে প্ৰাণীহত্যা অপৰাধত অপৰাধী হয়। ইয়াৰ দ্বাৰা আয়ু ছুটি আৰু অকাল মৃত্যু হয়।

২। অদিন্নাদানা ৱেৰমণী সিক্খাপদং—নিদিয়া বস্তু গ্ৰহণ বিৰতি শিক্ষাপদ। যি বস্তু গিৰিহঁতে দিয়া নাই, সেই বস্তু গ্ৰহণ নকৰা। কোনেও নজনাকৈ চোৰ কৰিলে শাস্তি নেপালেও চোৰৰ অপৰাধত দোষী হবয়েই।

মনুস্স ভণ্ডং তথাসঞ্ঞী থেয়্য চিত্তমুপক্কমো,
তেনেৱ ভণ্ডহৰণং পঞ্চ অঙ্গানি থেনিনো।

আনৰ বস্তু, আনৰ বস্তু বুলি জনা, চোৰৰ মন উদয় হোৱা, চোৰ কৰাৰ উপক্ৰম হোৱা আৰু সেই উপক্ৰমৰ দ্বাৰা চোৰ কৰা, এই পাঁচটা কাৰণ থাকিলে চোৰৰ অপৰাধত অপৰাধী হয়। ভিক্ষু শ্ৰমণ সকলে মানুহৰ বস্তু বাহিৰে দেৱতা-প্ৰেতাদিৰ বস্তু গ্ৰহণ কৰিলে অপৰাধী নহয়। চোৰ কৰ্ম্মৰ ফলত অতি নিঃকিন হৈ জন্মগ্ৰহণ কৰেগৈ।

৩। অব্ৰহ্মচৰিয়া (কামেসুমিচ্ছাচাৰা) ৱেৰমণী সিক্খাপদং —অব্ৰহ্মচৰ্য্য বা ব্যভিচাৰ বিৰতি শিক্ষাপদ।

অগ্মাচৰিয় ৱত্থুঞ্চ তত্থ সেৱনমানসং,
মগ্গেনমগ্গভজনং তীনি অব্ৰহ্মচাৰিনো।

অগমনীয় স্ত্ৰী, মৈথুনসেৱনৰ চিত্ত, মাৰ্গত প্ৰৱেশ এই তিনিটি অব্ৰহ্মচৰ্য্য শীলৰ অঙ্গ। ইয়াতে নিজ ইচ্ছাই আৰু বলমতকৈ

তিনিটা অঙ্গ, নাইবা আন উপায়ে সেৱনৰ সৈতে চাৰিটা অঙ্গ ব্যভিচাৰৰ কাৰণে কোৱা হয়। ইয়াৰ দ্বাৰা স্ত্ৰী হয় আৰু পুৰুষত্বহানি হয়, পুৰুষ হলেও অপুত্ৰকতা প্ৰভৃতি দোষত দোষী হয়। স্ত্ৰীও নপুংসকতা আৰু অপুত্ৰকতা হয়।

৪। মুসাৱাদা ৱেৰমণী সিক্খাপদং—মিচা-বৃথা-কটু-ভেদ এই চাৰিপ্ৰকাৰ মিচা কথাৰ বিৰতি শিক্ষাপদ।

ৱথুনো ৱিতথঞ্চেৱ ৱিসংৱাদনমানসং,

ৱায়ামতা পৰিঞ্ঞাণং মুসাৱাদস্স চাতুৰো।

অভূত বিষয়, প্ৰবঞ্চনা মন, মিচা কোৱাৰ চেষ্টা আৰু যাক কয় তেওঁৰ জ্ঞাত হোৱা, মিচা কথাৰ এই চাৰিটা অঙ্গ। ইয়াৰ দ্বাৰা মুখৰ পৰা দুৰ্গন্ধ, খুনা আৰু কটু কথা কোৱা প্ৰভৃতি হয়।

৫। সুৰা-মেৰেয়-মজ্জ-পমাদট্ঠানা ৱেৰমণী সিক্খাপদং—সুৰা, মৈৰেয়, মাদকদ্ৰব্য সেৱন আৰু প্ৰমাদ কাৰণ বিৰতি শিক্ষাপদ। পিঠা, পুৱা, ভাত, আলু আৰু সম্ভাৰ সংযুক্ত পাঁচ প্ৰকাৰ সুৰা আৰু পুষ্প, গুটি, মধু, গুড় আৰু সম্ভাৰ সংযুক্ত পাঁচ প্ৰকাৰ মৈৰেয়। ইয়াৰ বাহিৰে মদনীয় যিমান বিলাক বস্তু আছে, সেইবিলাক মাদকদ্ৰব্য বুলি কোৱা হয়।

সুৰা ভৱে পাতুকামো অজ্ঝোহৰণয়োগতা

তেনেৱ অজ্ঝোহৰণং সুৰাপানস্স চাতুৰো।

সুৰা, সুৰাপানৰ চেতনা, পান কৰাৰ চেষ্টা; সেই চেষ্টাত পান কৰা, এই চাৰিটা সুৰাপানৰ অঙ্গ। সুৰাপানকাৰীয়ে নৰক, তিৰ্য্যকযোনিত, প্ৰেতলোকত আৰু অসুৰলোকত উৎপন্ন হয়। ঔষধৰ দৰে অলপ অলপ খালেও মনুষ্যলোকত জন্মগ্ৰহণ কৰি বলিয়া, এলাগি, বোবা, মূৰ্খ প্ৰভৃতি হয়। পঞ্চশীলৰ ভিতৰত এই শীলটো ভঙ্গ কৰা সৰ্ব্বাপেক্ষা কষ্টদায়ক।

৬। ৱিকালভোজনা ৱেৰমণী সিক্খাপদং—বিকাল ভোজনৰ বিৰতি শিক্ষাপদ। সূৰ্য্য ঠিয় হোৱা বা দুপৰীয়ালৈকে খোৱা শেষ

কৰি, আবেলি আঠ প্ৰকাৰ পানীয় বস্তু আৰু পাঁচ প্ৰকাৰ ভৈষজ্য সেৱন কৰিব পাৰে।

ৱিকালতা আহৰণং অজ্ঝোহৰণয়োগতা,

ৱিমুত্ততং অকালস্স অঙ্গানি চাতুৰো সিয়ুং।

অকাল বা আবেলি, খাদ্য-ভোজ্যাদি মুখেৰে গ্ৰহণ, আহাৰ খোৱাৰ ইচ্ছা আৰু আহাৰ কৰা বিকাল ভোজনৰ এই চাৰিটা অঙ্গ। কিন্তু বিনয়ত বিকাল বা আবেলি বেলিকাত খাদ্য-ভোজ্যাদি পূৰ্ব্বাহ্ণ কালিক বস্তু আৰু খোৱা এই তিনিটি অঙ্গ দেখা যায়। ইয়াৰ পৰা ব্ৰহ্মচৰ্য্যৰ ব্যাঘাত হয়, এলাহ তন্দ্ৰা প্ৰভৃতি দোষ হয়। এই শিক্ষাপদ লঙ্ঘন কৰিলে নৰকত উৎপন্ন হৈ দুঃখ ভোগ কৰিব লগা হয়।

৭। নচ্চ-গীত-ৱাদিত-ৱিসুকদস্সন ৱেৰমণী সিক্খাপদং—নৃত্য-গীত-বাদ্যদৰ্শন আৰু শ্ৰৱণ বিৰতি শিক্ষাপদ। এই নৃত্যগীতাদি চাৰিটি বিষয় নিজে কৰিলে অথবা আনৰ দ্বাৰা কৰালে শীল লঙ্ঘন হয়।

নচ্চাদীনং দস্সনতা তপ্পৰেক্খা তথেৱ চ,

নচ্চাদীনং দস্সনস্স অঙ্গা তীণি ভৱন্তি তে।

যেই কোনো প্ৰকাৰৰ নৃত্যাদি হোৱা, থকা ঠাইৰ পৰা চোৱাৰ ইচ্ছাৰে যোৱা, প্ৰয়োগ আৰু চোৱা, নৃত্যাদি দৰ্শনৰ এই তিনিটা অঙ্গ থকা ঠাইৰ পৰা দেখিলে বা শুনিলে শীলভঙ্গ নহয়। ইয়াৰ দ্বাৰা চিত্ত চঞ্চলাদি বিবিধ দোষ হয়।

৮। মালা-গন্ধ-ৱিলেপনা-ধাৰণ-মণ্ডন-ৱিভূসনট্‌ঠানা ৱেৰমণী সিক্খাপদং—পুষ্পাদিৰ মালা, সুগন্ধি আদিৰ গন্ধ, পাউডাৰ, স্নো, চন্দনাদি মুখত হেন্দুৱা আৰু অলঙ্কাৰাদি পিন্ধা, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ শোভা বঢ়োৱাৰ কাৰণ বিৰতি শিক্ষাপদ। এইবিলাক নিজে ব্যৱহাৰ কৰিলে শীলভঙ্গ হয়। আনৰ সাজ-সজ্জা দেখিলে নহয়। "নচ্চ-গীত" আৰু "মালা-গন্ধ" এই শিক্ষাপদ দুটি "সত্তমক অট্‌ঠমক ৱসেন" দুটাৰ যোগত সাতটা আৰু দুটাৰ বিভাগত আঠটা "আগম-

পৰিয়ায় কৰ্ম্মৰসেন” অৰ্থাৎ শাস্ত্ৰগত কাৰণ আৰু কৰ্ম্ম অনুসৰি অষ্টশীলত এটি আৰু দহশীলত দুটি বুলি ধৰা হয়।

মালাদীনং ধাৰণঞ্চ তপ্পুৰেক্খা তথেৱ চ,
মালাদীনং ধাৰণঞ্চ অঙ্গা তীণি ভৱন্তি তে।

গ্ৰহণৰ যোগ্য মালাদি হোৱা, গ্ৰহণৰ উপক্ৰম আৰু মালাদি গ্ৰহণ কৰা ইয়াৰ এই তিনিটা অঙ্গ। ইয়াৰ দ্বাৰা কামগুণ আৰু অকুশল চেতনা বৰ্দ্ধিত হৈ ভৱান্তৰত নৰকোৎপত্তিৰ হেতু হয়।

৯। উচ্চাসয়ন-মহাসয়না ৱেৰমণী সিক্খাপদং—উচ্চাসন অৰ্থাৎ পালেঙৰ ওখ ভগৱান বুদ্ধৰ আঙ্গুলিৰে আঠ আঙ্গুলি অথবা সাধাৰণ মানুহৰ হাতৰে এহাত ওখ পালেঙ আৰু আসনাদি। মহাসন অৰ্থাৎ ব্ৰহ্মচাৰীৰ অযোগ্য আসন বা বিছনা, বিছনা কাপোৰ আঠ প্ৰকাৰ আৰু সেই অনুপাতে কমাল জাতীয় কম্বল-বস্ত্ৰাদি, শয্যাৰ দুয়োকাষে গাৰু আৰু তুলাৰ তোষক ইত্যাদি বিৰতি শিক্ষাপদ।

অকপ্পিয়া সম্বৰণা অতিৰেকপ্পমাণতা,
সয়নাসনতা তস্মিং উচ্চাসনস্স চাতুৰো।

অযোগ্য বিছনা, প্ৰমাণৰ অতিৰিক্ত, তাত শোৱা আৰু বহা, এই চাৰিটা অঙ্গ। ইয়াৰ দ্বাৰা ব্ৰহ্মচাৰীৰ নানা নিমিত্ত আৰু কাম-ৰাগাদিৰ হেতু হয়।

১০। জাতৰূপ-ৰজতপ্পটিগ্গহণা ৱেৰমণী সিক্খাপদং-সোণ-ৰূপ অৰ্থাৎ যি দেশত যি প্ৰকাৰে টকা, পইচা, নোট প্ৰভৃতি ব্যৱহৃত হয়, তাক প্ৰতিগ্ৰহণ বিৰতি শিক্ষাপদ।

হেমাদীনং গহণঞ্চ অত্ত উদ্দিস্সতা সিয়ুং,
সুৱন্ন-ৰজতাদীনং-গাহা গাহাপনদিকং’তি।

সোণ-ৰূপাদি হোৱা, নিজৰ কাৰণে লোৱা, সোণ-ৰূপাদি নিজে গ্ৰহণ কৰা বা আনৰ দ্বাৰা গ্ৰহণ কৰোৱা, জাতৰূপৰজত গ্ৰহণৰ এই তিনিটি অঙ্গ। ইয়াৰ দ্বাৰা ভোগ বাসনাৰ বৃদ্ধি হয়। সেই কাৰণে ই ব্ৰহ্মচৰ্য্য পালনৰ পক্ষে মহা অন্তৰায়জনক।

## শীলৰ ফল বৰ্ণনা

১। সীলেন সুগতিং য়ন্তি সীলেন ভোগসম্পদা
সীলেন নিব্বুতিং য়ন্তি তস্মা সীলং বিসোধয়ে।

শীলৱানসকলে শীল পালন কৰি স্বৰ্গলৈ যাব পাৰে, ভোগ সম্পত্তি লাভ কৰে আৰু আনকি ইয়াৰ প্ৰভাৱত নিৰ্ব্বাণ লাভ কৰিব পাৰে। সেই কাৰণে শীল বিশুদ্ধভাৱে ৰক্ষা কৰিবা।

২। সাসনে কুলপুত্তানং পতিট্‌ঠা নত্থি য়ং বিনা।
আনিসংস পৰিচ্ছেদং তস্স সীলস্স কো বদে?

যি শীল পালন নকৰিলে গৃহী আৰু কুলপুত্ৰসকলৰ প্ৰকৃত বৌদ্ধ বুলি পৰিগণিত ও পৰিচিত নহয়, সেই শীলৰ ফলৰ পৰিমাণ কিমান হ'ব পাৰে তাক কোনো ৰকমেই লিখি বৰ্ণনা কৰা নাযায়।

৩। ন গঙ্গা যমুনা চাপি সৰভূ বা সৰস্সতী,
নিন্নগা বাচিৰৱতী মহীচাপি মহানদী।
সক্কুণন্তি বিসোধেতুং তম্মলং ইধ পাণিনং,
বিসোধয়তি সত্তানং য়ং বে সীলজলং মলং।

গঙ্গা, যমুনা, সৰভূ, সৰস্বতী, অচিৰৱতী আৰু মহতী মহীনদীৰ পানীয়ে প্ৰাণীৰ পাপমল ধুই নিব নোৱাৰে। কিন্তু শীলৰূপ পানীৰ দ্বাৰাহে মানুহৰ মনৰ পাপমল পৰিশুদ্ধ কৰিব পৰা যায়। "আন ধৰ্ম্মত গঙ্গাস্নান আদিত পাপমল ধুই নিষ্পাপ হব পাৰিলেও ভগৱান বুদ্ধৰ প্ৰচাৰিত ধৰ্ম্মত তাক স্বীকাৰ কৰা নাই।"

৪। নতং সজলদা বাতা ন চাপি হৰিচন্দনং,
নেৱ হাৰা ন মণয়ো ন চন্দকিৰণঙ্কুৰা।
সময়ন্তীধ সত্তানং পৰিলাহং সুৰক্খিতং,
য়ং সমেতি ইদং অৰিয়ং সীলং অচ্চন্তসীতলং।

সজল শীতল বায়ু, ৰঙাচন্দন, হাৰ, মণি-মাণিক্যাদি অথবা চন্দ্ৰৰ কিৰণে মানুহৰ চিত্তৰ বা মনৰ দাহ শীতল কৰিব নোৱাৰে। কিন্তু

অতি শীতল এই শ্রেষ্ঠ আৰ্য্যশীল সুন্দৰকৈ পালন কৰিলে সেই নিদাৰুণ দাহ শান্ত শীতল কৰিব পাৰে।

৫। সীল গন্ধসমো গন্ধো কুতো নাম ভৱিস্সতি,

যো সমং অনুৱাতে চ পটিৱাতে চ ৱায়তি।

শীলগন্ধৰ সমান মনোৰম গন্ধ আৰু নাই। ই বায়ুৰ অনুকূল আৰু প্ৰতিকূলেৰে প্ৰৱাহিত হয়। অৰ্থাৎ ফুলাদিৰ সুগন্ধ বায়ুৰ অনুকূল ফালে মাত্ৰ যায়, কিন্তু শীলৱানৰ সুখ্যাতি ৰূপ কীৰ্ত্তিগন্ধ বায়ুৰ লগত যে যায়েই আনকি বায়ুৰ বিপৰীত ফালেও প্ৰৱাহিত হয়।

৬। সগ্গাৰোহণসোপানং অঞ্ঞং সীলসমং কুতো?

দ্বাৰং ৱা পন নিব্বাননগৰস্সপ্পৱেসনে।

এই শীল জখলাৰ দৰে স্বৰ্গাৰোহণৰ জখলা নাই। অৰ্থাৎ শীলেই একমাত্ৰ স্বৰ্গলৈ যোৱাৰ জখলা। নিৰ্ব্বাণ নগৰত প্ৰৱেশ কৰাৰ কাৰণেও শীলেই একমাত্ৰ দুৱাৰ।

৭। সোভন্তেৱ ন ৰাজানো মুক্তামণিৱিভূসিতা,

য়থা সোভন্তি য়তিনো সীলভূসণভূসিতা।

শীলৰূপ অলঙ্কাৰৰ দ্বাৰা ভূষিত ভিক্ষুসকলে যেনেকৈ শোভিত হৈ থাকে, মণি-মুক্তাদি বিভূষিত নৰপতিসকলকো তেনেকৈ শোভিত নহয়।

৮। অত্তানুৱাদাদি ভয়ং ৱিদ্ধংসয়তি সব্বসো,

জনেতি কিত্তিহাসঞ্চ সীলং সীলৱতং সদা।

শীল পালনৰ দ্বাৰা শীলৱানসকলৰ নিন্দা অপবাদ ইত্যাদি ভয় বিদূৰীত হয়। সদায় তেওঁলোকৰ আনন্দ আৰু সুকীৰ্ত্তি বাঢ়ি যায়।

৯। গুণানং মূলভূতস্স দোসানং বলঘাতিনো,

ইতি সীলস্স বিঞ্ঞেয়্যং আনিসংসকথমুখন্তি।

উত্তম গুণবিলাকৰ মূল আৰু দোষবিলাকৰ বলঘাতী শীলৰ মুখ্য ফল ইয়াতে বৰ্ণনা কৰা হল। এয়েই শীল পালনৰ উত্তম পুৰস্কাৰ বুলি জানিব।

## ক্ষমা প্ৰাৰ্থনা

কায়েন ৱাচাচিত্তেন পমাদেন ময়াকতা
অচ্চয়ো খমতু মে ভন্তে বোধি পঞ্ঞা তথাগতা।

### অনুবাদ

ভন্তে, প্ৰমত্ত হৈ কায়, বাক্য আৰু মনৰ দ্বাৰা যিবিলাক অপৰাধ কৰিছো সেই সকলোবিলাক ক্ষমা কৰিব। ইয়াৰ প্ৰভাৱত মোৰ বোধি-জ্ঞান লাভৰ হেতু হওক।

### পঞ্চশীল

ওকাস অহং ভন্তে তিসৰণেন সহ পঞ্চসীলং ধম্মং য়াচামি, অনুগ্গহং কত্বা সীলং দেথ মে ভন্তে। দুতিয়ম্পি......। ততিয়ম্পি......।

### অনুবাদ

ভন্তে, মোক অনুমতি পূৰ্ব্বক অনুগ্ৰহ কৰি ত্ৰিশৰণ সহ পঞ্চশীল প্ৰদান কৰক, মই প্ৰাৰ্থনা কৰিছো। দ্বিতীয়·...তৃতীয় বাৰ প্ৰাৰ্থনা কৰিছো।

**ভিক্ষু:** "য়মহং ৱদামি তং ৱদেহি ( বহুবচনত—'ৱদেথ' )।

**অনু:** মই যি কওঁ, তুমিও লগে লগে তাকে কবা।

**গৃহী:** "আম ভন্তে।" **অনু:** ভাল প্ৰভো।

নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স। ( এইভাবে তিনিবাৰ কব লাগে। )

**অনু:** সেই অহৰত সম্যক সম্বুদ্ধক নমস্কাৰ।

বুদ্ধং সৰণং গচ্ছামি, ধম্মং সৰণং গচ্ছামি, সঙ্ঘং সৰণং গচ্ছামি।

### অনুবাদ

বুদ্ধৰ শৰণ গ্ৰহণ কৰিছো, ধৰ্ম্মৰ আৰু সংঘৰ শৰণ গ্ৰহণ কৰিছো।

দুতিয়ম্পি বুদ্ধং সৰণং গচ্ছামি, দুতিয়ম্পি ধম্মং সৰণং গচ্ছাম, দুতিয়ম্পি সঙ্ঘং সৰণং গচ্ছামি।

**অনু ঃ** দ্বিতীয়বাৰ বুদ্ধৰ, ধৰ্ম্মৰ আৰু সংঘৰ শৰণ কৰিছো। ততিয়ম্পি বুদ্ধং সৰণং গচ্ছামি, ততিয়ম্পি ধম্মং সৰণং গচ্ছামি, ততিয়ম্পি সজ্ঘং সৰণং গচ্ছামি।

**অনু ঃ** তৃতীয়বাৰ বুদ্ধৰ, ধৰ্ম্মৰ, আৰু সংঘৰ শৰণ গ্ৰহণ কৰিছো।

**ভিক্ষু ঃ** তিসৰণগমনং সম্পুন্নং।

**অনু ঃ** ত্ৰিশৰণ গ্ৰহণ পৰিপূৰ্ণ হ'ল।

**গৃহী ঃ** আম ভন্তে। **অনু ঃ** ভাল প্ৰভো।

(১) পাণাতিপাতা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি

(২) আদিন্নাদানা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

(৩) কামেসু মিচ্ছাচাৰা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

(৪) মুসাৱাদা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

(৫) সুৰামেৰয়-মজ্জ পমাদট্‌ঠানা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

## অনুবাদ

(১) মই প্ৰাণীহত্যাৰ পৰা বিৰত থকা শিক্ষাপদ গ্ৰহণ কৰিছো।

(২) মই চুৰিকৰ্ম্মৰ " " " " " "।

(৩) মই ব্যভিচাৰৰ " " " " " "।

(৪) মই মিথ্যাবাক্যৰ " " " " " "।

(৫) মই সুৰাদি মাদক দ্ৰব্য সেৱনৰ " " " " " "।

**ভিক্ষু ঃ** সাধু, সাধু, সাধু তিসৰণেন সদ্ধিং পঞ্চসীলং ধম্মং সাধুকং সুৰক্‌খিতং কত্বা অপ্পমাদেন সম্পাদেথ।

**অনু ঃ** ভাল। তেন্তে ত্ৰিশৰণ সহ পঞ্চশীল ধৰ্ম্ম অপ্ৰমত্ত হৈ সুন্দৰভাৱে ৰক্ষা কৰিবা।

**গৃহী ঃ** আম ভন্তে। **অনু ঃ** ভাল প্ৰভো।

## অষ্টশীল প্ৰাৰ্থনা

অষ্ট উপোসথ শীল গ্ৰহণ কৰিবলৈ হলে :—"অহং ভন্তে, অজ্জ ইমঞ্চ দিৱসং ৰত্তিং উপোসথং উপৱস্‌সামি ( তিনিবাৰ )।" দিনটো গ্ৰহণ কৰি ৰাতি ত্যাগ কৰিবলৈ হলে 'ৰত্তিং' শব্দটো কব নালাগে। অষ্ট উপোসথ শীল ত্যাগ কৰিবলৈ হলে—"অহং ভন্তে অট্‌ঠ উপোসথ সীলং নিক্‌খিপামি, পঞ্চসীলং য়াচামি ( তিনিবাৰ )।"

ওকাস, অহং ভন্তে তিসৰণেন সহ অট্‌ঠাঙ্গসমন্নাগতং উপোসথ সীলং ধম্মং য়াচামি, অনুগ্ৰহং কত্বা সীলং দেথ মে ভন্তে। দুতিয়ম্পি ......ততিয়ম্পি......।

**অনু :** আজ্ঞা দিয়ক প্ৰভো! মই ত্ৰিশৰণ সহ অষ্টাঙ্গযুক্ত উপোসথ শীল প্ৰাৰ্থনা কৰিছো। ভন্তে! অনুগ্ৰহ কৰি মোক শীল প্ৰদান কৰক। দ্বিতীয়......তৃতীয় বাৰ......।

( ভিক্ষুৱে পঞ্চশীলৰ দৰেই কব লাগে। )

নমো তস্‌স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্‌স।

(১) পাণাতিপাতা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি

(২) অদিন্নাদানা " " "

(৩) অব্ৰহ্মচৰিয়া " " "

(৪) মুসাৱাদা " " "

(৫) সুৰা-মেৰেয়-মজ্জ-পমাদট্‌ঠানা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি

(৬) ৱিকাল ভোজনা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি

(৭) নচ্চ-গীত-ৱাদিত-ৱিসুকদস্‌সন-মালা-গন্ধ-ৱিলেপন-ধাৰণ-মণ্ডন-ৱিভূসনট্‌ঠানা ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

(৮) উচ্চাসয়ন-মহাসয়না ৱেৰমণী সিক্‌খাপদং সমাদিয়ামি।

**অনু :** (১) পঞ্চশীলৰ দৰে। (২) পঞ্চশীলৰ দৰে। (৩) অব্ৰহ্মচৰ্য্যৰ পৰা বিৰত থকাৰ শিক্ষাপদ গ্ৰহণ কৰিছো। (৪) আক

(৫) পঞ্চশীলৰ দৰে। (৬) বেলা বাৰটাৰ পাচত ভোজন কৰা বিৰত শিক্ষাপদ গ্ৰহণ কৰিছো। (৭) নৃত্য-গীত-বাদ্য-প্ৰমত্ত চিত্ৰ দৰ্শন-মালা-গন্ধ-বিলেপন-গ্ৰহণ-মণ্ডন আৰু বিভূষণ কৰাৰ পৰা বিৰত থকাৰ শিক্ষাপদ গ্ৰহণ কৰিছো। (৮) ওখশৰ্য্যা আৰু মহাশৰ্য্যাত শোৱাৰ পৰা বিৰত থকাৰ শিক্ষাপদ গ্ৰহণ কৰিছো।

ভিক্ষুঃ সাধু, সাধু, সাধু তিসৰণেন সদ্ধিং অট্ঠাঙ্গসমন্নাগতং উপোসথসীলং ধম্মং সাধুকং সুৰক্খিতং কত্বা অপ্পমাদেন সম্পাদেথ।

গৃহীঃ আম ভন্তে।

## প্ৰব্ৰজ্যাৰ বিধি

তিচীৱৰঞ্চ পত্তঞ্চ ৱাসি সূচী চ বন্ধনং,
পৰিস্সাৱনঞ্চ দেমি অট্ঠৱিধং পৰিক্খাৰং।

### অনুবাদ

(১) উত্তৰাসঙ্গ, (২) সঙ্ঘাটি, (৩) অন্তৰ্ৱাস, (৪) পাত্ৰ, (৫) ক্ষুৰ, বেজী সূতা, (৭) কটিবন্ধনী, আৰু (৮) পানী ছাকনী এই আঠ প্ৰকাৰ সামগ্ৰীকে অষ্টপৰিষ্কাৰ কয়। জোতা, ছাতি, লাঠি আৰু বিছনা এই চাৰি প্ৰকাৰ সামগ্ৰী ধৰিলে বাৰ প্ৰকাৰ পৰিষ্কাৰ হয়। কিন্তু তলৰ চাৰিবিধ পাচত দিয়াৰ নিয়ম।

### প্ৰাৰ্থনা

প্ৰব্ৰজ্যা প্ৰাৰ্থীয়ে উৎকুটিক আৰু অঞ্জলীবদ্ধভাবে ত্ৰিচীৱৰ হাতত লৈ প্ৰাৰ্থনা কৰিব লাগে—

ওকাস অহং ভন্তে পব্বজ্জং য়াচামি, দুতিয়ম্পি...ততিয়ম্পি...।

### অনুবাদ

অনুমতি দিয়ক প্ৰভো মই প্ৰব্ৰজ্যা প্ৰাৰ্থনা কৰিছো। উৎকুটিক ভাৱে বহি হাতত ত্ৰিচীৱৰ লৈ দীক্ষা গ্ৰহণকাৰীয়ে দীক্ষাদানকাৰী ভিক্ষুৰ ( আচাৰ্য্য ) হাতত ত্ৰিচীৱৰখিনি প্ৰদান কৰিব লাগে।

সব্ব দুক্খ-নিস্সরণ-সচ্ছিকরণত্থায় ইমং কাসাৱং গহেত্বা পব্বাজেথ মং ভন্তে অনুকম্পং উপাদায়। (দ্বিতীয়, তৃতীয় বাৰ)

## অনুবাদ

প্ৰভো! এই কাষায় বস্ত্র গ্রহণ কৰি অনুগ্রহ পূৰ্ব্বক সকলো প্ৰকাৰ দুখৰ পৰা হাতসাৰি নিৰ্ব্বাণ লাভ কৰিবৰ কাৰণে প্ৰব্ৰজ্যা প্ৰদান কৰক। (দ্বিতীয়, তৃতীয় বাৰ)

## চীবৰ প্ৰাৰ্থনা

সব্ব দুক্খ-নিস্‌ৰণ-নিব্বান সচ্ছিকৰণত্থায় এতং কাসাৱং দত্বা পব্বাজেথ মং ভন্তে অনুকম্পং উপাদায়। (দ্বিতীয়, তৃতীয় বাৰ)

প্ৰব্ৰজ্যা প্ৰাৰ্থীৰ ডিঙিত কটি বন্ধনীডাল ধিলাকৈ বান্ধি ·····

অনিত্য অশুভ ভাৱনা অনুলোম প্ৰতিলোম ভাবে—"কেসা, লোমা, নখা, দন্তা, তচো। তচো, দন্তা, নখা, লোমা, কেসা। কেসা, লোমা, নখা, দন্তা, তচো।"

## অনুবাদ

চুলি, নোম, নখ, দাঁত আৰু চাল এইবিলাক কোনোটোৱেই নিত্য নহয় অশুভ।

তাৰ পাচত চীৱৰ পৰিধান কৰিবলৈ অনুমতি দিব লাগে। চীৱৰ পৰিধানৰ পাচত দহশীল প্ৰদান কৰি শ্ৰমণৰ দহবিধ পাৰাজিকা প্ৰত্যাবেশন শিক্ষা দিব লাগে। শ্ৰমণ সকলে ৭৫টা সেখিয়া ধৰ্ম্ম জনা একান্ত বাঞ্চনীয়। আৰু দুবেলা ব্ৰতপ্ৰতিব্ৰতাদি সম্পূৰ্ণ নকৰিলে শ্ৰমণশীল সম্পূৰ্ণ নহয়।

## দহশীল প্ৰাৰ্থনা

ওকাস অহং ভন্তে তিসৰণেন সদ্ধিং পব্বজ্জা সামণেৰ দসসীলং ধম্মং য়াচামি অনুগ্গহং কত্বা সীলং দেথ মে ভন্তে। দুতিয়ম্পি··· ততিয়ম্পি······।

## অনুবাদ

প্ৰভো।. অনুগ্ৰহ .কৰি শ্ৰমণ ধৰ্ম্মৰ প্ৰব্ৰজ্যা দহশীল প্ৰদান কৰক। মই প্ৰাৰ্থনা কৰিছো। ( দ্বিতীয়, তৃতীয় বাৰ )

## বাকী ত্ৰিশৰণাদি পঞ্চশীলৰ দৰেই

| | | | | | |
|---|---|---|---|---|---|
| (১) | পাণাতিপাতা | ৱেৰমণী | সিক্খাপদং | সমাদিয়ামি। | |
| (২) | অদিন্নাদানা | „ | „ | „ | । |
| (৩) | অব্ৰহ্মচৰিয়া | „ | „ | „ | । |
| (৪) | মুসাৱাদা | „ | „ | „ | । |
| (৫) | সুৰামেৰয়-মজ্জপমাদট্ঠানা | „ | „ | „ | । |
| (৬) | ৱিকালভোজনা | „ | „ | „ | । |
| (৭) | নচ্চ-গীত-ৱাদিত-বিসূকদস্সনা | „ | „ | „ | । |
| (৮) | মালা-গন্ধ-ৱিলেপন-ধাৰণ মণ্ডন বিভূসনট্ঠানা | | | | |
| | | ৱেৰমণী | সিক্খাপদং | সমাদিয়ামি। | |
| (৯) | উচ্চ-সয়না-মহাসয়না | „ | „ | „ | । |
| (১০) | জাতৰূপ-ৰজত পটিগ্গহণা | „ | „ | „ | । |

## অনুবাদ

১ ৰ পৰা ৯ ৰ লৈকে অষ্টশীলৰ দৰেই। মাত্ৰ ৭, ৮ নম্বৰ অষ্টশীলত এটা শীল হিচাপে ধৰা হৈছে।

(১০) টকা, পইচা, সোণ, ৰূপ অলঙ্কাৰ পাতি আৰু সা-সম্পত্তি আদিৰ পৰা বিৰত থকাৰ শিক্ষাপদ গ্ৰহণ কৰিছো।

**ভিক্ষুঃ** সাধু, সাধু, সাধু তিসৰণেন সদ্ধিং পব্বজ্জা সামণেৰা দসসীলং ধম্মং সাধুকং সুৰক্খিতং কত্বা অপ্পমাদেন সম্পাদেথ।

**বিজ্ঞঃ** দহশীলত প্ৰত্যেকটো শীলৰ “সমাদিয়ামি” শব্দটো ব্যৱহাৰ নকৰি দহশীলৰ শেষত এইদৰে কোৱা উচিত—“ইমানি পব্বজ্জ দসসিক্খাপদানি সমাদিয়ামি। দুতিয়ম্পি……ততিয়ম্পি।”

দহশীল এটা ভঙ্গ হলেই পুনৰ গ্ৰহণ কৰিব লাগে। যেনেকৈ—ফুলৰ মালাধাৰ যদি সূতা ডাল চিঙি যায় তেন্তে গোটেই ফুলবোৰেই উলাই যায়। তেনেকৈ দহশীল বিলাকো এধাৰি মালাৰ দৰে।

## নামাকৰণ অৰ্থাৎ নতুন এটা নাম দিয়া

সেই কাৰণে ভিক্ষুসকলৰ দ্বিজমুনিও কোৱা হয়। অৰ্থাৎ দুবাৰ জন্মগ্ৰহণ কৰাৰ দৰে নাম দিয়াৰ বাবেই।

## বৰ্ত্তমান প্ৰত্যৱেক্ষণ

### চীৱৰ

পটিসঙ্খা য়োনিসো চীৱৰং পটিসেৱামি, য়াৱদেৱ সীতস্‌স পটিঘাতায় উণহস্‌স পটিঘাতায়, ডংস-মকস-ৱাতাতপ-সিৰিংসপ-সম্ফস্‌সানং পটিঘাতায়, য়াৱদেৱ হিৰিকোপীনং পটিচ্ছাদনত্থং।

### অনুবাদ

এই চীৱৰ মই সজ্ঞানে পৰিধান কৰিছো। এই চীৱৰ সৌন্দৰ্য্যৰ কাৰণে পৰিধান কৰা নহয়। মাত্ৰ জাৰসহ নিৱাৰণ, মহ ডাঁহ আৰু শৰীসৃপাদি দংশন নিৱাৰণৰ বাবে। আৰু লাজ নিৱাৰণৰ কাৰণে পৰিধান কৰিছো। ( পঞ্চকামগুণ উৎপাদনৰ কাৰণে নহয় )।

## পিণ্ডপাত

পটিসঙ্খা য়োনিসো পিণ্ডপাতং পটিসেৱামি, নেৱদৱায় ন মদায় ন মণ্ডনায় ন ৱিভূসনায় য়াৱদেৱ ইমস্‌স কায়স্‌স ঠিতিয়া য়াপনায়, ৱিহিংসূ পৰতিয়া ব্ৰহ্মচৰিয়ানুগ্গহায়, ইতি পুৰাণঞ্চ ৱেদনং পটিহঙ্খামি, নৱঞ্চ ৱেদনং ন উপদেস্‌সামি, য়াত্ৰা চ মে ভৱিস্‌সতি অনৱজ্জতা চ ফাসু ৱিহাৰো চা'তি।

### অনুবাদ

মই নিজে সজ্ঞানে পিণ্ডপাত গ্ৰহণ কৰিছো। এই আহাৰ মোৰ ঔষধ, কোনো খেল-ধেমালী, মল্লযুদ্ধ, বা দেহ সৌন্দৰ্য্যৰ কাৰণে নহয়। কেৱল মাত্ৰ নিৰাময় ভাৱে শৰীৰ ৰক্ষা কৰি ভোক, ব্ৰহ্মচৰ্য্য ৰক্ষাৰ্থে আৰু পুৰণা ভোক দূৰ কৰিবৰ বাবে, বেচি খাই এলেহুৱা হৈ দিন কটাবৰ বাবে নহয়। যাতে ভৱিষ্যৎ জীৱন ৰক্ষা কৰি শান্তিতে ধৰ্ম্মত ধ্যান সাধনা কৰি জীৱন যাপন কৰিবৰ বাবেহে এই আহাৰ গ্ৰহণ কৰিছো।

### শয়নাসন

পটিসঙ্খা য়োনিসো সেনাসনং পটিসেৱামি, য়াৱদেৱ সীতস্স পটিঘাতায় উনহস্স পটিঘাতায়, ডংস মকস-ৱাতাতপ-সিৰিংসপ-সম্ফস্সানং পটিঘাতায়, য়াৱদেৱ উতুপৰিস্সয়ৱিনোদনং পটিসল্লা-নাৰামত্থং।

### অনুবাদ

মই সজ্ঞানে এই শয্যাসন গ্ৰহণ কৰিছো। [ চীৱৰ প্ৰত্যাবেক্ষণৰ অনুৰূপ ] ঋতু পৰিৱৰ্ত্তনৰ উপদ্ৰৱ বিনোদন আৰু কৰ্ম্মস্থান ধ্যানাদিত একাগ্ৰতাচিত্তেৰে ধ্যান সাধনা কৰিবলৈ এই শয্যা পৰিভোগ কৰিছো।

### গিলান প্ৰত্যয়

পটিসঙ্খা য়োনিসো গিলানপচ্চয়-ভেসজ্জ-পৰিক্খাৰং পটিসেৱামি য়াৱাদেৱ উপ্পন্নানং ৱেয়্যাবধিকানং ৱেদনানং পটিঘাতায়, অব্যাপজ্ঝ পৰমতায়া'তি।

### অনুবাদ

মই সজ্ঞানে ৰোগ উপশমৰ ঔষধ গ্ৰহণ কৰিছো। উৎপন্ন বিবিধ ব্যাধি প্ৰতিকাৰ কৰি আৰোগ্য লাভৰ কাৰণে এই ঔষধ সেৱন কৰিছো।

# অতীত প্ৰত্যৱেক্ষণ

## চীবৰ

ময়া' পচ্চৱেকিখ্ত্বা অজ্জ য়ং চীৱৰং পৰিভুত্তং, তং য়াৱদেৱ সীতস্স-পে-পটিচ্ছাদনত্থং। য়থা পচ্চয়ং পৱত্তমানং ধাতুমত্তমেৱেতং য়দিদং চীৱৰং তদুপভুঞ্জকো চ পুগ্গলো ধাতুমত্তকো নিস্সত্তো নিজ্জীৱো সুঞ্ঞো, সব্বানি পন ইমানি চীৱৰানি অজিগুচ্ছনীয়ানি ইমং পূতিকায়ং পত্বা অতিৱিয় জিগুচ্ছনীয়ানি জায়ন্তি।

### অনুবাদ

মই যি চীৱৰ পৰিভোগ কৰিছো, এই লব্ধ চীৱৰবিলাক কেৱল মাত্র ধাতু। চীৱৰ ভুক্তাও প্ৰাণী নহয়, নিৰ্জ্জীৱ, শূন্য ধাতু সমন্বয় মাত্র। এইচীৱৰ পূৰ্ব্বে ঘৃণনীয় নাছিল। কিন্তু যেতিয়ায় দুৰ্গন্ধময় শৰীৰত আচ্ছাদন কৰিলো সেই মাত্রকে অতি ঘৃণিত পদাৰ্থত পৰিণত হল।

## পিণ্ডপাত

ময়া' পচ্চৱেক্খিত্বা অজ্জ য়ো পিণ্ডপাতো পৰিভুত্তো সো নেৱদাৱায়-পে-ফাসুৱিহাৰোচা'তি। য়থা পচ্চয়ং পৱত্তমানং ধাতুমত্ত মেৱেতং য়দিদং পিণ্ডপাতো তদুপভুঞ্জকো চ পুগ্গলো ধাতুমত্তকো নিস্সত্তো নিজ্জীৱো সুঞ্ঞো সব্বোপনায়ং পিণ্ডপাতো অজি গুচ্ছনীয়ো ইমং পূতিকায়ং পত্বা অতিৱিয় জিগুচ্ছনীয়ো জায়তি।

### অনুবাদ

মই যি পিণ্ডপাত লাভ কৰি পৰিভোগ কৰিছো। [ বৰ্ত্তমান পিণ্ডপাতৰ দৰে ]। এই পিণ্ডপাত বৰ্ত্তমান যেনেদৰে সুন্দৰ সুগন্ধি বুলি ধাৰণা হৈছে যদিও এইবোৰ ধাতু সমষ্টিমাত্র, তেনেদৰে ভোগীও ধাতুৰ সমষ্টি মাত্র। ইয়াত প্ৰাণী নাই, নিৰ্জ্জীৱ শূন্য

ধাতু সমন্বয় মাত্র। বৰ্ত্তমান এই বস্তুবিলাক দুৰ্গন্ধ নহয় যদিও শৰীৰত প্ৰৱেশ কৰাৰ লগে লগেই সকলোবোৰ ঘৃণিত দুৰ্গন্ধ পদাৰ্থ হৈ পৰে।

## শয্যাসন

ময়া' পচ্চৱেক্খিত্বা অজ্জ য়ং সেনাসনং পৰিভুত্তং তং য়াৱদেৱ সীতস্স পটিঘাতায়-পে-পটিসল্লানাৰামত্থং। য়থা পচ্চয়ং পৱত্তমানং ধাতুমত্তমেৱেতং য়দিদং সেনাসনং তদুপভুঞ্জকো চ পুগ্গলো ধাতুমত্তকো নিস্সত্তো নিজ্জীৱো সুঞ্ঞো সব্বানি পন ইমানি সেনাসনানি অজিগুচ্ছনীয়ানি ইমং পূতিকায়ং পত্বা অতিৱিয় জিগুচ্ছনীয়ানি জায়ন্তি।

## অনুবাদ

আজি যি শয্যাসন প্ৰত্যাবেক্ষণ নকৰি পৰিভোগ কৰিছো, সেই দোষ নিৱাৰণাৰ্থে। [বাকী বৰ্ত্তমানৰ দৰে] এই শয্যা যদিও বৰ্ত্তমান কোমল, সুন্দৰ আৰু গন্ধহীন। এইবোৰ কিছুমান ধাতুবিশেষ তদ্ৰূপ পৰিভোগকাৰীও ধাতুসমষ্টি মাত্ৰ। ইয়াত কোনো জীৱনী শক্তি বা প্ৰাণী নাই শূন্য। এইবিলাক প্ৰত্যয় ঘৃণিত নহয় যদিও এই দুৰ্গন্ধ পূতিকায় লগা মাত্ৰকে ভীষণৰূপে ঘৃণিত হৈ পৰিব।

## গিলান প্ৰত্যয়

ময়া' পচ্চৱেক্খিত্বা অজ্জ য়ো গিলানপচ্চয়ো ভেসজ্জ পৰিক্খাৰো পৰিভুত্তো সো য়াৱদেৱ-পে-পৰমতায়াতি। য়থা পচ্চয়ং পৱত্তমানং ধাতুমত্তমেৱেতং য়দিদং গিলান পচ্চয়ো ভেসজ্জপৰিক্খাৰো তদুপ-ভুঞ্জকো চ পুগ্গলো ধাতুমত্তকো নিস্সত্তো নিজ্জীৱো সুঞ্ঞো সব্বো

পনায়ং গিলানপচ্চয়ো ভেসজ্জ পৰিকৃখাৰো অজিগুচ্ছনীয়ো ইমং পূতিকায়ং পত্বা অতিৱিয় জিগুচ্ছনীয়ো জায়তি।

## অনুবাদ

আজি সেই ঔষধ প্ৰত্যাৱেক্ষণ নকৰি পৰিভোগ কৰিছো, তাৰ দোষ নিবাৰণাৰ্থে। [অৱশিষ্ট বৰ্ত্তমানৰদৰে]। এই ঔষধ বৰ্ত্তমান সুন্দৰ, সুগন্ধি বুলি ধাৰণা হৈছে, এইবোৰ ধাতুসমষ্টি মাত্ৰ, সেইদৰে ভোগকাৰীও ধাতুসমষ্টি মাত্ৰ। ইয়াত কোনো জীৱ বা প্ৰাণী নাই, শূন্য। যদিও বৰ্ত্তমান দেখনত ঘৃণিত নহয়, কিন্তু এই পূতিযুক্ত শৰীৰত প্ৰবেশ কৰা মাত্ৰকে এইবোৰ অতিপাত ঘৃণিত হৈ পৰিব।

# চতুৰ্থ পৰিচ্ছেদ

## প্ৰজ্ঞা-ভাৱনা

### উদ্দেশ

সাধূনং হি হিতত্থায় ৱন্দিত্বা ৰতনত্তয়ং,
ভাসিস্সামি সমাসেন পঞ্ঞাভাৱনমুত্তমং।

ত্ৰিৰত্নক বন্দনা কৰি সাধুসকলৰ হিতৰ কাৰণে সংক্ষেপে সৰ্ব্বোত্তম প্ৰজ্ঞা-ভাৱনাৰ বিধি বিবৃতি কৰা হৈছে। প্ৰশ্ন উঠে— প্ৰজ্ঞা কি? কোন অৰ্থে প্ৰজ্ঞা শব্দ ব্যৱহৃত হৈছে? প্ৰজ্ঞা কিমান প্ৰকাৰৰ? আৰু কেনেকৈ বা প্ৰজ্ঞা ভাৱনা কৰিব লাগে? তলত ক্ৰমে এই চাৰিটি প্ৰশ্নৰ উত্তৰ প্ৰদান কৰা হৈছে।

প্ৰথম, প্ৰজ্ঞা কি? প্ৰজ্ঞা বহুপ্ৰকাৰ, ৰহুত হলেও ইয়াত মাত্ৰ কুশল চিত্ত সম্প্ৰযুক্ত বিদৰ্শন জ্ঞানকেই প্ৰজ্ঞা বোলা হৈছে।

দ্বিতীয়, কোন অৰ্থে প্ৰজ্ঞা শব্দ ব্যৱহৃত হৈছে? প্ৰজাননা অৰ্থেই প্ৰজ্ঞা শব্দ ব্যৱহৃত হৈছে? প্ৰজাননা কেনে ধৰণৰ? প্ৰকৃতৰূপে জনা, সংজাননা আৰু বিজাননাৰ পৰা বিশেষভাৱে জনা। সংজাননা, বিজাননা আৰু প্ৰজাননা অৰ্থে সংজ্ঞা, বিজ্ঞান আৰু প্ৰজ্ঞা এই তিনিটা সংজ্ঞাৰ উৎপত্তি। সংজ্ঞাত্ৰয়ৰ মূল √জ্ঞা ধাতুৰ অৰ্থ জনা। ইহঁতৰ ধাতুগত অৰ্থ এক হলেও, উপসৰ্গৰ যোগত ইহঁতৰ প্ৰত্যেকৰে অৰ্থৰ বৈশিষ্ট্য সাধিত হৈছে; সংজ্ঞাত সেইভাৱে জনা বিজ্ঞানত ঠিক সেইদৰে জনা নহয়; বিজ্ঞানত সেইভাৱে জনা প্ৰজ্ঞাত ঠিক সেইদৰে জনা নহয়। সংজ্ঞাৰ দ্বাৰা সংজাননা মাত্ৰ সাধিত হয়। নীল-পীত-বৰ্ণ, ৰূপ-ৰস-শব্দ-গন্ধাদি আলম্বন বা ইন্দ্ৰিয়গ্ৰাহ্য বিষয়, চক্ষু, শ্ৰোত

প্ৰভৃতি ইন্দ্ৰিয়ত যিভাৱে প্ৰতিভাত হয় মাত্ৰ সেই প্ৰতীতি-ৰূপ গ্ৰহণ কৰাকেই সংজাননা বোলে। সংজ্ঞা জ্ঞানৰ পূৰ্ব্বাভাষ বা প্ৰথম সূচনা মাত্ৰ। সংজ্ঞাৰ সংজাননাৰ দ্বাৰা সংস্কাৰ বা সৃষ্ট পদৰ্থ (হেতুবশে উৎপন্ন ধৰ্ম্ম) মাত্ৰেই অনিত্য, দুকৃখাত্মক আৰু অনাত্মলক্ষণযুক্ত এই জ্ঞান জন্মাব নোৱাৰে। সংজাননাৰ দ্বাৰা অনিত্য, দুখ আৰু অনাত্ম এই লক্ষণত্ৰয়ৰ জ্ঞান আয়ত্ত কৰা নাযায়। বিজ্ঞানৰ লক্ষণ বিজাননা, বিশেষভাৱে জনা। বিজ্ঞানৰ বিজাননাৰ দ্বাৰা নীল পীতাদি বৰ্ণ, ৰূপ-ৰস-শব্দ-গন্ধাদি আলম্বন বা ইন্দ্ৰিয়গ্ৰাহ্য বিষয় বিলাক জানিবলৈ আৰু সংস্কাৰ মাত্ৰকে অনিত্যাদি লক্ষণত্ৰয়ৰ স্বৰূপ-জ্ঞান আয়ত্ত কৰিব পৰা যায়, কিন্তু তদূৰ্দ্ধ মাৰ্গজ্ঞান লাভ কৰা নাযায়। প্ৰজ্ঞাৰ প্ৰজাননা দ্বাৰা সেই লোকোত্তৰমাৰ্গ জ্ঞানো আয়ত্ত কৰা যায়। উপমাৰ দ্বাৰা সংজ্ঞা, বিজ্ঞান আৰু প্ৰজ্ঞাৰ প্ৰভেদ প্ৰদৰ্শিত হৈছে।

তিনিজন মানুহ একেলগে কোনো এঠাইত থোৱা মুদ্ৰাবিলাক চাবলৈ গল। তাৰ ভিতৰত এজন ক্ষুদ্ৰ বুদ্ধিৰ ল'ৰা, এজন গাৱঁলীয়া মানুহ আৰু এজন দক্ষ ৰূপকাৰক। ক্ষুদ্ৰ বুদ্ধি লৰাটোৱে মুদ্ৰাবোৰৰ চিত্ৰ-বিচিত্ৰ ৰূপ অথবা দীঘল চাৰিচুকীয়া নাইবা গোলাকৃতি মাত্ৰ দেখি সন্তুষ্ট হল, মুদ্ৰাবোৰ যে মানুহৰ পক্ষে নিত্য ব্যৱহাৰ্য্য, অতি প্ৰয়োজনীয় বস্তু তাক জানিবলৈ সমৰ্থ নহল। দ্বিতীয় গাৱঁলীয়াজনে কেৱল মুদ্ৰাবোৰৰ বিভিন্ন ৰূপ আৰু আকাৰ তাক জানিব পাৰিলে, এইবোৰ মানুহৰ নিত্য ব্যৱহাৰ্য্য, অতি প্ৰয়োজনীয় বস্তু তাকো জানিব পাৰিলে অথচ যথাযথ ভাৱে পৰীক্ষা আৰু বিচাৰ কৰি মুদ্ৰাবোৰ বিভাগ কৰিব নোৱাৰিলে তাৰ ভিতৰত কোনটি ভাল, কোনটি বেয়া, কোনটি কৃত্ৰিম, কোনটি বা অকৃত্ৰিম বুজিব নোৱাৰিলে। তৃতীয় দক্ষ ৰূপকাৰকজনে মুদ্ৰাবোৰৰ ৰূপ, আকাৰ, ব্যৱহাৰ সকলোবিলাক জানিব পাৰিলে, তদুপৰি মুদ্ৰাৰ ৰূপ দেখি, শব্দ শুনি আৰু

ভালদৰে স্পৰ্শ কৰি জানিব পাৰিলে যে মুদ্ৰাবোৰ ভাল নে বেয়া, কাৰ দ্বাৰা অথবা ক'ত তৈয়াৰ কৰিছে।

এই উপমাৰ দ্বাৰা বুজিব লাগিব, ক্ষুদ্ৰ বুদ্ধি ল'ৰাই মুদ্ৰা-দৰ্শন আৰু মুদ্ৰাজ্ঞানৰ দৰে সংজ্ঞাৰ সংজাননা, গাৱঁলীয়া মানুহ-জনৰ মুদ্ৰাদৰ্শন আৰু মুদ্ৰাজ্ঞানৰ দৰে বিজ্ঞানৰ বিজাননা আৰু দক্ষ ৰূপকাৰকৰ মুদ্ৰাদৰ্শন আৰু মুদ্ৰাজ্ঞানৰ দৰে প্ৰজ্ঞাৰ প্ৰজাননা। বৰ্ণ, গন্ধ, ৰস, শব্দ ইত্যাদি আলম্বন বা ইন্দ্ৰিয়-গ্ৰাহ্য বিষয় সমূহৰ সঙ্কেত বা প্ৰতীতি মাত্ৰ জনাই সংজ্ঞাৰ কাৰ্য্য। সংজ্ঞাৰ দ্বাৰা ইয়াৰ অধিক জানিবৰ উপায় নাই। বিজ্ঞানৰ দ্বাৰ কেৱল বৰ্ণ গন্ধাদি আলম্বন সমূহ যি যি ভাৱে প্ৰতীত হয় কেৱল তাক জনাই নহয় তাৰ দ্বাৰা সংস্কাৰ বা সৃষ্ট পদাৰ্থৰ অথবা হেতুবশে উৎপন্ন বস্তুত্ৰয়ৰ অনিত্যাদি লক্ষণত্ৰয়ো জনা যায়, তাৰ দ্বাৰা ততোধিক একো জানিব পৰা নাযায়। প্ৰজ্ঞাৰ দ্বাৰা বৰ্ণগন্ধাদি ইন্দ্ৰিয়-গ্ৰাহ্য বিষয় বিলাকৰ প্ৰতীতি-জ্ঞান যেনেদৰে সম্ভৱ হয়, সংস্কাৰ মাত্ৰকে অনিত্যাদি লক্ষণত্ৰয়ৰ জ্ঞানো যিদৰে সম্ভৱ হয়, তাৰ দ্বাৰা ইয়াতকৈ বেচি লোকোত্তৰমাৰ্গ-জ্ঞানো লাভ কৰিব পৰা যায়। এই কাৰণেই আগত কোৱা হৈছে সংজাননা আৰু বিজাননাৰ পৰা বিশিষ্টতৰ ভাৱে জনাই প্ৰজাননা আৰু এই প্ৰজাননা অৰ্থেই প্ৰজ্ঞা।

তৃতীয়, প্ৰজ্ঞা কেই প্ৰকাৰৰ? বিদৰ্শন জ্ঞান যিমান প্ৰকাৰৰ প্ৰজ্ঞা সিমান প্ৰকাৰৰ। এই ক্ষেত্ৰত প্ৰজ্ঞা আৰু বিদৰ্শন-জ্ঞান তুল্যাৰ্থবাচক। প্ৰকৃততে বিদৰ্শন-জ্ঞানেই প্ৰজ্ঞা। বিবিধাকাৰে সংস্কাৰ বা যাবতীয় সৃষ্ট বস্তুৰ দৰ্শন বা বিচাৰ কৰা অৰ্থে বিদৰ্শন, আৰু বিদৰ্শনৰূপ জ্ঞানেই বিদৰ্শন জ্ঞান। বিদৰ্শন জ্ঞান দহপ্ৰকাৰ যেনে—

(১) সংমৰ্শন জ্ঞান, (২) উদয়ব্যয়-জ্ঞান, (৩) ভঙ্গ-জ্ঞান, (৪) ভয়-জ্ঞান, (৫) আদীনৱ-জ্ঞান, (৬) নিৰ্ব্বেদ-জ্ঞান, (৭) মুমুক্ষা-

জ্ঞান, (৮) প্ৰতিসঙ্খ্যা-জ্ঞান, (৯) সংস্কাৰোপেক্ষা-জ্ঞান আৰু (১০) অনুলোম-জ্ঞান।

(১) সংমৰ্শন-জ্ঞান। সংস্কাৰ জাতীয় ধৰ্ম্ম বা ধ্যেয় বস্তু মাত্ৰেই অনিত্য, দুখ আৰু অনাত্মা এই ত্ৰিলক্ষণযুক্ত। এই লক্ষণ ত্ৰয় জ্ঞানত গ্ৰহণ পূৰ্ব্বক পুনঃ পুনঃ দৰ্শন বা বিচাৰ কৰিলে তাৰপৰা যি প্ৰথম জ্ঞান জন্মে সিয়েই সংমৰ্শন-জ্ঞান।

(২) উদয়ব্যয়-জ্ঞান। সংমৰ্শন-জ্ঞানৰ পৰিণতিয়েই উদয়-ব্যয় জ্ঞান। সংস্কাৰ জাতীয় সৰ্ব্ব ধৰ্ম্মৰ উৎপত্তি আৰু বিনাশ মাত্ৰ দৰ্শন বা বিচাৰ কৰাই উদয়-ব্যয় জ্ঞান।

(৩) ভঙ্গ-জ্ঞান। উদয়-ব্যয় জ্ঞানৰ পৰিণতিয়েই ভঙ্গ-জ্ঞান। সংস্কাৰ জাতীয় সৰ্ব্ব ধৰ্ম্মৰ বিনাশ বা ধ্বংস মাত্ৰ দৰ্শন বা বিচাৰ কৰায়েই ভঙ্গ-জ্ঞানৰ লক্ষ্য।

(৪) ভয়-জ্ঞান। ভঙ্গ-জ্ঞানৰ ফলত ভয় জ্ঞান উৎপন্ন হয়। বিদৰ্শন ভাৱনাকাৰী যোগীৰ ভঙ্গ জ্ঞানৰ সহায়ত কাম, ৰূপ আৰু অৰূপ এই ত্ৰিলোকধ ক্ষণভঙ্গুৰতা উপলব্ধি কৰি ত্ৰিভৱক ভয়ৰ চকুৰে দৰ্শন কৰে, ত্ৰিলোকৰ কতো শান্তি বা নিৰাপদ অৱস্থা দেখিবলৈ নাপায়।

(৫) আদনীৱ-জ্ঞান। ভয়-জ্ঞান সংস্কাৰ জাতীয় সৰ্ব্বধৰ্ম্মৰ অনিত্য, দুখ আৰু অনাত্মা এই ত্ৰিলক্ষণ পুন পুন দৰ্শন কৰাৰ ফলত আদনীৱ-জ্ঞান উৎপন্ন হয়। আদনীৱ-জ্ঞানৰ দ্বাৰা যোগীয়ে দেখিবলৈ পায় সংস্কাৰ জাতীয় সৰ্ব্বধৰ্ম্ম দোষেই পৰিপূৰ্ণ, গুণত নহয়। আদনীৱ অৰ্থে উপদ্ৰৱ।

(৬) নিৰ্ব্বেদ-জ্ঞান। আদনীৱ-জ্ঞানৰ পৰিণতিতেই নিৰ্ব্বেদ জ্ঞান উৎপন্ন হয়। নিৰ্ব্বেদ-জ্ঞান উৎপন্ন হলে সংস্কাৰ জাতীয় সৰ্ব্ব ধৰ্ম্মৰ প্ৰতি যোগীৰ মনত তীব্ৰ উদাসীনতাৰ সঞ্চাৰ হয়, সেই জাতীয় কোনো ধৰ্ম্মত তেওঁৰ চিত্ত ৰমিত নহয়, ত্ৰিলোকেই যেন ভীষণ অশান্তিৰ স্থান বুলি প্ৰতীয়মান হয়।

(৭) মুমুক্ষা জ্ঞান। নির্ব্বেদ জ্ঞানৰ পৰিণতিত মুমুক্ষা জ্ঞান উৎপন্ন হয়। মুক্তি কাম্যতাই মুমুক্ষা। নির্ব্বেদ-জ্ঞান পৰিণতি লাভ কৰিলে যোগীৰ চিত্ত ভয়সঙ্কুল আৰু বিপদজনক ত্রিভৱৰ পৰা মুক্ত হবলৈ তীব্র আকাঙ্ক্ষা জন্মে।

(৮) প্রতিসংখ্যা জ্ঞান। মুমুক্ষা-জ্ঞানৰ পৰিণতিত প্রতিসংখ্যা-জ্ঞান। মুমুক্ষা জ্ঞানৰ পৰিণতিত প্রতিসংখ্যা-জ্ঞান উৎপন্ন হয়। প্রতিসংখ্যা মুক্তিৰ উপায় বা কৌশল। প্রতিসংখ্যা-জ্ঞানৰ দ্বাৰা যোগীয়ে মুক্তিৰ উপায় উদ্ভাৱন কৰে।

(৯) সংস্কাৰোপেক্ষা-জ্ঞান। প্রতিসংখ্যা-জ্ঞানৰ পৰিণতিত সংস্কাৰোপেক্ষা-জ্ঞান উৎপন্ন হয়। এই জ্ঞানৰ উদয়ত যোগীৰ সংস্কাৰ-নামৰ সর্ব্ব ধর্ম্মৰ, সমস্ত ত্রিলোকৰ প্রতি নিৰপেক্ষভাৱ প্রাপ্ত হয়।

(১০) অনুলোম-জ্ঞান। সংস্কাৰোপেক্ষা-জ্ঞানৰ পৰিণতিত অনুলোম-জ্ঞান উৎপন্ন হয়। অনুলোম-জ্ঞান উদয়-ব্যয় জ্ঞানৰ পৰা ক্রমান্বয়ে পূর্ব্বোক্ত আঠ প্রকাৰ জ্ঞানৰেই অনুকূল, আনকি তদূর্দ্ধ সপ্তত্রিংশ বোধিপক্ষীয় ধর্ম্ম আয়ত্ত কৰাৰ পক্ষেও অনুকূল। এই জ্ঞান লৌকিক বিদর্শন-জ্ঞানৰ শেষ অৱস্থা। এই জ্ঞান উদয় হলে যোগীয়ে লোকোত্তৰ স্রোতাপত্তি-মার্গ জ্ঞানৰ ওচৰত উপনীত হয়।

প্রকৃততে, ওপৰত কোৱা দহপ্রকাৰ লৌকিক বিদর্শন জ্ঞান যেন জখলাৰ খুপে খুপে উঠাৰ দৰে সজ্জিত আৰু এই জখলাৰ সর্ব্বোচ্চ খুপৰ পাচতেই লোকোত্তৰ মার্গ জ্ঞানৰ স্তৰ আৰম্ভ লোকোত্তৰ মার্গজ্ঞানৰ আঠোটা স্তৰ, যেনে—স্রোতাপত্তি মার্গজ্ঞান আৰু ফল, সকৃদাগামী মার্গজ্ঞান আৰু ফল, অনাগামী মার্গজ্ঞান আৰু ফল, আৰহত মার্গজ্ঞান আৰু ফল জ্ঞান। এই আঠ প্রকাৰ লোকোত্তৰ জ্ঞানো জখলাৰ খুপে খুপে উঠাৰ দৰে সজ্জিত। এই লোকোত্তৰ জ্ঞান-মার্গ নাপুনিকৈ নির্ব্বাণ অৱস্থা পর্য্যন্ত বিস্তৃত,

নিৰ্ব্বাণেই ইয়াৰ শেষ গন্তব্য স্থান। এই জ্ঞান মাৰ্গৰ শেষ সীমাত উপনীত হলে জীৱৰ জন্ম-মৃত্যুৰ শেষ কাৰণ বিলাক সমূলে বিনষ্ট হয়। জীৱন মহানিৰ্ব্বাণ লাভ কৰে, য'ত জন্ম নাই, জৰা নাই, ব্যাধি নাই, মৃত্যু নাই, দুখ নাই আৰু য'ত আছে কেৱল শান্তি, চিৰ শান্তি, চিৰ সুখ। এই কাৰণেই ভগৱান বুদ্ধই কৈছে—

"নিব্বানং পৰমং সুখং"।

তলৰ দহবিধ বিদৰ্শন-জ্ঞানৰ লগত সপ্ত-বিশুদ্ধি সংযুক্ত কৰি ক্ৰমে প্ৰজ্ঞা-ভাৱনা বিধি প্ৰদৰ্শিত হৈছে। শীল-বিশুদ্ধি, চিত্ত-বিশুদ্ধি, দৃষ্টি-বিশুদ্ধি, কঙ্খা-উত্তৰণ বিশুদ্ধি, মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন বিশুদ্ধি, প্ৰতিপদা-জ্ঞান-দৰ্শন-বিশুদ্ধি আৰু জ্ঞান-দৰ্শন-বিশুদ্ধি লৈ সপ্ত-বিশুদ্ধি।

চতুৰ্থ, কেনেকৈ প্ৰজ্ঞা-ভাৱনা কৰিব লাগে? প্ৰজ্ঞাৰ ভূমি, মূল আৰু শৰীৰ নিৰ্ণয় কৰি প্ৰজ্ঞা ভাৱনা কৰিব লাগে। স্কন্ধ, আয়তন, ধাতু, ইন্দ্ৰিয়, সত্য, প্ৰতীত্যসমুৎপাদাদি ধৰ্ম্মই প্ৰজ্ঞাৰ ভূমি। শীল-বিশুদ্ধি আৰু চিত্ত-বিশুদ্ধিয়েই প্ৰজ্ঞাৰ মূল। দৃষ্টি-বিশুদ্ধি, শঙ্কা-উত্তৰণ-বিশুদ্ধি, মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধি, প্ৰতি-পদা-জ্ঞান-দৰ্শন-বিশুদ্ধি আৰু জ্ঞান-দৰ্শন-বিশুদ্ধিয়েই প্ৰজ্ঞাৰ শৰীৰ। প্ৰথমে, প্ৰজ্ঞাৰ ভূমিস্বৰূপ বিষয়বিলাক ভালদৰে শিক্ষা কৰি তাক অভিজ্ঞতা লাভ কৰিব লাগে। দ্বিতীয়ত, প্ৰজ্ঞাৰ মূলস্বৰূপ দুবিধ বিশুদ্ধি সম্পাদন কৰিব লাগে। তৃতীয়ত, প্ৰজ্ঞাৰ শৰীৰ স্বৰূপ পঞ্চ বিশুদ্ধি সম্পাদন কৰাৰ লগে লগেই প্ৰজ্ঞা ভাৱনা কৰাৰ নিয়ম। সেই কাৰণে প্ৰজ্ঞাৰ ভূমি, মূল আৰু শৰীৰ লৈ জ্ঞান-সাধনাৰ ত্ৰিবিধ স্তৰ। এইটো প্ৰজ্ঞা-ভাৱনাৰ সংক্ষিপ্ত বৰ্ণনা। তলত বহল বৰ্ণনা কৰা হৈছে।

# নির্দ্দেশ

## ১। বিদর্শন প্ৰজ্ঞাৰ ভূমি বিভাগ

স্কন্ধ, আয়তন, ধাতু, ইন্দ্ৰিয়, সত্য আৰু প্ৰতিত্যসমুৎপাদ ধৰ্ম্মই প্ৰজ্ঞাৰ ভূমি। তাৰ ভিতৰত স্কন্ধ ৰূপস্কন্ধাদি পঞ্চস্কন্ধ; আয়তন চক্ষু আয়তনাদি ভেদে দ্বাদশ আয়তন; ধাতু চক্ষু ধাতু আদি অষ্টাদশ ধাতু; ইন্দ্ৰিয়-চক্ষু-ইন্দ্ৰিয়াদি ভেদে দ্বাবিংশতি ইন্দ্ৰিয়। সত্য—দুখ আৰ্য্যসত্যাদি ভেদে চতুৰাৰ্য্য সত্য; প্ৰতিত্যসমুৎপাদ ধৰ্ম্ম। এই পৰমাৰ্থিক বিষয়বিলাক অৱলম্বন কৰি প্ৰজ্ঞা ভাৱনা কৰিব লাগে, এই কাৰণেই এইবিলাক প্ৰজ্ঞাৰ ভূমিৰ স্বৰূপ। সংক্ষেপে প্ৰজ্ঞাৰ ভূমি বিভাগ বৰ্ণনা কৰা হল। ইয়াৰ বিশদ বিৱৰণ "বিশুদ্ধি মাৰ্গ', অভিধৰ্ম্মাৰ্থ সংগ্ৰহ" প্ৰভৃতি গ্ৰন্থত দ্ৰষ্টব্য।

## ২। বিদর্শন প্ৰজ্ঞাৰ মূল বিভাগ

১। শীল বিশুদ্ধি আৰু ২। চিত্ত বিশুদ্ধিয়েই বিদৰ্শন প্ৰজ্ঞাৰ মূল। প্ৰাতিমোক্ষসংৱৰ, ইন্দ্ৰিয় সংৱৰ প্ৰভৃতি চাৰি প্ৰকাৰ শীল পূৰ্ণ কৰিলেই শীল বিশুদ্ধি সম্পাদিত হয়। অষ্ট সমাপত্তি পূৰ্ণ কৰিলেই চিত্ত-বিশুদ্ধি সম্পাদিত হয়। তাৰ ভিতৰত শীল বিশুদ্ধি আচাৰ্য্য বুদ্ধঘোষৰ দ্বাৰা কৃত "বিশুদ্ধি-মাৰ্গ" নামৰ গ্ৰন্থত "সীল নিদ্দেসত" আৰু-বিশুদ্ধি সেই গ্ৰন্থৰ "সমাধি নিদ্দেসত" বহল ব্যাখ্যা দিয়া আছে।

## ৩। বিদর্শন প্ৰজ্ঞাৰ শৰীৰ বিভাগ

৩। দৃষ্টি-বিশুদ্ধি, ৪। শঙ্কা-উত্তৰণ-বিশুদ্ধি, ৫। মাৰ্গামাৰ্গ-জ্ঞান দৰ্শন বিশুদ্ধি, ৬। প্ৰতিপদা-জ্ঞান দৰ্শন বিশুদ্ধি আৰু ৭। জ্ঞান দৰ্শন বিশুদ্ধিয়েই প্ৰজ্ঞাৰ শৰীৰ।

প্ৰথম, দৃষ্টি বিশুদ্ধি। নাম ৰূপৰ যথাযথ দৰ্শনৰ দ্বাৰা দৃষ্টি-বিশুদ্ধি সাধিত হয়। যথাযথ দৰ্শন অৰ্থে যথা সত্য দৰ্শন, অবি-

পৰীত দৰ্শন, সম্যক দৰ্শন। দৰ্শন বা দৃষ্টি অৰ্থে জ্ঞান আৰু এই জ্ঞানৰ বিশুদ্ধিয়েই দৃষ্টি-বিশুদ্ধি। দৃষ্টি-বিশুদ্ধি সাধনা দুই প্ৰকাৰ যান বা পন্থা, যেনে—শমথ-যান আৰু বিদৰ্শন-যান। শমথ-যান ধ্যান মাৰ্গ বা যোগ-পন্থা আৰু বিদৰ্শন-যান দৰ্শন-মাৰ্গ বা জ্ঞান-পন্থা। শমথ-যানী বা যোগাচাৰী নৈবসংজ্ঞা-নাসংজ্ঞায়তন নামৰ চতুৰ্থ অৰূপাবচৰ ধ্যানৰ বাহিৰে বাকী ৰূপাবচৰ আৰু অৰূপাবচৰ ধ্যানসমূহৰ অন্যতম ধ্যানৰ পৰা উঠি বা ধ্যান সমাপ্ত কৰি বিতৰ্ক বিচাৰাদি ধ্যানৰ অঙ্গবিলাক আৰু তাতসংযুক্ত অন্যান্য চৈতসিক ধৰ্ম্ম, প্ৰত্যেকৰে স্বলক্ষণ আৰু ৰসাদি জ্ঞানপূৰ্ব্বক বিচাৰ কৰি চাব। তাৰ পাচত এই ধ্যানচিত্ত আৰু তাতসংযুক্ত চৈতসিক ধৰ্ম্মসমূহ স্বভাৱত আলম্বনাভিমুখৰ ( বিষয়ৰ প্ৰতি ) ফালে নমিত হয়, এই কাৰণে ইহঁত নাম সংজ্ঞাৰ অধীন। তেওঁ এইদৰে জ্ঞানেৰে বিষয়-টোক বিচাৰ কৰি জানিব। উপমা—যেনেকৈ কোনো মানুহে ঘৰৰ ভিতৰত সাপ দেখে আৰু সেই পলাই যোৱা সাপটোক অনুসৰণ কৰি তাৰ গাঁত দেখিবলৈ পায়, তেনেকৈ যোগাচাৰীও একান্ত মনে জ্ঞানেৰে চিন্তা কৰে—নমনধৰ্ম্মী 'নাম' কোন বস্তুক অৱলম্বন কৰি উৎপন্ন হয়, কোনটো বস্তুও বা অৱস্থান কৰে? এইদৰে চিন্তা কৰি তেওঁ জানিব পাৰে যে এইবিলাক হৃদয়-বাস্তুত অৱস্থান কৰে। তাৰ তেওঁ জ্ঞানৰ দ্বাৰা চিন্তা কৰি আৰু জানিব পাৰে যে, এই সূক্ষ্ম হৃদয়-বাস্তুৰ আশ্ৰয়স্থল চাৰি মহাভূত ৰূপ আৰু মহাভূত ৰূপৰ আশ্ৰয়ত অন্যান্য উপপাদ্য ৰূপ। এই দৰে তেওঁ আঠাইশ প্ৰকাৰ 'ৰূপধৰ্ম্ম' দেখিবলৈ পায়। তাৰ পাচত তেও জ্ঞানেৰে বিচাৰ কৰে—ৰূপৰ লক্ষণ ৰূপ্যন ( পৰিবৰ্ত্তনশীলতা ) আৰু ৰূপ্যন অৰ্থেই ৰূপ; ৰূপ মাত্ৰকে নাম 'ৰূপ'। নমন লক্ষণ—হেতু 'নাম' আৰু ৰূপ্যন লক্ষণ—হেতু 'ৰূপ'। এইদৰে তেওঁ জ্ঞানৰ দ্বাৰা সংক্ষেপে 'নাম-ৰূপ' বিচাৰ কৰে; বিভাগ কৰে। শুদ্ধ বিদৰ্শনযানী আৰু শমথযানীয়ে পঞ্চস্কন্ধ হিচাবে

সংক্ষেপে এই দৰে 'নাম-ৰূপ' বিচাৰ কৰে :—এই শৰীৰত কৰ্ম্মজ, ঋতুজ, চিত্তজ আৰু আহাৰজ হিচাপে চাৰি প্ৰকাৰ সমুত্থানশীল ধাতু ( পৃথিৱী, অপ, তেজ আৰু বায়ু ), এই ধাতুসমূহৰ আশ্ৰয়ত উৎপন্ন বৰ্ণ, গন্ধ, ৰস, ওজঃ, চক্ষু-প্ৰসাদ, শ্ৰোত্ৰ-প্ৰসাদ, ঘ্ৰাণ-প্ৰসাদ, জিহ্বা-প্ৰসাদ, কায়-প্ৰসাদ, হৃদয়-বাস্তু, পুৰুষত্ব, জীৱিতেন্দ্ৰিয় আৰু চিত্তজ-ঋতুজ হিচাপে দ্বিসমুত্থানজ শব্দ, এই সোতৰ প্ৰকাৰ ৰূপধৰ্ম্ম বিদৰ্শন ভাৱনাৰ যোগ্য। এই বিলাক ৰূপধৰ্ম্ম সংমৰ্শন-ৰূপ, নিষ্পন্ন-ৰূপ আৰু ৰূপ-ৰূপ নামেৰেও অভিহিত হয়। কায়-বিজ্ঞপ্তি, বাক্য-বিজ্ঞপ্তি, আকাশ-ধাতু, ৰূপৰ-লঘুতা, ৰূপৰ-মৃদুতা, ৰূপৰ-কৰ্ম্মণ্যতা, ৰূপৰ-উপচয় ( উদয় ), ৰূপৰ-সন্ততি ( স্থিতি ), ৰূপৰ-জড়তা ( জীৰ্ণভাৱ ) আৰু ৰূপৰ অনিত্যতা, এই দহ প্ৰকাৰ ৰূপধৰ্ম্ম, বিদৰ্শন ভাৱনাৰ অযোগ্য, যেহেতু এইবিলাক ৰূপধৰ্ম্ম উপাদান নহয়, উপাদানবিশিষ্ট ৰূপধৰ্ম্মসমূহৰ আকৃতি-বিকৃতি বা অন্তৰ পৰিচ্ছেদ মাত্ৰ। এই কাৰণে যেইবিলাকক ৰূপধৰ্ম্ম নামেৰে অভিহিত কৰা হয়। সেই কাৰণে 'স্ত্ৰীত্ব' এই ৰূপধৰ্ম্মৰ বাহিৰে সাতাইশ প্ৰকাৰ ৰূপধৰ্ম্মকেই ৰূপস্কন্ধ বোলা হয়। সুখ-বেদনা, দুঃখ-বেদনা, উপেক্ষা-বেদনা, সৌমনস্য-বেদনা, আৰু দৌমনস্য-বেদনা এই পাঁচ প্ৰকাৰ বেদনাক বেদনাস্কন্ধ বোলে। ৰূপ-সংজ্ঞা, শব্দ-সংজ্ঞা, গন্ধ-সংজ্ঞা, ৰস-সংজ্ঞা, স্পৰ্শ-সজ্ঞা এই ছয় প্ৰকাৰ সংজ্ঞাক সংজ্ঞা-স্কন্ধ বোলে। বেদনা আৰু সংজ্ঞা বাদ দি অৱশিষ্ট পঞ্চাশ প্ৰকাৰ চৈতসিক ধৰ্ম্মক সংস্কাৰস্কন্ধ বোলে। একাশী প্ৰকাৰ লৌকিক চিত্তক বিজ্ঞানস্কন্ধ বোলে। এতিয়াও লোকোত্তৰ মাৰ্গ-ফল লাভ কৰিব নোৱাৰা হেতুকে লোকোত্তৰ চিত্তবিলাক শুদ্ধ বিদৰ্শনযানী বা সমথযানীৰ জ্ঞানৰ গোচৰীভূত নহয়। সেই কাৰণে ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান স্কন্ধভেদে পঞ্চস্কন্ধ। এই পঞ্চস্কন্ধক দুভাগে বিভক্ত কৰা হৈছে :—নাম আৰু ৰূপ। ৰূপস্কন্ধ 'ৰূপ' আৰু বেদনা স্কন্ধাদি অৱশিষ্ট চাৰি স্কন্ধৰ 'নাম'

এই ৰূপত যোগীয়ে পঞ্চস্কন্ধক 'নাম-ৰূপত' বিভাগ কৰি বিচাৰ কৰে। কোনো কোনো যোগীয়ে এইদৰে নাম-ৰূপৰ বিচাৰ কৰে :— এই শৰীৰত পৰমাৰ্থ হিচাপে চতুৰ্মহাভূত ৰূপ আৰু সিহঁতৰ আশ্ৰয়ত উৎপত্তিশীল ৰূপসমূহ ( উপাদেয় ৰূপসমূহ ), এইবিলাকেই একত্ৰিত 'ৰূপ' নামত আৰু চিত্তচৈতসিক ধৰ্ম্মসমূহ একেলগে 'নাম' নামত অভিহিত কৰা হয়। সেইবাবে এই দেহ 'নাম-ৰূপ' সমষ্টিৰ বাহিৰে আন একোৱেই নহয়। যদি যোগীয়ে ৰূপধৰ্ম্ম জ্ঞানেৰে বিচাৰ কৰি অৰূপধৰ্ম্ম ( চিত্ত চৈতসিক ধৰ্ম্ম ) জ্ঞানগোচৰ কৰি বিচাৰ কৰিবলৈ অসমৰ্থ হয়, তেন্তে তেওঁ হতাশ নহৈ উৎসাহৰ সৈতে ৰূপধৰ্ম্মকেই বাৰে বাৰে বিচাৰ কৰিব। এইদৰে বাৰে বাৰে বিচাৰত ৰূপধৰ্ম্ম যিমান তেওঁৰ জ্ঞানপথত পৰিশুদ্ধ হিচাপে প্ৰকাশিত হব, সিমান সেই ধৰ্ম্মাশ্ৰিত অৰূপধৰ্ম্মসমূহ সহজতেই স্বয়ং প্ৰকটিত হব। যেনেকৈ কোনো চক্ষুষ্মান মানুহে অপৰিশুদ্ধ দৰ্পণত স্ব-মুখৰ প্ৰতিবিম্ব স্পষ্টকৈ নেদেখিলেও সেই দৰ্পণ পৰিত্যাগ নকৰি তাক পুনঃ পুনঃ পৰিষ্কাৰ কৰি সেই পৰিষ্কৃত দৰ্পণত প্ৰতিবিম্ব স্বয়ং প্ৰকটিত হোৱা দেখিবলৈ পায়, সেইদৰে যোগীয়ে জ্ঞানৰ দ্বাৰা পুনঃ পুনঃ বিচাৰ কৰিব যাতে অৰূপধৰ্ম্মবিলাক জ্ঞানপথত পৰিষ্কাৰ ভাৱে উদিত হয় আৰু উদিত হলেই অৰূপধৰ্ম্মবিলাক সহজতেই জ্ঞানগোচৰ হয়। যদি এক, দুই বা তিনিটা মাত্ৰ ৰূপধৰ্ম্ম যোগীৰ জ্ঞানপথত উদিত হয় আৰু আন ৰূপবিলাক পৰিত্যাগ কৰি তেওঁ অৰূপ ধৰ্ম্ম বিচাৰত মনোনিবেশ কৰে, তাতেই তেওঁৰ যোগহানি ঘটে। পৰ্ব্বতৰ পৰা পিচলিলে গৰু যেনেকৈ ভূপতিত হয়, যোগহানিৰ ফলত তেওঁবো সেইদৰে পতন হয়। সেই কাৰণে প্ৰথমত সকলো ৰূপধৰ্ম্ম পৰিশুদ্ধভাৱে জ্ঞানগোচৰ কৰি পাচত অৰূপধৰ্ম্মত মনোনিবেশ কৰিলে তেওঁৰ কৰ্ম্মস্থান ভাৱনা সুন্দৰ ভাৱে সিদ্ধ হয়। খৰ্গৰ ( দা ) দ্বাৰা বাঁহ বিদিৰ্ণ অথবা যমজ তালগছ দুফাল কৰাৰ দৰে যোগীয়ে কাম-লোক, ৰূপ-লোক আৰু অৰূপ-

লোক, এই ত্রিলোকৰ অন্তৰ্গত যাৱতীয় সংস্কাৰ ধৰ্ম্মক (ৰূপ, চিত্ত আৰু চৈতসিক ধৰ্ম্মক) জ্ঞান-তৰোৱালৰ দ্বাৰা 'নাম আৰু ৰূপ' এই দুই ভাগত ভগাই বিচাৰ কৰিব। এই শৰীৰত 'নাম-ৰূপ'ৰ বাহিৰে অন্য জীৱ, পুৰুষ, দেৱ বা ব্ৰহ্মা নাই। এই বিষয়ে তেওঁৰ সন্দেহ মুক্ত হয়। নাম-ৰূপৰ যথাযথ বিচাৰ কৰি তেওঁ 'জীৱাত্মা আছে' এই মিচা ধাৰণা পৰিত্যাগ কৰে আৰু 'মই, মোৰ' এই অহঙ্কাৰ বা আমিত্ব-মমত্বৰূপ বিলাক (ভ্ৰান্তি, মিচাজ্ঞান) অতিক্ৰম কৰি পৰমাৰ্থ ভূমিত চিত্ত স্থাপন কৰিবৰ কাৰণে 'নামৰূপ' মাত্ৰ হয়েই দেহ, জীৱ বা পুদ্গল নহয়, এইদৰে চিন্তাৰ সঙ্গতি বিধান কৰি বিষয়টো মীমাংসা কৰে।

> য়থাহি অঙ্গ-সম্ভাৰা হোতি সদ্দো ৰথো ইতি।
> এৱং খন্ধেসু সন্তেসু হোতি সত্তোতি সম্মুতি॥

যেনেকৈ চুৰা-দিলামাৰি, চকা, পিঠিয়া, দণ্ডি আদি আহিলা পাতিবে সংযুক্ত কৰি 'ৰথ' নাম দিয়া হৈছে, কিন্তু পৰমাৰ্থ হিচাপে এটি এটি অঙ্গ-প্ৰত্যঙ্গ বা উপকৰণ নিৰীক্ষণ কৰিলে 'ৰথ' বুলি একোৱেই পোৱা নাযায়; অথবা কেনেকৈ কাঠ আদি উপকৰণৰ দ্বাৰা ঘৰ নিৰ্ম্মিত আৰু আকাশ পৰিবৃত আকাৰ বিশেষকে সচৰাচৰ 'ঘৰ' বুলি অভিহিত কৰা হয়, অথচ পৰমাৰ্থ হিচাপে এটি এটি অঙ্গ-প্ৰত্যঙ্গ উপকৰণ নিৰীক্ষণ কৰিলে 'ঘৰ' বুলি আখ্যা দিবলৈ একোৱেই দেখিবলৈ পোৱা নাযায়, নাইবা গছ, ডাল আৰু পাতাদি সংযোগত স্থিত আকাৰ বিশেষত 'গছ' বুলি অভিহিত কৰা হয়, কিন্তু অঙ্গ-প্ৰত্যঙ্গ এটি এটিকৈ চালে 'গছ' বুলি একোৱেই দেখিবলৈ পোৱা নাযায়, সেইদৰে পঞ্চ উপাদান-স্কন্ধ থাকিলে জীৱ, পুদ্গল, স্ত্ৰী, পুৰুষ, মই, তুমি তেওঁ ইত্যাদি লৌকিক ব্যৱহাৰৰ কাৰণে মাত্ৰ, কিন্তু পৰমাৰ্থ হিচাপে এটি এটিকৈ উপাদান জ্ঞানেৰে বিচাৰ কৰিলে মই, তুমি বা তেওঁ বুলি

গ্ৰহণ কৰিবলৈ বিষয়ভূত কোনো জীৱ তাৰ ভিতৰত পোৱা নাযায়। পৰমাৰ্থ দৃষ্টিত 'নাম-ৰূপ' হে মাত্ৰ দেখিবলৈ পোৱা যায়। এইদৰে চোৱাকেই যথাযথ-দৰ্শন ( যথাভূত-দৰ্শন ) বুলি কোৱা হয়। যিয়ে এইদৰে যথাযথ দৰ্শন পৰিত্যাগ কৰি তাৰ বিপৰীত দৃষ্টিত জীৱ আছে বুলি ধাৰণা কৰে, সি নিজৰ বিনাশ কিংবা অবিনাশেই দৰ্শন কৰে। অবিনাশ চিন্তাৰ ফলত তেওঁ শাশ্বতবাদত আৰু বিনাশ চিন্তাৰ ফলত উচ্ছেদ-বাদত পতিত হয়। যেনেকৈ গাথীৰৰ পৰিণাম দৈ, তেনেকৈ শাশ্বত অথবা উচ্ছেদ গতিৰ বাহিৰে অবিনাশী কিংবা বিনাশী দৃষ্টিৰ আন গতি নাই। জীৱাত্মা শাশ্বত অৰ্থাৎ মৃত্যুৰ পাচত জীৱাত্মা অবিনাশী, এইদৰে শাশ্বতদৃষ্টি গ্ৰহণ কৰিলে জীৱাত্মাৰ প্ৰতি আসক্ত হব লগা হয়, অথবা মৃত্যুৰ পাচত জীৱাত্মাৰ বিনাশ হয় এনেদৰে উচ্ছেদ-দৃষ্টি গ্ৰহণ কৰিলে শাশ্বত দৃষ্টি দূৰীভূত হয়। ভগৱান বুদ্ধই কৈছে—"হে ভিক্ষুসকল! দুই প্ৰকাৰৰ দৃষ্টিসম্পন্ন দেৱ-মনুষ্যৰ ভিতৰত কোনোৱে জীৱাত্মাৰ প্ৰতি আসক্ত হয় আৰু কোনোৱে জীৱাত্মা পৰিণামশীল বুলি ভাবি তাক অতিক্ৰম কৰে। চক্ষুষ্মান পুৰুষেহে যথাৰ্থ সত্য দেখিবলৈ পায়। ভিক্ষুসকল! জীৱাত্মাৰ প্ৰতি কেনেকৈ আসক্ত হয়? দেৱ-মনুষ্যসকল ভৱাৰাম, ভৱ-ৰতি, ভৱ-সম্মোদিত। তেওঁলোকক সদ্ধৰ্ম উপদেশ দিলেও তাৰ প্ৰতি তেওঁলোকে মন নিদিয়ে, মন প্ৰসন্ন নহয়, তেওঁলোকৰ মন একাগ্ৰতা নহয় আৰু ভৱ-ৰতি ত্যাগ কৰিব নিবিচাৰে। ভিক্ষু-সকল! এইদৰে তেওঁলোকে জীৱাত্মাৰ প্ৰতি আসক্ত হয়। ভিক্ষুসকল! কেনেকৈ জীৱাত্মা পৰিণামশীল বুলি ভাবি তাক অতিক্ৰম কৰে? কোনো কোনোৱে ভৱৰ প্ৰতি ঘৃণা, লজ্জা আৰু নিন্দা ভাৱ পোষণ কৰি বিভৱৰ কামনা কৰে, বিভৱত আনন্দ প্ৰকাশ কৰে। যেহেতু দেহৰ বিনাশত আত্মা বিচ্ছিন্ন হয়, বিনষ্ট হয়, মৰণৰ পাচত আৰু পুনৰ জন্ম নহয়। এইটোৱেই শান্ত,

প্ৰণীত, সত্য। ভিক্ষুসকল! এইদৰেই তেওঁলোকে জীৱাত্মা পৰিণামশীল বুলি ভাবি তাক অতিক্ৰম কৰে। ভিক্ষুসকল! কেনেকৈ চক্ষুষ্মান পুৰুষে যথাৰ্থ সত্য দেখিবলৈ পায়? ভিক্ষু-সকল! সদ্ধৰ্ম্ম-শাসনত ভিক্ষুসকলে ত্ৰিভৱৰ অন্তৰ্গত সংস্কাৰ ধৰ্ম্ম-সমূহক (নাম-ৰূপক) 'অনিত্য, দুঃখ আৰু অনাত্মা' এইদৰে পৰমাৰ্থ সত্যৰ দৃষ্টিতহে দেখে। ভিক্ষুসকল! এইদৰে চক্ষুষ্মান পুৰুষেহে যথাৰ্থ সত্য দেখিবলৈ পায়। সেই কাৰণে যেনেকৈ যাদুকৰৰ সঙ্কেতত ৰজ্জুসংযুক্ত নিৰ্জ্জীৱ পুতলা ৰজ্জু সংযোগত খোজ কাঢ়ে, ঠিয় হয়, বহে, হাত-ভৰি আদি অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন কৰে আৰু তাক দেখিবলৈ ঠিক সজীৱৰ দৰে প্ৰতীয়মান হয়, সেইদৰে এই দেহাকো পৰমাৰ্থ দৃষ্টিত দৰ্শন কৰাৰ কৰ্ত্তব্য।

স্থৱিৰসকলে কৈছে :—

নামং চ ৰূপং চ ইধত্থি সচ্চতো,
নহেত্থ সত্তো মনুজো চ বিজ্জতি,
সঞ্ঞং ইদং য়ন্তমিৱাভিসং খতং
দুক্খস্স পুঞ্জো তিণকট্ঠসাদিসো'তি।

"পৰমাৰ্থ সত্যৰ ভিতৰেদি চালে এই শৰীৰত নাম-ৰূপ'ৰ বাহিৰে অন্য জীৱ, সত্ত্ব, মনুজ একোৱেই দেখিবলৈ পোৱা নাযায়, কাঠৰ তৈয়াৰী পুতলা যন্ত্ৰৰ দৰে এই দেহ জীৱ শূন্য, তৃণ কাঠৰ দৰে নিৰ্জ্জীৱ, কেৱল দুঃখৰ পুঞ্জ মাত্ৰ"। তেওঁলোকে আৰু কৈছে—

য়মকং নাম-ৰূপং চ উভো অঞ্ঞঞাঞ্ঞ নিসি্সতা,
একস্মিং ভিজ্জমানস্মিং উভো ভিজ্জন্তি পচ্চয়া'তি।

"যুগ্ম 'নাম-ৰূপ' পৰস্পৰাশ্ৰিত, সিহঁতৰ এটি ভগ্ন হলে আনটিও লগে লগেই ভগ্ন হয়।"

'নাম (চিত্ত চৈতাসিক ধৰ্ম্ম) নিস্তেজ পদাৰ্থ, নিজৰ শক্তিৰে চলিবলৈ অক্ষম, খোৱা, পান কৰা, কথা কোৱা আৰু খোজ কঢ়াদি একোৱেই কৰিব নোৱাৰে। 'ৰূপো' (ৰূপস্কন্ধ) নিস্তেজ পদাৰ্থ,

নিজৰ শক্তিত, নিজৰ চেষ্টাত যাবলৈ অসমৰ্থ; খোৱা-বোৱা, কথা-কোৱা আৰু খোজকঢ়াদি কাৰ্য্য কৰিবলৈ ইয়াৰ ইচ্ছা নাই। অথচ 'নাম'ক আশ্ৰয় কৰি 'ৰূপ' আৰু 'ৰূপ'ক আশ্ৰয় কৰি 'নাম' চলিব লাগিছে। উভয়ৰ সংযোগত যাৱতীয় কাৰ্য্য সম্পন্ন হয়। নামৰ খোৱা-বোৱাৰ, কথাকোৱাৰ আৰু অহা-যোৱাদি কৰিবলৈ ইচ্ছা হলেই 'ৰূপে' খায়, কথাকয় আৰু অহা-যোৱাদি সকলো কাৰ্য্যই কৰে। অন্ধ আৰু পঙ্গুৰ দৃষ্টান্তৰ দ্বাৰা নাম-ৰূপৰ সম্বন্ধ ভাল দৰে বুজিব পৰা যায়। এজন অন্ধ আৰু এজন খঞ্জ। অন্ধই খঞ্জক কলে—"বন্ধু, মই, হাত-ভৰিৰে খোজকঢ়াদি সকলো কাৰ্য্য কৰিবলৈ সমৰ্থ, কিন্তু চকু নাই, যাৰ দ্বাৰা ওখ চাপৰাদি দেখা পাওঁ।" খঞ্জই অন্ধক ক'লে—"বন্ধু, মই চকুৰ দ্বাৰা সকলো দেখিবলৈ পাওঁ, কিন্তু মোৰ ভৰি নাই, যাৰ দ্বাৰা খোজ কাঢ়িব পাৰে।" খঞ্জৰ উত্তৰ শুনি অন্ধ তাৰ নিজৰ কান্ধত বহোৱালে আৰু অন্ধৰ কান্ধত বহি খঞ্জই তেওঁক পথ নিৰ্দ্দেশ কৰিবলৈ ধৰিলে—বাওঁ হাতে যোৱা, সোঁ হাতে যোৱা, বাওঁ হাতে নাযাবা, ইত্যাদি। এই ক্ষেত্ৰত চকু নথকা অন্ধই যেনেকৈ চকু থকা খঞ্জৰ বিনা সহায়ত যাব নোৱাৰে, পদহীন খঞ্জও তেনেকৈ পদ সম্পন্ন অন্ধৰ বিনা সহায়ত খোজ কাঢ়িব নোৱাৰে, কিন্তু উভয়ে একত্ৰে পৰস্পৰে পৰস্পৰৰ আশ্ৰয়ত যাব পাৰে আৰু যাৱতীয় কাৰ্য্য সম্পাদন কৰিব পাৰে। সেইদৰে 'নামে' নিজে নিজে ৰূপৰ বিনা সহায়ত উৎপন্ন হবলৈ কিংবা দৰ্শন শ্ৰৱণাদি কাৰ্য্য সম্পাদন কৰিবলৈ অসমৰ্থ। 'ৰূপো' নিজে নিজে, নামৰ বিনা সহায়ত সেই-বিলাক কাৰ্য্য সম্পাদন কৰিবলৈ অক্ষম, কিন্তু উভয়ে উভয়ৰ সংযোগত, পৰস্পৰে পৰস্পৰক আশ্ৰয় কৰিহে কাৰ্য্য কৰিব পাৰে, আৰু আশ্ৰয় নকৰাকৈ একোৱেই কৰিব নোৱাৰে।

এই কাৰণে স্থৱিৰ সকলে কৈছে—

য়থাপি নাৱং নিস্‌সায় মনুস্‌সা য়ন্তি অণ্ণৱে,
এৱমেৱ ৰূপং নিস্‌সায় নাম কায়ো পৱত্তি।

"যেনেকৈ নাৱক আশ্ৰয় কৰিহে মানুহে সমুদ্ৰ অতিক্ৰম কৰে, তেনেকৈ ৰূপক আশ্ৰয় কৰি নাম-কায়ৰ কাৰ্য্যত প্ৰবৃত্ত হয়।"

যথা মনুসে্স নিস্সায় নাৱা গচ্ছন্তি অণ্ণৱে,
এৱমেৱ নামং নিস্সায় ৰূপ কায়ো পৱত্ততি।

"যেনেকৈ মানুহৰ সহায়ত নাও সমুদ্ৰত পৰিচালিত হয়, তেনেকৈ নামৰ সহায়ত ৰূপকায় চালিত হয়।

উভো নিস্সায় গচ্ছন্তি মনুস্সা নাৱা চ অণ্ণৱে,
এৱং নামং চ ৰূপং চ উভো অঞ্ঞ্ঞাঞ্ঞ্ঞ নিস্সিতা'তি।

"যেনেকৈ মানুহ আৰু নাও পৰস্পৰে পৰস্পৰক আশ্ৰয় কৰি জল পথও গমন কৰে, তেনেকৈ নাম আৰু ৰূপ পৰস্পৰে পৰস্পৰৰ আশ্ৰয়ত চালিত হয়।"

*এইদৰে বিবিধ উপায়ে নাম-ৰূপৰ সম্বন্ধ জ্ঞান পূৰ্ব্বক বিচাৰ* কৰিলে যোগীয়ে জীৱ সংজ্ঞা পৰিত্যাগ কৰি পৰমাৰ্থ জ্ঞান লাভ কৰিব পাৰে। নাম-ৰূপৰ এইবিলাক প্ৰকাৰ স্বৰূপ দৰ্শনৰ নাম "দৃষ্টি বিশুদ্ধি" বুলি কোৱা হয়। তাক 'নাম-ৰূপ বিচাৰ' বুলিও কোৱা হয়, 'সংস্কাৰ-পৰিচ্ছেদ' বুলিও অভিহিত হয়।

## ৪। শঙ্কা-উত্তৰণ বিশুদ্ধি

পূৰ্ব্বোক্ত নাম-ৰূপৰ হেতু ( মূল কাৰণ ) উপলব্ধিৰ দ্বাৰা ত্ৰি-কালৰ শঙ্কাৰ পৰা উত্তীৰ্ণ হৈ, সংশয় মুক্ত হৈ অৱস্থিত জ্ঞানেই, 'শঙ্কা উত্তৰণ বিশুদ্ধি' বুলি কোৱা হয়। তাক সম্পাদন কৰিবৰ কাৰণে যোগীয়ে নাম-ৰূপৰ মূল কাৰণ অন্বেষণ কৰে। যেনেকৈ কোনো সুদক্ষ বেজে ৰোগ দেখি ৰোগৰ নিদান বা কাৰণ অন্বেষণ কৰে, অথবা কোনো দয়াৱান পুৰুষে, গাধীৰ খোৱা শিশুক চৰকাৰী আলিত শুই থকা দেখি-অহা! এই শিশুটি কাৰ? এই বুলি তাৰ মাক-বাপেকৰ অনুসন্ধান কৰে, তেনেকৈ যোগীয়েও

নাম-ৰূপৰ মূল কাৰণ সমূহ অনুসন্ধান কৰে। প্ৰথমৰ পৰাই তেওঁ জ্ঞানেৰে চিন্তা কৰে—এই 'নাম-ৰূপ' অহেতুক নহয়, বিনা কাৰণত 'নাম-ৰূপ' উৎপন্ন নহয়। যদি নাম-ৰূপ অহেতুক হলহেতেন, তেন্তে সকলোতে সকলো সময়তে সকলোৰে সদৃশ-ভাৱ ঘটিলেহেঁতেন। নাম-ৰূপ ঈশ্বৰাদি হেতু মূলকো নহয়, যেহেতু নাম-ৰূপৰ অতিৰিক্ত ঈশ্বৰাদিৰ কোনো হেতু নাই। যি সকলে নাম-ৰূপ মাত্ৰেই ঈশ্বৰাদি বুলি ভাৱে, তেতিয়া তেওঁ-লোকৰ স্বীকৃত ঈশ্বৰাদি পদ বাচ্য আদি কাৰণ নাম-ৰূপ অহেতুকভাৱ প্ৰাপ্ত হয়। সেই কাৰণে নাম-ৰূপ সহেতুক, সিহঁতৰ মূল কাৰণবিলাক নিশ্চিত আছে। নাম-ৰূপৰ মূল কাৰণবিলাক কি? যোগীয়ে নাম-ৰূপৰ মূল কাৰণবিলাক অনুসন্ধান আৰু বিচাৰ জ্ঞানৰ দ্বাৰা কৰে। প্ৰথমে তেওঁ ৰূপ কায়ৰ হেতু সমূহ অৱধাৰণ কৰে। এই ৰূপকায় বা দেহ উৎপন্ন হোৱাৰ সময়ত সুগন্ধ নীলোৎপল, পদ্ম, পুণ্ডৰীক বা তাৰ দৰে কোনো পুষ্পাভ্যন্তৰত উৎপন্ন নহয়। গ্ৰহণী আৰু অজ্জীৰ্ন হলে পেট, পটলাদি আঘাট পালে কাঁইট আদিৰ দ্বাৰা বিদ্ধ কৰিলে, ভিতৰখন আপোনা আপুনি গেলি দুৰ্গন্ধ, ঘৃণিত, আৰু অত্যন্ত সঙ্কীৰ্ণ ঠাইত গেলি পচি কৃত্ৰিম পোকাদি মাখি উৎপন্ন হয়। উৎপন্ন হোৱাৰ কাৰণে অবিদ্যা, তৃষ্ণা, উপাদান (আসক্তি) আৰু কৰ্ম্ম (কুশল-অকুশল-চেতনা) এই চাৰিবিধ স্বভাৱ ধৰ্ম্ম এই শৰীৰৰ উপকাৰক বুলিয়েই ইয়াৰ নাম হেতু আৰু আহাৰ শৰীৰৰ উপকাৰক বুলিয়েই প্ৰত্যয় নামে অভিহিত হয়। সেই কাৰণে অবিদ্যা, তৃষ্ণা, উপাদান, কৰ্ম্ম আৰু আহাৰ এই পাঁচবিধ স্বভাৱ-ধৰ্ম্ম ৰূপ-কায় বা দেহৰ পক্ষে হেতু প্ৰত্যয়। তাৰ ভিতৰত অবিদ্যা তৃষ্ণা আৰু উপাদান এই তিনিটা স্বভাৱ ধৰ্ম্ম সন্তানৰ মাতৃৰ দৰে এই দেহৰ উপনিশ্ৰয় (আশ্ৰয়), কৰ্ম্ম সন্তানৰ পিতাৰ দৰে দেহৰ জনক আৰু আহাৰ সন্তানৰ ধাত্ৰীৰ দৰে সন্ধাৰক।

এইদৰে তেওঁ ৰূপকায়ৰ মূল কাৰণ বিলাক গ্ৰহণ কৰি নাম কায়ৰ মূল কাৰণ বিলাক অনুসন্ধান কৰিবলৈ প্ৰবৃত্ত হয়। চকু আৰু ৰূপক ( দৃশ্য বস্তুক ) আলম্বন কৰি চক্ষুবিজ্ঞান উৎপন্ন হয়, শ্ৰোত আৰু শব্দক আলম্বন কৰি শ্ৰোতবিজ্ঞান উৎপন্ন হয়, ইত্যাদি নিয়মে যোগীয়ে নামকায়ৰ মূল কাৰণ সমূহ সংগ্ৰহ কৰে। এইদৰে হেতুৰ পৰা নাম ৰূপৰ প্ৰবৃত্তি দেখি বৰ্ত্তমানত যিদৰে হেতুৰ পৰা উৎপত্তি, অতীততো সেইদৰে হেতুৰ পৰা তাৰ উৎপত্তি হৈছিল আৰু ভবিষ্যতেও সেই একে ভাৱেই তাৰ উৎপত্তি হব, ইয়াক তেওঁ পুনঃপুনঃ দৰ্শন কৰে, বিচাৰ কৰে। এইদৰে নাম-ৰূপৰ উৎপত্তিৰ হেতু বা কাৰণসমূহ যি দৰ্শন কৰে, তেওঁৰ ষোল প্ৰকাৰ বিচিকিৎসা ( সংশয় ) পৰিত্যক্ত হয়। ষোল প্ৰকাৰ বিচিকিৎসা, যেনে—পূৰ্ব্বান্ত, পূৰ্ব্বকোটি বা অতীত সম্বন্ধে—মই অতীতত কি আছিলো? অতীতত মই আছিলোনে নাই? অতীতত মই আছিলো জানো? মই অতীতত কেনেকৈ আছিলো? আৰু মই অতীতত কিহৰ পৰা কি হৈছিলো? এই পাঁচবিধ বিচিকিৎসা।

অপৰান্ত অপৰকোটি বা অনাগত সম্বন্ধে—ভবিষ্যত মই কি হম? ভবিষ্যত মই নহম নেকি? ভবিষ্যত মই হম জানো? মই ভবিষ্যত কেনে হম? আৰু মই ভবিষ্যত কিহৰ পৰা কি হমগৈ? এই পাঁচ প্ৰকাৰ বিচিকিৎসা।

বৰ্ত্তমান সম্বন্ধে—এতিয়া মই আছো জানো? এতিয়া মই নাই নেকি? এতিয়া মই কি? এতিয়া মই কেনে ধৰণৰ? ক'ৰ পৰা মই আহিছো? আৰু কলৈ বা যাম? এই ছয় প্ৰকাৰ বিচিকিৎসা। ইয়াতে ষোল প্ৰকাৰ বিচিকিৎসা দিয়া হল।

কোনো কোনো যোগীয়ে প্ৰতিলোমিকভাৱে, পশ্চাদগতিত প্ৰতীত্যসমুৎপাদ বা হেতু হিচাপে নাম-ৰূপৰ ক্ৰমোৎপত্তি দৰ্শন কৰে। তেওঁ সাকাৰ ধৰ্ম্ম সমূহৰ জীৰ্ণভাৱ দেখি আৰু জৰাগ্ৰস্ত বস্তু মাত্ৰাকে বিনাশ দেখিবলৈ পায়, এইদৰে জ্ঞানেৰে বিষয়টি চিন্তা

কৰে :—এই জৰা মৰণ জনিত, জন্ম ভৱ জনিত ( ইয়াত ভৱ অৰ্থে কৰ্ম্মভৱ ), ভৱ ( ইয়াত উৎপত্তি ভৱ ) উপাদান জনিত, উপাদান ( আসক্তি ) তৃষ্ণা জনিত, তৃষ্ণা বেদনা জনিত, বেদনা স্পৰ্শ জনিত, স্পৰ্শ ষড়ায়তন জনিত, ষড়ায়তন নাম-ৰূপ ( চৈতসিক আৰু ৰূপ ) জনিত, নাম-ৰূপ বিজ্ঞান ( চিত্ত ) জনিত, বিজ্ঞান সংস্কাৰ ( কৰ্ম্ম ) জনিত আৰু সংস্কাৰ ( কৰ্ম্ম ) অবিদ্যা জনিত। এই প্ৰকাৰ দৰ্শনৰ ফলত যোগীৰ বিচিকিৎসা পৰিত্যক্ত হয়।

কোনো কোনো যোগীয়ে কৰ্ম্ম বিতৰ্ক আৰু বিপাক বিতৰ্ক হিচাপে নাম-ৰূপৰ মূল কাৰণবিলাক পৰ্য্যাবেক্ষণ কৰে :—অতীত কৰ্ম্মভৱত অৱিদ্যা, সংস্কাৰ, তৃষ্ণা, উপাদান আৰু ভৱ এই পাঁচ প্ৰকাৰ ধৰ্ম্ম বৰ্ত্তমান উৎপত্তি ভৱত ( বৰ্ত্তমান জন্মত ) প্ৰতিসন্ধি ৱিজ্ঞানৰ ( পূৰ্ব্বজন্মক্ষণত উৎপন্ন প্ৰথম চিত্তৰ ) হেতু, ইহজন্মত উৎপন্ন প্ৰতিসন্ধি-বিজ্ঞান, নাম-ৰূপ ( ইয়াত চৈতসিক আৰু ৰূপ ), ষড়ায়তন, স্পৰ্শ আৰু বেদনা এই পঞ্চ ধৰ্ম্ম অতীত কৰ্ম্মভৱৰ অবিদ্যাদি পঞ্চ ধৰ্ম্মৰ বিপাক ( পৰিণামী ফল ), বৰ্ত্তমান উৎপত্তি ভৱত ষড়ায়তনৰ পৰিপক্কতাবশত বৰ্ত্তমান কৰ্ম্মভৱত তৃষ্ণা, উপাদান, ভৱ ( কৰ্ম্ম ভৱ ), অৱিদ্যা আৰু সংস্কাৰ এই পঞ্চ ধৰ্ম্ম ভবিষ্যত উপপাদ্যমান প্ৰতিসন্ধি বিজ্ঞানৰ হেতু। এইদৰে হেতুৰ পৰা নাম-ৰূপৰ উৎপত্তি বৃদ্ধি দৰ্শন কৰি তেওঁ জ্ঞানেৰে চিন্তা কৰে :—বৰ্ত্তমানত যেনেকৈ ই কৰ্ম্ম-বিৱৰ্ত্ত আৰু বিপাক বিৱৰ্ত্ত হিচাপে উৎপন্ন হৈছে, অতীততো তেনেকৈ ই এই দুই প্ৰকাৰ বিৱৰ্ত্ত হিচাপে উৎপন্ন হৈছিল আৰু ভবিষ্যতো উৎপন্ন হব। কৰ্ম্ম, কৰ্ম্ম-বিপাক, কৰ্ম্ম-বিৱৰ্ত্ত, বিপাক-বিৱৰ্ত্ত, কৰ্ম্ম-সন্ততি, বিপাক-সন্ততি আৰু ক্ৰিয়া, ক্ৰিয়া-ফল, এইদৰে তেওঁ পুনঃ পুনঃ বিষয়টো দৰ্শন কৰে।

কম্ম-ৱিপাকা ৱত্তন্তি ৱিপাকো কম্ম-সম্ভৱো,
তস্মা পুনব্ভৱো হোতি এৱং লোকো পৱত্ততী'তি।

কৰ্ম্ম আৰু বিপাক ( পৰিণামী কৰ্ম্মৰ ফল ) মাত্ৰ বিদ্যমান,

বিপাক কৰ্ম্ম সম্ভূত, এই কাৰণে পুনৰোৎপত্তি হয়। পঞ্চ স্কন্ধৰ উৎপত্তি-বৃদ্ধি-লয় এই দৰেই সদায় চলি আহিছে।

এই নিয়মৰ ভিতৰেদি একান্ত মনে পুনঃ পুনঃ দৰ্শন কৰিলে যোগীৰ ষোল প্ৰকাৰ বিচিকিৎসা দূৰীভূত হয়। সকলো ভৱ যোনি, গতি, স্থিতি, জীৱনীবাসৰ ভিতৰত কেৱল হেতু ফল সম্বন্ধ হিচাপে বিদ্যমান নাম-ৰূপ মাত্ৰ তেওঁৰ দৃষ্টি-গোচৰ হয়। তেওঁৰ জ্ঞান-দৃষ্টিত কাৰণৰ বাহিৰে কাৰক (কৰ্ম্ম কৰ্ত্তা) আৰু ফলৰ বাহিৰে ফল ভোক্তা দেখিবলৈ নাপায়। এই কাৰণে স্থৱিৰ সকলে কৈছে :—

কম্মস্‌স কাৰকো নত্থি ৱিপাকস্‌স চ ৱেদকো,
সুদ্ধ ধম্মা পৱত্তন্তি এৱেতং সম্মদস্‌সনং।

"কৰ্ম্মৰ কৰ্ত্তা নাই আৰু ফলৰ (বিপাকৰ) ভোক্তা (সুখ-দুঃখ-ভোগী) নাই। কেৱল সংস্কাৰ ধৰ্ম্ম (নাম-ৰূপ মাত্ৰ) বিদ্যমান দেহকেই সম্যক দৰ্শন বা যথাভূত দৰ্শন বোলে।"

এৱং কম্মে ৱিপাকে চ ৱত্তমানে সহেতুকে,
ৱীজ-ৰুক্‌খাদিকানং ৱ পুব্বকোটি নঞ্ঞায়তি।

"এইদৰে অবিদ্যাদি হেতুসহ কৰ্ম্ম আৰু ইয়াৰ বিপাক (পৰিণামী ফল) বিদ্যমান থকাত বীজ আৰু বৃক্ষাদিৰ দৰে ইয়াৰ (হেতু ফলৰ) পূৰ্ব্বকোটি (আদি) দৃষ্ট নহয়,—ই অনাদি।" এইদৰে কৰ্ম্ম-বিৱৰ্ত্ত আৰু বিপাক-বিৱৰ্ত্ত নিয়মত নাম-ৰূপৰ হেতু প্ৰত্যয় পৰ্য্যৱেক্ষণ কৰাৰ ফলত অতীত, অনাগত আৰু বৰ্ত্তমানকালৰ সকলো সংস্কাৰ ধৰ্ম্ম (হেতু নাম-ৰূপ ধৰ্ম্ম) চ্যুতি-পুনৰুৎপত্তি নিয়মত (মৃত্যু-পুনৰ্জন্ম হিচাপে) যোগীৰে বিষয়টো পৰিজ্ঞাত হয়। যোগীৰ এনে ধৰণৰ জ্ঞানকেই জ্ঞাত পৰিজ্ঞা (ঞাত-পৰিঞ্‌ঞা) বুলি কোৱা হয়। যোগাচাৰী ভিক্ষুৱে জ্ঞাত পৰিজ্ঞাৰ দ্বাৰা বুজিব পাৰে—অতীত ভৱত অবিদ্যাদি মূল কৰ্ম্ম-হেতুৰ দ্বাৰা যি পঞ্চস্কন্ধ

উৎপন্ন হৈছিল, সি অতীত ভৱতেই নিৰুদ্ধ হৈ গৈছে; অতীত ভৱৰ কৃত কৰ্ম্ম-হেতুৰ পৰা বৰ্ত্তমান ভৱত অন্য পঞ্চস্কন্ধ উৎপন্ন হৈছে, অতীত ভৱত উৎপন্ন পঞ্চস্কন্ধৰ এটি স্কন্ধও (এটি বস্তুও) এই ভৱলৈ অহা নাই। বৰ্ত্তমান ভৱতো অতীতৰ কৃত কৰ্ম্ম-হেতু যি পঞ্চস্কন্ধ উৎপন্ন হৈছে, সেইবিলাকো এই ভৱতেই নিৰুদ্ধ হৈছে, পৰৱৰ্ত্তী ভৱত অন্য পঞ্চস্কন্ধ উৎপন্ন হব, তালৈ ইহ ভৱৰ পৰা উৎপন্ন পঞ্চস্কন্ধৰ একোৱেই নাযায়। যেনেকৈ অধ্যাপনাৰ সময়ত আচাৰ্য্যৰ মুখৰ পৰা অধ্যয়ন শিষ্যৰ মুখলৈ প্ৰৱেশ নকৰে, অথচ সেই অধ্যাপনা হেতুৰ দ্বাৰা শিষ্যৰ মুখত অধ্যয়ন চলি থাকে। যেনেকৈ মুখমণ্ডল দৰ্পণাদিয়ে লৈ নাযায়, অথচ সি দৰ্পণাদিত প্ৰতিবিম্বিত হয়, তেনেকৈ অতীত ভৱৰ পৰা ইহ ভৱ আৰু ইহ ভৱৰ পৰা পৰৱৰ্ত্তী ভৱত পঞ্চস্কন্ধৰ এটি স্কন্ধও সংক্ৰমিত নহয়, অথচ অতীত ভৱত উৎপন্ন স্কন্ধ, ধাতু, আয়তনাদিৰ পৰা ইহ ভৱত স্কন্ধ, ধাতু, আয়তনাদি উৎপন্ন হয়, আৰু ইহ ভৱত উৎপন্ন স্কন্ধ, ধাতু আৰু আয়তনাদিৰ দ্বাৰা পৰবৰ্ত্তী ভৱত স্কন্ধ ধাতু আৰু আয়তনাদি উৎপন্ন হয়। এইদৰে চ্যুতি-পুনৰুৎপত্তি নিয়মে বিদিত সকলো সংস্কাৰ ধৰ্ম্মৰ (নাম-ৰূপ ধৰ্ম্মৰ) হেতু পৰিগ্ৰহ জ্ঞান, হেতু হিচাপে উৎপত্তি জ্ঞান (হেতু-আয়ত্তী কাৰণ-জ্ঞান) সুদৃঢ় হয় আৰু ষোল প্ৰকাৰ শঙ্কা (সন্দেহ) সুন্দৰৰূপে পৰিত্যক্ত হয়। কেৱল ষোল প্ৰকাৰ শঙ্কা পৰিত্যক্তই নহয়, বুদ্ধাদি ৰত্নত্ৰয় সম্বন্ধে যি আঠ প্ৰকাৰ শঙ্কা থাকিব পাৰে সেইবিলাকো পৰিত্যক্ত হয়। ইয়াৰ বাহিৰে ৬২ প্ৰকাৰ মিথ্যাদৃষ্টি (বিপৰীত জ্ঞান) ক্ষীণপ্ৰাপ্ত হয়। এইদৰে নানাপ্ৰকাৰে নাম-ৰূপৰ হেতু হিচাপে উৎপত্তিজ্ঞানৰ দ্বাৰা (হেতুপৰিগ্ৰহ-জ্ঞান দ্বাৰা) ত্ৰিকাল শঙ্কাৰ পৰা উত্তীৰ্ণ হৈ অৱস্থিত জ্ঞানেই শঙ্কা-উত্তৰণ-বিশুদ্ধি বুলি কোৱা হয়। এনে ধৰণৰ জ্ঞানেই ধৰ্ম্ম-স্থিতি-জ্ঞান, যথাভূত-জ্ঞান আৰু সম্যকদৰ্শন বুলি অভিহিত হয়। এই জ্ঞান প্ৰাপ্ত হলে যোগাচাৰী ভিক্ষুৱে

বুদ্ধ-শাসনত আশ্বাস লাভ কৰি লব্ধ-প্ৰতিষ্ঠ হয় আৰু নিৰূপিত গতিপ্ৰাপ্ত হোৱাকেই ক্ষুদ্ৰ স্ৰোতাপন্ন (চুল্ হ সোতাপন্ন) বুলি কোৱা হয়।

তস্মা ভিকখু সদা সতো নাম-ৰূপস্স সব্বসো,
পচ্চয়ে পৰিগন্থেয়্য কংখা-ৱিতৰণখিকো'তি।

"সেই কাৰণে শঙ্কা-উত্তৰণকামী ভিক্ষুৱে সততে স্মৃতিমান হৈ নাম-ৰূপৰ হেতু সমূহ সকলো প্ৰকাৰে অৱধাৰণ কৰে।"

## ৫। মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধি

### ১। সংমৰ্শন-জ্ঞান

'এইটো প্ৰকৃত মাৰ্গ, এইটো প্ৰকৃত মাৰ্গ নহয়', এইদৰে মাৰ্গামাৰ্গৰ প্ৰভেদ বুজিব পৰা জ্ঞানকেই মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধি বুলি কোৱা হয়। এই জ্ঞান-বিশুদ্ধি সাধন কৰিবলৈ হলে পুনৰ প্ৰথমতে কলাপ-সংমৰ্শন নামৰ নিয়ম দৰ্শনৰ বিষয়ে মনো-নিবেশ কৰিব লাগে। ইয়াৰ কাৰণ হল যে, বিদৰ্শন-ভাৱনাৰ সূত্ৰপাত হোৱাৰ লগে লগে পোহৰ-আন্ধাৰাদি বাধা বা ধঁাধঁা উপস্থিত হলেই কোনটো প্ৰকৃত মাৰ্গ, কোনটো নহয়' এই সমস্যা উদয় হয়, যাক মীমাংসা কৰিব পাৰিলে মাৰ্গামাৰ্গ-জ্ঞান উৎপন্ন হয়। কলাপসংমৰ্শনেই বিদৰ্শন-সাধনাৰ প্ৰথম স্তৰ। যেহেতু তীৰণপৰিজ্ঞা বৰ্ত্তমান থাকিলেই, মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধি সাধন কৰিবলৈ যোগীয়ে কলাপ সংমৰ্শনত মনোযোগ দিয়া কৰ্ত্তব্য। ইয়াৰ বিনিশ্চয় বা অৰ্থবিচাৰ হল—লৌকিক পৰিজ্ঞা তিনিবিধ, যেনে—জ্ঞাত-পৰিজ্ঞা, তীৰণ-পৰিজ্ঞা আৰু প্ৰহাণ-পৰিজ্ঞা। 'ৰূপৰ লক্ষণ ৰূপ্যন বা পৰিবৰ্ত্তন', বেদনাৰ লক্ষণ বেদয়িত বা অনুভূতি', এইদৰে সেই বিলাক ধৰ্ম্ম বা জ্ঞেয় বস্তুৰ প্ৰত্যাত্ম লক্ষণ, স্বলক্ষণ বা পৃথক পৃথক লক্ষণ প্ৰকৃতৰূপে জানিবৰ কাৰণে প্ৰবৃত্ত প্ৰজ্ঞাই

জ্ঞাত-পৰিজ্ঞা। 'ৰূপ অনিত্য', 'বেদনা অনিত্য,' ইত্যাদি ৰূপত সেই বিলাক ধৰ্ম্ম বা বস্তুৰ সামান্য, সাধাৰণ বা জাতি লক্ষণ নিৰূপণ কৰিবৰ কাৰণে প্ৰবৃত্ত লক্ষণাৱলম্বী বিদৰ্শন-প্ৰজ্ঞাই তীৰণ-পৰিজ্ঞা। পূৰ্ব্ববৰ্ণিত দৃষ্টি-বিশুদ্ধিৰ পৰা শঙ্কা-উত্তৰণ-বিশুদ্ধি পৰ্য্যন্ত আলোচ্য বিষয় হল জ্ঞাত-পৰিজ্ঞাৰ ভূমি। তাৰ ভিতৰত যাৱতীয় সংস্কাৰ ধৰ্ম্মৰ প্ৰত্যাত্ম লক্ষণ; স্বলক্ষণ বা পৃথক পৃথক লক্ষণ হৃদয়ঙ্গম কৰাৰ প্ৰবৃত্তিয়েই প্ৰৱল। কলাপ-সংমৰ্শনৰ তীৰণ-পৰিজ্ঞাৰ-ভূমি। তাৰ ভিতৰত সংস্কাৰ ধৰ্ম্মসমূহৰ বা জ্ঞেয় বিষয়সমূহৰ সামান্য লক্ষণ (অনিত্য, দুঃখ আৰু অনাত্ম এই ত্ৰিলক্ষণ) হৃদয়ঙ্গম কৰাৰ প্ৰবৃত্তিয়েই অধিক। ভঙ্গ-জ্ঞানৰ পৰা আৰম্ভ কৰি তদূৰ্দ্ধ বিষয়-বিলাক প্ৰহাণ-পৰিজ্ঞাৰ ভূমি। অনিত্য দৃষ্টিৰ পুনঃ পুনঃ দৰ্শন কৰাৰ ফলত নিত্য সংজ্ঞা, নিত্য বুলি জ্ঞান পৰিত্যক্ত হয়। দুঃখদৃষ্টিৰে চোৱাৰ ফলত সুখসংজ্ঞা, অনাত্ম দৃষ্টিৰে চোৱাৰ ফলত আত্মসংজ্ঞা পৰিত্যক্ত হয়। নিস্পৃহ হোৱাৰ ফলত নন্দি বা ভোগতৃষ্ণা, বিৰাগ উৎপন্ন হোৱাৰ ফলত ৰাগ বা আসক্তি; নিৰোধ কৰাৰ ফলত সমুদয় বা অভ্যুদয় আৰু পৰিবৰ্জ্জন কৰাৰ ফলত আদান বা পুনৰায় গ্ৰহণ হয়। এইদৰে নিত্য-সংজ্ঞাদি সপ্ত বিষয় পৰিত্যাগ কৰাৰ বিষয়ে অনিত্যাদি সপ্তবিধ অনুদৰ্শনৰেই আধিপত্য।

কলাপ-সংমৰ্শনত মনোযোগ দিব লাগিব। যোগীয়ে অতীত, অনাগত আৰু বৰ্ত্তমান হিচাপে, অধ্যাত্ম (নিজস্ব) কিম্বা বাহ্য, স্থূল কিম্বা সূক্ষ্ম, হীন কিম্বা উৎকৃষ্ট, দুৰস্থ কিম্বা সন্নিকটস্থ, ৰূপ কওঁতে যিবিলাক আছে, সকলো প্ৰকাৰ ৰূপ অনিত্যতাৰ বিষয়ে বিশদভাৱে জ্ঞানত স্থাপন কৰে। ই সংমৰ্শনৰ এটা পৰ্য্যায়। এইদৰে তেওঁ বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান প্ৰত্যেকটিতে অনিত্য, দুঃখ আৰু অনাত্মা, এই ত্ৰিলক্ষণ আৰোপ কৰি সেই বিলাকৰ স্বৰূপ সংমিৰ্শন কৰে। যি কোনো ৰূপ সেই বিলাক

ৰূপ-সংজ্ঞাৰ আৰু বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান নাম-সংজ্ঞাৰ অধীন। ক্ষয়শীল অৰ্থৰ নাম অনিত্য, ভয়াধীন অৰ্থে তাৰ দুঃখ আৰু অসাৰ অৰ্থে তাৰ অনাত্ম। ক্ষয়শীল অৰ্থে ৰূপো অনিত্য, ভয়াধীন অৰ্থে তাৰ দুঃখ আৰু অসাৰ অৰ্থে তাৰ অনাত্ম। অতীত, অনাগত কিম্বা বৰ্ত্তমান নাম-ৰূপ, সৰ্ব্বকালৰ আৰু সকলো ৰকমৰ নাম-ৰূপ পূৰ্ব্বোক্ত অৰ্থে অনিত্য, দুঃখ আৰু অনাত্ম। এই দৰে যোগীয়ে সময়ত অৰূপ ( নাম ) জ্ঞানত সংমৰ্শন কৰে। ৰূপ সংমৰ্শন কৰিবৰ সময়ত ৰূপৰ উৎপত্তি আৰু নাম সংমৰ্শন কৰিবৰ সময়ত নামৰ উৎপত্তি দৰ্শন কৰে। এই দৰেই তেওঁ সময়ত ৰূপ আৰু সময়ত অৰূপ ( নাম ) জ্ঞানত অৱধাৰণ কৰে। সৰ্ব্ব জ্ঞেয় বস্তুত ( যাৱতীয় সংস্কাৰ ধৰ্ম্মত ) অনিত্য, দুঃখ আৰু অনাত্ম এই ত্ৰিলক্ষণ নিৰ্দ্দেশ কৰি যথাক্ৰমে, এটাৰ পাচত এটা, একাগ্ৰতাচিত্তে পুনঃ পুনঃ দৰ্শন কৰি বিদৰ্শননিৰত যোগীয়ে প্ৰজ্ঞা-ভাৱনাৰ কাৰ্য্য সম্পাদন কৰে। উক্ত প্ৰকাৰে ইটোৰ পাচত সিটো ত্ৰিলক্ষণ নিৰ্দ্দেশত সৰ্ব্বজ্ঞেয় বস্তু ( সংস্কাৰ ধৰ্ম্মসমূহ ) সংমৰ্শন বা বাৰ বাৰ দৰ্শন কৰাৰ ফলত তাতেই ( যোগীৰ অন্তৰত ) সংমৰ্শন-জ্ঞান উৎপন্ন হয়।

## (২) উদয়-ব্যয়-জ্ঞান

পূৰ্ব্বোক্ত নিয়মে অনিত্য, দুঃখ আৰু অনাত্ম হিচাপে ত্ৰিলক্ষণ সংস্কাৰ ধৰ্ম্মত আৰোপিত কৰি জ্ঞানেৰে পুনঃপুনঃ চিন্তা কৰাৰ ফলত নিত্য-সংজ্ঞা, সুখ-সংজ্ঞা আৰু আত্মা-সংজ্ঞা পৰিত্যক্ত হয়। তাতেই বিশুদ্ধ জ্ঞানী ভিক্ষুৱে, সংমৰ্শন-জ্ঞানত পাৰদৰ্শী হৈ তাতকৈ বেচি উদয়-ব্যয়-জ্ঞান লাভৰ কাৰণে মনোযোগী হয়। তেওঁ যোগ কৰাৰ আগতে সংক্ষেপে চিন্তা কৰি থাকে—"জাত নাম-ৰূপৰ উৎপত্তি-লক্ষণ উদয় আৰু পৰিণাম লক্ষণ বা ভঙ্গ লক্ষণ ব্যয় বা বিলয়।" এইদৰে তেওঁ নাম-ৰূপৰ উদয় আৰু বিলয় এই দুটা আলম্বনত

( ধৈৰ্য্য বিষয়ত ) চিত্ত স্থাপন কৰি জ্ঞানেৰে পুনঃ পুনঃ দৰ্শন কৰে। তেওঁ এইদৰে ধাৰণা কৰে—"এই যে বৰ্ত্তমান নাম-ৰূপ, ইয়াৰ উৎপত্তিৰ পূৰ্ব্বে যেই নাম-ৰূপ উৎপন্ন হৈ নিৰুদ্ধ হৈছিল, তাৰ কোনো নিচয় বা ৰাশি নাছিল, তাৰ পৰা বৰ্ত্তমান নাম-ৰূপৰ আগমন নহয়। বৰ্ত্তমান নাম-ৰূপৰ নিৰোধ, হোৱাৰ সময়তো সেইবিলাক ইফালে সিফালে যোৱা নাই আৰু নিৰুদ্ধ হৈয়ো সেইবিলাক এটা ঠাইত ৰাশীকৃত কিম্বা স্তূপীকৃত হৈ দ'ম খাই নাথাকে।

বীণা বাদনৰ সময়ত যি বিলাক শব্দ উৎপন্ন হয়, সেইবিলাক আগৰ পৰা সাঁচি থোৱা নহয় আৰু যি বিলাক সাঁচি থোৱা নাছিল তাৰ পৰাও বৰ্ত্তমান শব্দবিলাক অহা নাই, নিৰুদ্ধ হোৱাৰ সময়তো এই শব্দবিলাক বিভিন্ন ফালে নাযায় আৰু নিৰুদ্ধ শব্দবিলাক কোনো ঠাইত সঞ্চিত হৈও নাথাকে। তথাপি বীণা, চলি, বাদকৰ হাতজুকাৰাদি ক্রিয়া আৰু তাৰ চেষ্টা, এই হেতু সমবায়ৰ দ্বাৰা অসঞ্চিত পূৰ্ব্বৰ শব্দবিলাক উৎপন্ন হয় আৰু উৎপন্ন শব্দবিলাক নিৰুদ্ধ হয়। সেইদৰে ৰূপ-অৰূপ ধৰ্ম্ম ( নাম-ৰূপ বা পঞ্চস্কন্ধ ) নহৈয়ো হয় আৰু হৈয়ো বিনষ্ট হয়। অৰ্থাৎ যি ৰূপ-অৰূপ ধৰ্ম্ম পূৰ্ব্বে নাছিল, কিন্তু পূৰ্ব্ব হেতুৰ পৰাই বৰ্ত্তমানত তাৰ উৎপন্ন হৈছে আৰু এই উৎপন্ন ৰূপ-অৰূপ ধৰ্ম্ম পুনৰ বিনষ্ট হৈছে। এইদৰে যোগীয়ে সংক্ষেপে নাম-ৰূপৰ উদয় আৰু বিলয় একান্ত মনে চিন্তা কৰে। তেওঁ নাম-ৰূপৰ হেতু-সমবায়ৰ ফালৰ পৰা, উৎপত্তি আৰু বিনাশৰ ফালৰ পৰা বিষয়টি জ্ঞানেৰে বাৰে বাৰে চিন্তা কৰে। হেতু-সমবায়ৰ ফালৰ পৰা তেওঁ এইদৰে বিষয়টো চিন্তা কৰে— "অবিদ্যা-সমুদয়ৰ ( এই ক্ষেত্রত সমুদয় অৰ্থ হেতু বা কাৰণ ) পৰা ৰূপ-সমুদয় ( ইয়াত সমুদয় অৰ্থ উদয় বা উৎপত্তি ), অৰ্থাৎ তেওঁ চিন্তাৰ দ্বাৰা দেখিবলৈ পায়—হেতু সমূহৰ দ্বাৰা ৰূপ-স্কন্ধৰ উৎপত্তি হয়। সেই ৰূপ তৃষ্ণা-সমুদয়ৰ পৰা ৰূপ-সমুদয়, উপাদান-সমুদয়ৰ পৰা ৰূপ-সমুদয়, কৰ্ম্ম-সমুদয়ৰ পৰা ৰূপ-সমুদয় আৰু আহাৰ-

সমুদয়ৰ পৰা ৰূপ-সমুদয় সম্ভৱ হয়। এইদৰে তেওঁ হেতুৰ ফালৰ পৰা ৰূপস্কন্ধৰ উৎপত্তি দৰ্শন কৰে। ৰূপ-স্কন্ধৰ উদয়দৰ্শনকাৰী ভিক্ষুৱে এই পঞ্চ লক্ষণো দেখিবলৈ পায়—অবিদ্যাৰ নিৰোধেই ৰূপ-স্কন্ধৰ নিৰোধ হয়। সেইদৰে তৃষ্ণাৰ নিৰোধত ৰূপ-স্কন্ধৰ নিৰোধ, উপাদানৰ নিৰোধত ৰূপ-স্কন্ধৰ নিৰোধ, কৰ্ম্মৰ নিৰোধত ৰূপস্কন্ধৰ নিৰোধ আৰু আহাৰৰ নিৰোধত ৰূপস্কন্ধৰ নিৰোধ হয়। এইদৰে হেতুসমূহৰ নিৰোধত ৰূপস্কন্ধৰ নিৰোধ হয়। এইদৰে নিৰোধৰ ফালৰ পৰা তেওঁ ৰূপস্কন্ধৰ ব্যয় বা বিলয় দৰ্শন কৰে। ৰূপস্কন্ধৰ বিলয়দৰ্শনকাৰীয়ে উক্ত পঞ্চ লক্ষণ দেখিবলৈ পায়। উক্ত প্ৰকাৰে অবিদ্যাসমুদয়ৰ পৰা বেদনা-সমুদয়, তৃষ্ণা-সমুদয়ৰ পৰা বেদনা-সমুদয়, উপাদান-সমুদয়ৰ পৰা বেদনা-সমুদয়, কৰ্ম্ম-সমুদয়ৰ পৰা বেদনা-সমুদয় আৰু স্পৰ্শ-সমুদয়ৰ পৰা বেদনা-সমুদয় সম্ভৱ হয়। তেওঁ হেতুৰ ফালৰ পৰা বেদনাস্কন্ধৰ উদয় দৰ্শন কৰে। বেদনা-স্কন্ধৰ উদয়-দৰ্শনকাৰী ভিক্ষুৱে উক্ত পঞ্চ লক্ষণ দেখিবলৈ পায়। অবিদ্যা, তৃষ্ণা, উপাদান, কৰ্ম্ম আৰু স্পৰ্শৰ নিৰোধেই বেদনাৰ নিৰোধ হয়। হেতুসমূহৰ নিৰোধত বেদনাস্কন্ধৰ নিৰোধ হয়। এইদৰে নিৰোধৰ ফালৰ পৰা তেওঁ বেদনাস্কন্ধৰ ব্যয় বা বিলয় দৰ্শন কৰে। বেদনা স্কন্ধৰ বিলয়দৰ্শনকাৰী ভিক্ষুৱে উক্ত পঞ্চ লক্ষণ দেখিবলৈ পায়। উক্ত প্ৰকাৰে সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান-স্কন্ধৰ উদয় আৰু বিলয় দৰ্শন কৰিব লাগে। পাৰ্থক্যৰ ভিতৰত কেৱল বিজ্ঞানস্কন্ধৰ বেলিকা স্পৰ্শৰ ঠাইত নাম-ৰূপ শব্দটো মাত্ৰ যোগ দিব লাগে। এইদৰে এটি এটিকৈ স্কন্ধৰ উদয় আৰু বিলয় দৰ্শনত দহোটা দহোটাকৈ মুঠ পঞ্চাশটা লক্ষণ নিৰ্দ্দিষ্ট হয়। উক্ত লক্ষণবিলাকৰ দ্বাৰা এইদৰে 'ৰূপৰ' উদয় হয় আৰু এইদৰে ৰূপৰ ব্যয় বা বিলয় হয়, এই নিয়মে যোগীয়ে হেতুৰ ফালৰ পৰা উৎপত্তিক্ষণ ( মুহূৰ্ত্ত ) আৰু ব্যয়ৰ বা বিলয়ৰক্ষণ বিশদভাৱে জ্ঞানেৰে চিন্তা কৰে। এইদৰে নিবিষ্টমনে অবিৰত চিন্তা কৰাৰ ফলত তেওঁ

জ্ঞানচকুৰে দেখিবলৈ পায়—বৰ্ত্তমানৰ এই পঞ্চস্কন্ধ অতীতত নাছিল, অতীতৰ অবিদ্যাদি হেতুত উৎপন্ন হৈছে আৰু ইহঁতৰ স্বাভাৱিক নিয়মত পুনঃ ধ্বংস প্ৰাপ্ত হৈছে। পঞ্চস্কন্ধৰ উৎপত্তিক্ষণ আৰু বিলয়-ক্ষণ, এই ক্ষণ দ্বয়ৰ প্ৰতি একাগ্ৰমনে অবিৰত নিৰীক্ষণ কৰোঁতে তেওঁৰ জ্ঞান ক্ৰমে বিশদতৰ হৈ উঠে। এইদৰে হেতুৰ ফালৰ পৰা উৎপত্তিৰ ক্ষণ আৰু বিনাশৰ ক্ষণ, এই ক্ষণ দ্বয়ৰ ফালৰ পৰা পঞ্চস্কন্ধৰ উদয় আৰু বিলয় দৰ্শন কৰোঁতে তেওঁৰ জ্ঞান-চকুত চাৰিপ্ৰকাৰ আৰ্য্যসত্য আৰু প্ৰতীত্যসমুৎপাদ ধৰ্ম্মৰ নিয়মসমূহ প্ৰতিভাত হয়। অবিদ্যাদি হেতুৰ পৰা পঞ্চস্কন্ধৰ উৎপত্তি আৰু অবিদ্যাদি হেতুৰ নিৰোধত পঞ্চস্কন্ধৰ নিৰোধ দৰ্শনৰ নামেই হেতুৰ ফালৰ পৰা পঞ্চস্কন্ধৰ উদয়-বিলয় দৰ্শন। তেওঁ পঞ্চস্কন্ধৰ যি উৎপত্তি-লক্ষণ আৰু ভঙ্গ-লক্ষণ দেখিবলৈ পায়, সেইয়েই তেওঁৰ পক্ষে উৎপত্তি-ক্ষণ আৰু ভঙ্গ-ক্ষণ হিচাপে ক্ষণ দ্বয়ৰ ফালৰ পৰা পঞ্চস্কন্ধৰ উদয়-বিলয় দৰ্শন এইদৰে হেতু আৰু ক্ষণ উভয় ফালৰ পৰাই উদয় আৰু বিলয় দৰ্শন কৰে। হেতুৰ ফালৰ পৰা বিলয় দৰ্শন কৰাৰ ফলত তেওঁ জনক বা জনন-কাৰণ অৱগত হয় আৰু তাতে তেওঁৰ ওচৰত সমুদয়-সত্য প্ৰকটিত হয়। লক্ষণৰ ফালৰ পৰা উদয় দৰ্শন কৰাৰ ফলত তেওঁ জন্ম-দুঃখ অৱগত হয় আৰু তাতে তেওঁৰ ওচৰত দুঃখ-সত্য প্ৰকটিত হয়। হেতুৰ ফালৰ পৰ দৰ্শন কৰাৰ ফলত তেওঁ জানিব পাৰে—হেতু নাথাকিলে উৎপত্তি নহয় আৰু তাতে তেওঁৰ সম্মুখত নিৰোধ-সত্য ফুটি উঠে। ক্ষণৰ ফালৰ পৰা বিলয় দৰ্শন কৰাৰ ফলত তেওঁ জানিব পাৰে—জীৱৰ কাৰণে মৰণ দুঃখ আৰু তাতে তেওঁৰ সম্মুখত দুঃখ-সত্য ফুটি উঠে। এইযে উদয়-বিলয় দৰ্শন, ই লৌকিক মাৰ্গ, এইদৰে সম্মোহ দূৰীভূত হোৱাৰ ফলত তেওঁৰ ওচৰত মাৰ্গ-সত্য ফুটি উঠে। এইদৰে চাৰি আৰ্য্যসত্য আৰু প্ৰতীত্যসমুৎপাদ ধৰ্ম্মৰ নিয়ম বিলাক ফুটি উঠিলে যোগীৰ জ্ঞানত প্ৰতিভাত হয় যেনে পূৰ্ব্বত অনুৎপন্ন সংস্কাৰধৰ্ম্মসমূহ

উৎপন্ন হৈছে আৰু উৎপন্ন সংস্কাৰধৰ্ম্মসমূহ নিৰুদ্ধ হৈছে। এইদৰে সংস্কাৰ ধৰ্ম্মবিলাক নিত্য নতুন আকাৰত তেওঁৰ স্মৃতিপথত উদিত হয়। কেৱল সিয়েই নহয়, সূৰ্য্যোদয়ত নিয়ৰৰ তুপাৰ দৰে, জল-বুদ্বুদৰ দৰে, পানীত দণ্ড ৰেখাৰ দৰে, বিদ্যুৎ জিলিকনিৰ দৰে, সংস্কাৰ ধৰ্ম্মসমূহ অতীৱ ক্ষণস্থায়ী আৰু মায়ামৰীচিকাৰ দৰে, ফেন-পুঞ্জৰ দৰে, কলগছৰ দৰে অসাৰ বুলি তেওঁৰ ভাৱ জন্মে। ক্ষণভঙ্গুৰ ধৰ্ম্ম উৎপন্ন হৈছে আৰু উৎপন্ন হৈয়েই ভঙ্গ হৈছে। এইদৰে সংস্কাৰ ধৰ্ম্মবিলাকৰ উদয়-বিলয় দৰ্শন কৰি থকাত উদয়-বিলয় দৰ্শন নামৰ তৰুণ বিদৰ্শন জ্ঞান তেওঁৰ অধিগত হয়। এই জ্ঞান লাভ কৰিলে বা আয়ত্ত কৰিলে তেওঁ আৰব্ধবিদৰ্শক নাম পায়।

তৰুণ বিদৰ্শনজ্ঞান লৈ যোগীয়ে দৃঢ় পৰাক্ৰমেৰে বিদৰ্শন সাধনা আৰম্ভ কৰিলে তেওঁৰ দহপ্ৰকাৰ বিদৰ্শন উপক্লেশ বা বিঘ্ন আহি উপস্থিত হয়। যে আৰ্য্যশ্ৰাৱকে লোকোত্তৰ মাৰ্গ ফল প্ৰাপ্ত হৈছে, অথবা সাধকে বিপথগামী হৈছে, নাইবা তেওঁ বিদৰ্শন ভাৱনা পৰিত্যাগ কৰিছে, অথবা যি মানুহ হীনবীৰ্য্য তেওঁৰ এই বিলাক উপক্লেশ উৎপন্ন হয়। যি দৃঢ়বীৰ্য্য সাধক, সম্যকপন্থী আৰু সদায় যত্নৱান তেওঁৰ উক্ত উপক্লেশসমূহ উৎপন্ন নহয়। দহ বিধ বিদৰ্শন উপক্লেশ, যেনে—(১) পোহৰ, (২) জ্ঞান, (৩) প্ৰীতি, (৪) প্ৰশান্তি, (৫) সুখ, (৬) অধিমোক্ষ, (৭) প্ৰগ্ৰহ, (৮) উপস্থান, (৯) উপেক্ষা আৰু (১০) নিকান্তি।

প্ৰথমে, পোহৰ, আলোক-উদ্ভাস, জ্যোতিঃনিৰ্গম। তৰুণ বিদৰ্শন জ্ঞান উৎপন্ন হলে সাধকৰ মনত উদয় হব পাৰে, 'ওহ' এনে পোহৰ বা জ্যোতিঃ এই দেহৰ পৰা পূৰ্ব্বে কেতিয়াও নিৰ্গত হোৱা নাছিল, মই নিশ্চয় মাৰ্গ-ফল লাভ কৰিছো। এইদৰে সাধকৰ মনত যিটো মাৰ্গ নহয় তাক মাৰ্গ, যিটো ফল নহয় তাক ফল বুলি ধাৰণা জন্মে। এই ভ্ৰান্ত ধাৰণাৰ বশবৰ্ত্তী হৈ তেওঁ বিদৰ্শন মাৰ্গৰ পৰা চ্যুত হৈ বিপথগামী হয়। তেওঁ নিজে মূল

কৰ্ম্মস্থান-ভাৱনা, ধেয়্য বস্তুৰ চিন্তা বিসৰ্জ্জন দি দেহজাত আলোকেই বিমুগ্ধ কৰে। এই জাতীয় আলোকে বা জ্যোতিয়ে কোনো কোনো সাধকৰ আসন খনি মাত্ৰ পোহৰ কৰে, কাৰোবাৰ প্ৰকোষ্ঠ মাত্ৰ, কাৰোবাৰ বহিপ্ৰকোষ্ঠ মাত্ৰ, কাৰোবাৰ গোটেই বিহাৰ বা পৰিবেন, কাৰোবাৰ এব—গব্যুতি, কাৰোবাৰ আধা যোজন, কাৰোবাৰ একযোজন, কাৰোবাৰ দুই, তিনি যোজন ইত্যাদি ক্ৰমে পৃথিবীৰ উৰ্দ্ধ একনিষ্ঠ ব্ৰহ্মলোক পৰ্য্যন্ত উদ্ভাসিত কৰি· উৎপন্ন হয়। ভগৱান বুদ্ধৰ দৰে মহাপুৰুষৰ পক্ষে দেহৰ জ্যোতিঃ দশ সহস্ৰ চক্ৰবাল উদ্ভাসিত কৰি উৎপন্ন হব পাৰে।

দ্বিতীয়, জ্ঞান। ই তৰুণ বিদৰ্শনজনিত জ্ঞান, উচ্চাঙ্গ জ্ঞান। ৰূপাৰূপ ধৰ্ম্মসমূহ জ্ঞানেৰে একান্তমনে বিচাৰ কৰিবৰ সময়ত সাধকৰ অতি তীক্ষ্ণ আৰু বিশদ জ্ঞান উৎপন্ন হয়। ই নিক্ষিপ্ত ইন্দ্ৰ-বজ্ৰৰ দৰে, অপ্ৰতিহতবেগবিশিষ্ট। এইদৰে জ্ঞানসঞ্চাৰতো সাধকৰ মন পূৰ্ব্বোক্তৰ দৰে ভ্ৰান্ত ধাৰণা উপস্থিত হৈ তেওঁক বিপথগামী কৰিব পাৰে।

তৃতীয়, প্ৰীতি, ই তৰুণ বিদৰ্শন জনিত প্ৰীতি। সামান্য, ক্ষণিক, উদ্বেলিত, উদ্বেগকৰ আৰু স্ফুৰণ এই পঞ্চপ্ৰীতি, ক্ৰমে নিবিষ্ট সাধকৰ উৎপন্ন হৈ তেওঁৰ গোটেই দেহ পৰিপূৰ্ণ কৰি তোলে। এইদৰে প্ৰীতিৰ অনুভূতিতো পূৰ্ব্বোক্ত নিয়মে সাধকৰ ভ্ৰান্ত ধাৰণা উৎপন্ন হৈ তেওঁক পথভ্ৰষ্ট কৰিব পাৰে।

চতুৰ্থ, প্ৰশান্তি, উপশান্তি, উপশম। ধ্যান নিৱিষ্ট সাধকৰ শৰীৰ আৰু মনত, ব্যথা-বেদনা, গধুৰ, কৰ্কশতা, অকৰ্ম্মণ্যতা, অসুস্থতা আৰু বক্ৰতা, এইবিলাক অস্বস্তিকৰ অৱস্থা অনুভূত নহয়। তেতিয়া তেওঁৰ দেহমন উপশান্ত, লঘু, মৃদু, কৰ্ম্মণ্য, সুবিশদ আৰু সুস্থিৰ হয়। তাতে তেওঁ এক প্ৰকাৰৰ অমানুষিক অলৌকিক ৰতি অনুভৱ কৰে। এইদৰে অমানুষিক ৰতি সম্বন্ধেই উক্ত হৈছে।

সুঞ্ঞাগাৰং পৱিট্ঠস্স সন্তচিত্তস্স ভিক্খুনো,
অমানুসি-ৰতি হোতি সম্মা ধম্মং বিপস্সতো
য়তো য়তো সম্মসতি খন্ধানং উদয়-ব্বয়ং,
লভতি পীতি-পামোজ্জং অমতং তং ৱিজানতং।

"শূন্যগাৰত প্ৰৱিষ্ট, ধ্যান-নিৱিষ্ট, শান্তচিত্ত ভিক্ষুৰ অমানুষিক ৰতি ( আনন্দ ) অনুভূত হয়। যি কোনো ফালৰ পৰা তেওঁ পঞ্চস্কন্ধৰ উদয়-ব্যয় দৰ্শন নকৰক লাগিলে, তাতেই তেওঁ প্ৰীতি-প্ৰামোদ্য অনুভৱ কৰিব। তাকেই বিদৰ্শকৰ কাৰণে অমৃত বুলি কোৱা হয়।"

এই জাতীয় ৰতি অনুভৱৰ ফলতো পূৰ্ব্বোক্ত নিয়মে সাধকে ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ বিপথগামী হব পাৰে।

পঞ্চম, সুখ। ই তৰুণ বিদৰ্শনজনিত সুখানুভূতি। এনেবিধৰ অনুভূতি সাধকৰ গোটেই শৰীৰ পৰিপ্লুত কৰি শ্ৰেষ্ঠ আকাৰত উৎপন্ন হয়। ইয়ো পূৰ্ব্বোক্তৰ দৰে সাধকক ভ্ৰম পথত পৰিচালিত কৰিব পাৰে।

ষষ্ঠ, অধিমোক্ষ বা বলৱতী শ্ৰদ্ধা। তেতিয়া বিদৰ্শকৰ চিত্ত-চৈতসিক ধৰ্ম্মসমূহ সম্প্ৰসাদহেতুকে বলৱতী শ্ৰদ্ধা উৎপন্ন হয়। ইয়ো পূৰ্ব্বোক্ত নিয়মে সাধকৰ পক্ষে উপক্লেশত পৰিণত হব পাৰে।

সপ্তম, প্ৰগ্ৰহ বা বীৰ্য্য। তেতিয়া বিদৰ্শকৰ নাতি দৃঢ়, নাতি-শিথিল বীৰ্য্য বা কৰ্ম্মশক্তি উৎপন্ন হয়। ইয়ো পূৰ্ব্বোক্ত নিয়মে সাধকক পথভ্ৰান্ত কৰিব পাৰে।

অষ্টম, উপস্থান বা স্মৃতিশীলতা। তেতিয়া সাধকৰ পৰ্ব্বতৰ দৰে অচল, অটল, সুদৃঢ় স্মৃতি উৎপন্ন হয়। ইয়ো পূৰ্ব্বোক্ত নিয়মে সাধকৰ পথত বিঘ্ন ঘটাব পাৰে।

নবম, উপেক্ষা, তৰুণ বিদৰ্শনজনিত মধ্যস্থভাৱ-সম্ভূত বলৱতী উপেক্ষা। ইয়ো পূৰ্ব্বোক্ত ভাৱে সাধকৰ পথত বিঘ্ন ঘটাব পাৰে।

দশম নিকান্তি বা তৰুণ বিদৰ্শনজনিত শান্ত সূক্ষ্ম অনুৰাগ। ইয়ো পূৰ্ব্বোক্ত ভাৱে সাধকে ভ্ৰমৰ বশৱৰ্ত্তী হব পাৰে।

যি যোগাচাৰীয়ে সুদক্ষ নহয়, নিপুণ নহয়, তেওঁৰ মন দহবিধ উপক্লেশৰ দ্বাৰা কম্পিত আৰু বিক্ষিপ্ত হয়। পোহৰাদি উপক্লেশৰ প্ৰত্যেকটিকে "ই মোৰ, এইটো মই, এইটো মোৰ আত্মা" এইদৰে ভাবি তাৰ প্ৰতি তেওঁ আকৃষ্ট হয়। যি দক্ষ; নিপুণ আৰু বুদ্ধিমান যোগাচাৰী, তেওঁ পোহৰাদি উপক্লেশৰ প্ৰত্যেকটিকে "এই পোহৰ মোৰ শৰীৰৰ পৰা উৎপন্ন হৈছে, সি অনিত্য, হেতু-সমুৎপন্ন, ক্ষয়শীল, পৰিনামী, এইটো মোৰ আত্মা নহয়, অনাত্মা" এইদৰে জ্ঞানেৰে বিচাৰ কৰি, বাৰে বাৰে চিন্তা কৰে। এই কাৰণে স্থৱিৰ সকলে কৈছে:—

ইমানি দস ঠানানি পঞ্ঞায় য়স্স পৰিচিতা,
ধম্মুদ্ধচ্চ কুসলো হোতি ন চ বিক্খেপং গচ্ছতি।

"এই দহ প্ৰকাৰ কাৰণ, অৰ্থাৎ বিদৰ্শন-জ্ঞানৰ পৰিপন্থী দহবিধ উপক্লেশ সাৰ জ্ঞানত পৰিচিত, উপক্লেশ ধৰ্ম্মৰ উদ্ধৰত চিত্তৰ ঔদ্ধত্য নিবাৰণ কৰিবলৈ সি দক্ষ, তেওঁৰ চিত্ত বিক্ষিপ্ত নহয়, উপক্লেশত কম্পিত নহয়।"

সেই দক্ষ যোগীয়ে উক্ত দহবিধ উপক্লেশৰূপজৰ্চাক বিজটিত কৰি বা ছেদন কৰি জ্ঞানেৰে বিচাৰ কৰে—"পোহৰাদি উপক্লেশ-সমূহ বিদৰ্শন-জ্ঞানৰ পৰিপন্থী, সেইটো বিদৰ্শন জ্ঞান মাৰ্গ নহয়, উপক্লেশ-বিমুক্ত বিদৰ্শন-জ্ঞানেই মাৰ্গ। "ই যথাৰ্থ মাৰ্গ, ই যথাৰ্থ মাৰ্গ নহয়, এইদৰে মাৰ্গ আৰু বিপৰীত মাৰ্গ বুজি স্থিৰ কৰা জ্ঞানেৰেই 'মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধি' বুলি কোৱা হয়। ইয়ালৈকে সেই যোগাচাৰী ভিক্ষুৱে ত্ৰিবিধ সত্যৰ বিচাৰ সমাপ্ত কৰে, যেনে:—'দৃষ্টি-বিশুদ্ধিত' দুঃখ-সত্যৰ বিচাৰ, 'শঙ্কা-উত্তৰণ-বিশুদ্ধিত' সমুদয় সত্যৰ বিচাৰ আৰু 'মাৰ্গামাৰ্গ-জ্ঞান-দৰ্শন-বিশুদ্ধিত" সম্যক-মাৰ্গৰ অৱধাৰণত মাৰ্গ সত্যৰ বিচাৰ, এইদৰেই লৌকিক জ্ঞানত ত্ৰিসত্যৰ বিচাৰ সম্পাদিত হল।

## ৬। প্রতিপদ-জ্ঞান-দৰ্শন-বিশুদ্ধি

আঠ প্ৰকাৰ জ্ঞানৰ দ্বাৰা সুনিয়ন্ত্রিত বিদৰ্শন আৰু অনুলোমজ্ঞান, এই ন বিধ জ্ঞানকেই প্রতিপদ-জ্ঞান-দৰ্শন-বিশুদ্ধি বুলি কোৱা হয়। আঠ প্ৰকাৰ জ্ঞান, যেনে :—উপক্লেশ-বিমুক্তি উদয়-ব্যয়-জ্ঞান, ভঙ্গ-জ্ঞান, ভয়-জ্ঞান, আদীনৱ-জ্ঞান, নিৰ্ব্বেদ-জ্ঞান, মুমুক্ষা-জ্ঞান প্ৰতিসংখ্যা-জ্ঞান, আৰু সংস্কাৰোপেক্ষা-জ্ঞান আৰু নৱম জ্ঞান অনুলোম-জ্ঞান। সেই কাৰণে প্রতিপদ-জ্ঞান-দৰ্শন বিশুদ্ধি সাধন কৰিবলৈ হলে উপক্লেশ-বিমুক্ত উদয়-ব্যয়-জ্ঞানৰ পৰা আৰম্ভ কৰি ক্রমে ভঙ্গ-জ্ঞানাদিৰ প্ৰতি মনোযোগ কৰা কৰ্ত্তব্য। এই ক্ষেত্ৰত প্ৰশ্ন হব পাৰে—পুনৰায় উদয়-ব্যয়-জ্ঞানৰ প্ৰতি মনোযোগ দিয়াৰ প্ৰয়োজন কি? প্রয়োজন এই যে, অনিত্য, দুঃখ আৰু অনাত্মা হিচাপে ত্রিবিধ লক্ষণ ভালদৰে দৰ্শন নকৰিলে নচলে। পূৰ্ব্বে যোগাচাৰীয়ে উদয়-ব্যয়-জ্ঞানৰ দহবিধ উপক্লেশৰে উপক্লিষ্ট আছিল বুলি ত্রিলক্ষণ যথাৰ্থ ভাৱে দৰ্শন কৰিব পৰা নাছিল। এতিয়া সেই উপক্লেশ-বিমুক্ত হৈছে বুলি তেওঁ যথাৰ্থভাৱে ত্রিলক্ষণ দৰ্শন কৰিবলৈ সমৰ্থ। আকৌ প্ৰশ্ন হৈছে :—উক্ত ত্রিলক্ষণ কি মনোনিবেশ নকৰাৰ ফলত, আৰু কিহৰ দ্বাৰা প্ৰতিচ্ছন্ন আছিল বুলি স্মৃতি-পথত উদিত নহৈছিল? উদয়-ব্যয় প্ৰতি মনোনিবেশ নকৰাত আৰু 'নাম-ৰূপ ধৰ্ম্ম' হেতু হিচাপে উৎপন্ন হৈ অতি শীঘ্ৰে লয়প্ৰাপ্ত হৈছিল, এইদৰে ইয়াৰ উৎপত্তি, স্থিতি, লয় ইমান দ্রুত হয়, তাক সহজতে জ্ঞাত কৰা নাযায়। এইদৰে এটিৰ পাচত এটি অহা আৰু উৎপন্ন হোৱাৰ নাম, সন্ততি বা প্ৰৱাহ। এনেবিধ সন্ততিত উদয়-ব্যয় প্রতিচ্ছন্ন থাকে বুলিয়েই অনিত্য-লক্ষণ সহজতে জ্ঞানৰ গোচৰীভূত নহয়। শৰীৰৰ নিত্য যন্ত্রণাৰ প্রতি অমনোযোগৰ কাৰণে আৰু চতুৰ্ব্বিধ ইৰ্য্যাপথৰ নিত্য পৰিৱৰ্ত্তন দুঃখ-লক্ষণ প্রতিচ্ছন্ন থাকে কাৰণেই তাকো সহজতে অনুভূত কৰিব নোৱাৰে। এই

শৰীৰৰ পঞ্চস্কন্ধ বিভাগৰ প্ৰতি মনোনিবেশ নকৰাত আৰু পঞ্চ-স্কন্ধৰ সমবায়ক শৰীৰ বা জীৱ বুলি ধাৰণা কৰাত অনাত্মা-লক্ষণ জ্ঞানৰ গোচৰীভূত নহয়। এই শৰীৰ মই বা মোৰ যি ভ্ৰান্ত ধাৰণা, এইটোৱেই হল আত্ম-দৃষ্টি বা সৎকায়-দৃষ্টি। পৰমাৰ্থিক হিচাপে শৰীৰক বিভাগ কৰি চালে তেতিয়া আৰু আমিত্ব বোধ নাথাকে, কেৱল সংস্কাৰপুঞ্জ মাত্ৰ দেখিবলৈ পায়। যেনেকৈ অন্ধকাৰত জৰীকে সৰ্প বুলি ভ্ৰম হয় আৰু পোহৰত দৃষ্টিপাত কৰিলে সেই ভ্ৰম দূৰিভূত হয়, জৰীক জৰী বুলি জানে, তেনেকৈ অবিদ্যা অন্ধকাৰতো এই শৰীৰক 'মই' বা 'মোৰ' বুলি মিচা ধাৰণা হয় আৰু জ্ঞানৰূপ পোহৰৰ সহায়ত লক্ষ্য কৰিলে সেই ভ্ৰম বা মিচা ধাৰণা অন্তৰ্হিত হয়, কেৱল সংস্কাৰ-পুঞ্জ মাত্ৰ দেখিবলৈ পায়। এই যে শৰীৰৰ প্ৰতি বিপৰীত ধাৰণা, তাৰ নাম আত্ম-দৃষ্টি বা সৎকায়-দৃষ্টি, আৰু সেই ভ্ৰান্ত ধাৰণা অন্তৰ্হিত হৈ সংস্কাৰ-পুঞ্জ বুলি যি সত্য ধাৰণা বা যথাৰ্থ-দৰ্শন ( যথাভূত-দৰ্শন ), তাৰ নামেই অনাত্ম-দৃষ্টি। এই ক্ষেত্ৰত অনিত্য আৰু অনিত্য-লক্ষণ, দুঃখ আৰু দুঃখ-লক্ষণ, অনাত্মা আৰু অনাত্মা-লক্ষণ দৰ্শন কৰা কৰ্ত্তব্য। অনিত্য কওঁতে পঞ্চ স্কন্ধকেই বুজায়, পঞ্চ স্কন্ধৰ অতিৰিক্ত কোনো স্কন্ধ বা সংস্কাৰ ধৰ্ম্ম নাই। এই সংস্কাৰ ধৰ্ম্মসমূহ নিত্য পৰিবৰ্ত্তনশীল, ইহঁতৰ পৰিবৰ্ত্তনশীলতাই অনিত্য-লক্ষণ। যিটো অনিত্য সিয়ে দুঃখ। এই শৰীৰ জৰা, ব্যাধি, মৃত্যু প্ৰভৃতি আকাৰত নিত্য পৰিবৰ্ত্তিত হোৱাতেই নানা যন্ত্ৰণাই নিয়ত অনুভূত হয়, সেই কাৰণে সি দুঃখ। সদায় যন্ত্ৰণাকাৰত অনুপূত হোৱাই দুঃখ-লক্ষণ। যিটো দুঃখ সি অনাত্মা। যি ইচ্ছা বশত নাথাকে, অৱশ-বৰ্ত্তিতাই অনাত্ম-লক্ষণ। যোগীয়ে উপক্লেশ-বিমুক্ত হৈ 'উদয়-ব্যয়-জ্ঞানত' এই লক্ষণত্ৰয় যথাসত্য দৰ্শন কৰে।

## ৩। ভঙ্গ-জ্ঞান

নাম-ৰূপ ধৰ্ম্ম—অনিত্য, দুঃখ আৰু অনাত্ম, এইদৰে জ্ঞানৰ দ্বাৰা বিচাৰ কৰাৰ ফলত যোগীৰ উদয়-ব্যয়-জ্ঞান তীক্ষ্ণতৰ হয়। সংস্কাৰ ধৰ্ম্মবিলাক তেওঁৰ স্মৃতি-পথত দ্রুত আবিৰ্ভূত হৈ লয়প্ৰাপ্ত হয়। এই অৱস্থাত তেওঁৰ স্মৃতিত সংস্কাৰ ধৰ্ম্মবিলাকৰ উৎপত্তি আৰু স্থিতি-ক্ষণ তিষ্টিব নোৱাৰে, তাৰ ভঙ্গ-ক্ষণত অৱস্থিত হয়। সংস্কাৰ ধৰ্ম্মবিলাক এইদৰে উৎপন্ন হৈ এইদৰে বিনষ্ট হৈছে, এইদৰে অবিৰত দৰ্শন কৰোতে কৰোতে ক্রমে তেওঁৰ 'ভঙ্গ-জ্ঞান' উৎপন্ন হয়। অনিত্যতাৰ শেষ পৰিণতিয়েই ভঙ্গ। ভঙ্গানুদৰ্শী ভিক্ষুৱে সকলো সংস্কাৰ ধৰ্ম্মক অনিত্যৰ ফালৰ পৰা সততে দৰ্শন কৰে, নিত্যতাৰ ফালৰ পৰা নহয়; দুঃখৰ ফালৰ পৰা দৰ্শন কৰে, সুখৰ ফালৰ পৰা নহয়, অনাত্মাৰ ফালৰ পৰা দৰ্শন কৰে, আত্মাৰ ফালৰ পৰা নহয়, যিটো অনিত্য সি দুঃখ আৰু যিটো দুঃখ সি অনাত্মা। সেই কাৰণে অনিত্য, দুঃখ আৰু অনাত্ম, বিষয়ে আনন্দিত হোৱাৰ কাৰণ একো নাই আৰু আসক্ত হোৱাৰো কোনো কাৰণ নাই। এইদৰে তেওঁ ভঙ্গ-জ্ঞান দৰ্শনত অনিত্য, দুঃখ আৰু অনাত্মা হিচাপে সংস্কাৰ ধৰ্ম্মবিলাক বাৰে বাৰে দৰ্শন কৰে। এইদৰে দৰ্শন কৰাৰ ফলত তেওঁৰ চিত্ত সংস্কাৰ ধৰ্ম্মসমূহৰ প্ৰতি অনাসক্ত হয়, সেই বিষয়ে তেওঁৰ বৈৰাগ্য উৎপন্ন হয়, তেওঁ সততে উদাসীন হৈ বিচৰণ কৰে। এইদৰে তেওঁ লৌকিক জ্ঞানত লোভৰ নিৰোধ সাধন কৰে। নাম-ৰূপৰ ভঙ্গ বা বিনাশ অবিৰত দৰ্শন কৰাৰ ফলত তেওঁ ভাবে—সংস্কাৰ ধৰ্ম্মবিলাকেই ভগ্ন হৈছে, ইহঁতৰ ভেদ বা বিনাশেই মৰণ। অনিত্য-দুঃখ-অনাত্ম-ভাৱাপন্ন সংস্কাৰধৰ্ম্ম জীৱাত্মা নহয়। সেই কাৰণে জীৱ বুলি কোনোৱে মৰা নাই, সংস্কাৰ ধৰ্ম্মবিলাক মাত্ৰ ভগ্ন হৈছে। এইদৰে শূন্যতা ফালৰ পৰা তেওঁৰ স্মৃতি উৎপন্ন হয়। এই কাৰণে স্থবিৰসকলে কৈছে :—

খন্ধা নিরুজ্ঝন্তি ন চ'ত্থি অঞ্ঞো,
খন্ধানং ভেদো মৰণন্তি ৱুচ্চতি।
তেসং খয়ং পস্‌সতি অপ্পমত্তো,
মনিং'ৱ ৱিজ্ঝং ৱজিৰেন য়োনিসোতি।

"পঞ্চস্কন্ধৰ বিনষ্ট হৈছে, কোনো জীৱ বা মানুহ মৰা নাই। পঞ্চস্কন্ধৰ ভেদ হৈ যোৱাকেই মৰণ বুলি কোৱা হয়। হীৰাৰ দ্বাৰা মণি বিদ্ধ কৰাৰ দৰে অপ্রমত্ত ভিক্ষুৱেও তীক্ষ্ণ জ্ঞানেৰে পঞ্চস্কন্ধৰ ক্ষণ নিৰীক্ষণ কৰে।"

পঞ্চস্কন্ধৰ ধ্বংসৰ প্রতি মনোযোগ দিয়াৰ ফলত যোগীৰ মনত উদয় হয়—দুৰ্ব্বল মাটিৰ পাত্র যেনেকৈ ভগ্ন হৈছে, সূক্ষ্ম ধূলি ৰাশি বায়ুমণ্ডলে যেনেকৈ বিক্ষিপ্ত কৰিছে, সেইদৰে সংস্কাৰ-ধৰ্ম্ম সমূহো (নাম-ৰূপ) যেন অবিৰত ভগ্ন হব লাগিছে, কেৱল ভাঙি গৈছে। তেতিয়া তেওঁ সংস্কাৰ-ধৰ্ম্মসমূহৰ উৎপত্তি আৰু স্থিতিৰ প্রতি মনোযোগ দি কেৱল ভঙ্গ-ক্ষণৰ ফালকেই মনোযোগ দিয়ে। যেনেকৈ ধাৰাষাৰে বৰষুণ দিয়াৰ সময়ত চক্ষুষ্মান পুৰুষে পুখুৰীৰ পাৰত নাইবা নৈৰ-কাষত ঠিয় হৈ লক্ষ্য কৰি থাকে—পানীৰ কণিকাবিলাক অতি শীঘ্রে উৎপন্ন হৈ অতি শীঘ্রে লয় প্রাপ্ত হৈছে, তেনেকৈ সংস্কাৰ-ধৰ্ম্মবিলাকো (নাম-ৰূপ) অবিৰত ভাঙিব লাগিছে, কেৱল ভঙ্গ হব লাগিছে, এই দৰেই তেওঁ দেখিবলৈ পায়। এই শ্রেণীৰ যোগাচাৰী ভিক্ষুৰ প্রতি লক্ষ্য কৰি ভগৱানে কৈছে—

য়থা বুব্বুলকং পস্‌সে য়থা পস্‌সে মৰীচিকং,
এৱং লোকং অৱেক্খন্তং মচ্চু-ৰাজা ন পস্‌সী'তি।

"জল-বুদ্বুদ আৰু মৰীচিকা চোৱাৰ দৰে যিয়ে পঞ্চ স্কন্ধৰ সম্যকৰূপ দৰ্শন কৰে, মৃত্যুৰাজে (যম) তেওঁক দেখি নাপায়, তেওঁ মৃত্যুঞ্জয়।"

সকলো সংস্কাৰ-ধৰ্ম্ম ধ্বংসৰ অভিমুখত, এইদৰে দৰ্শনৰ ফলত

তেওঁৰ আঠ প্ৰকাৰ গুণযুক্ত 'ভঙ্গ-জ্ঞান' সুদৃঢ় হয়। আঠবিধ গুণ, যেনে:—ভৱদৃষ্টি বৰ্জ্জন, জীৱনৰ মায়া ত্যাগ, সততে আত্মনিয়োগ, বিশুদ্ধজীৱিকা, ইচ্ছুক-পৰিত্যাগ, নিৰ্ভয়তা ক্ষান্তি আৰু সৌহাৰ্দ্দ লাভ, ৰতি আৰু অৰতি সহণশীলতা। এই কাৰণেই স্থৱিৰসকলে কৈছে:—

ইমানি অট্ঠগুণ মত্তানি
দিস্বা তহিং সম্মসতি পুনপ্পুনং।
আদিচ্চ-সেল-সিৰস্থুপমো মুনি,
ভঙ্গানু পস্সী অমতস্স পত্তিয়া'তি।

"ভঙ্গ-জ্ঞানৰ এই আঠ প্ৰকাৰ গুণ দেখি ভঙ্গানুদৰ্শী উদয়-গিৰি-শিখৰৰ দৰে মুনিয়ে মহানিৰ্ব্বাণ লাভৰ কাৰণে সংস্কাৰ-ধৰ্ম্মসমূহৰ "ভঙ্গ-লক্ষণ'ত মনোযোগেৰে পুনঃ পুনঃ দৰ্শন কৰে।"

## ৪। ভয়-ঞানং

সকলো সংস্কাৰ-ধৰ্ম্মৰ ক্ষয় বা নিৰোধক আলম্বন কৰি ভয়-জ্ঞান উত্তৰোত্তৰ বৰ্দ্ধিত কৰিলে সুখ-স্বাচ্ছন্দ্য-প্ৰিয় কাপুৰুষৰ (ভীৰু পুৰুষৰ) কাৰণে সিংহ, বাঘ, যক্ষ, ৰাক্ষস আৰু সৰ্প বিষাদিত ভীতি দৰ্শনৰ দৰে ভয়-জ্ঞানত সাধকৰ স্মৃতি পথত ত্ৰিলোকত যুক্ত সংস্কাৰধৰ্ম্মসমূহ ভয়াবহ হিচাপে আবিৰ্ভূত হয়। তেওঁ গোটেই ত্ৰিলোকেই অনিত্য, অধ্ৰুৱ, পৰিণামী বুলি অৱধাৰণ কৰে। অতীতও উৎপন্ন সংস্কাৰ-ধৰ্ম্মসমূহ অতীতেই নিৰুদ্ধ হৈছে, বৰ্ত্তমানত উৎপন্ন সংস্কাৰ-ধৰ্ম্মসমূহ বৰ্ত্তমানতেই নিৰুদ্ধ হৈ বৰ্ত্তমানত উৎপন্ন সংস্কাৰ-ধৰ্ম্মসমূহ বৰ্ত্তমানতেই নিৰুদ্ধ হৈ আছে আৰু ভবিষ্যৎ যি বিলাক সংস্কাৰ-ধৰ্ম্ম উৎপন্ন হব সেই বিলাক ভবিষ্যতেই নিৰুদ্ধ হব। এই দৰে একনিষ্ঠ চিত্তে অবিৰত দৰ্শন কৰিলে সাধকৰ ভয়-জ্ঞান উৎপন্ন হয়। এগৰাকী মানুহৰ

তিনটি পুত্ৰ আছিল। তেওঁলোক ৰজাৰ ওচৰত গুৰুতৰ অপৰাধত অপৰাধী। ৰজাই সিহঁতৰ প্ৰাণদণ্ডৰ আদেশ দিলে। শোকাতুৰা মাকে পুত্ৰসকলৰ লগত বধ কৰা ঠাইত গৈ দেখিবলৈ পালে-ঘাতকে প্ৰথমে জ্যেষ্ঠপুত্ৰক বধ কৰিলে। তাৰ পাচত মাজো পুতেকক বধ কৰিবলৈ উপক্ৰম কৰিছে। মাকে জ্যেষ্ঠপুত্ৰৰ হত দেখি, মাজোপুতেকক হত্যা কৰাৰ উপক্ৰমদৰ্শনত সৰুপুতেকৰো সিহঁতৰ দখা হব বুলি ভাবি তাৰ জীৱনৰ আশাও পৰিত্যাগ কৰিলে। এই ক্ষেত্ৰত উক্ত মানুহ গৰাকীৰ মৃত জ্যেষ্ঠপুত্ৰৰ দৰ্শনৰ দৰে সাধকৰ অতীত সংস্কাৰ ধৰ্ম্মসমূহ নিৰোধ দৰ্শন। মাকে ম্ৰিয়মান মাজোপুতেকক দৰ্শন কৰাৰ দৰে সাধকৰ বৰ্ত্তমান সংস্কাৰ-ধৰ্ম্মসমূহৰ নিৰোধ-দৰ্শন। কনিষ্ঠ পুত্ৰও অগ্ৰজৰ দৰে হত হব এই বুলি ভাবি মাকে কনিষ্ঠ পুত্ৰৰ জীৱনৰ আশা বিসৰ্জ্জন কৰাৰ দৰে সাধকৰ ভবিষ্যৎ সংস্কাৰ ধৰ্ম্মসমূহৰ নিৰোধ-দৰ্শন। ত্ৰিকালযুক্ত সংস্কাৰ-ধৰ্ম্ম সমূহৰ প্ৰতি যি সাধকে এইদৰে দৰ্শন কৰে, তেওঁলোকৰ এনে বিধৰ ভয়-জ্ঞান উৎপন্ন হয়। আন এগৰাকীৰ দহজন পুত্ৰ আছিল। তাৰ ভিতৰত নজন মৃত্যু হ'ল, এটি পুত্ৰ মাকৰ কোলাতে মৰিলে আৰু এটি কুক্ষিতেই আছে। সেই মানুহ গৰাকীৰ নজন পুত্ৰ মৃত্যুৰ পাচত দশম ম্ৰিয়মান দেখি জঠৰ শিশুটিও আন পুত্ৰসকলৰ দৰে মৃত্যু মুখত পৰিব বুলি ভাবি কুক্ষিত থকা সন্তানৰ জীৱনৰ আশাও পৰিত্যাগ কৰিলে। এইক্ষেত্ৰত উক্ত মানুহ গৰাকীয়ে নজন পুত্ৰৰ মৰণানুস্মৰণৰ দৰে সাধকৰ অতীত-সংস্কাৰ ধৰ্ম্মসমূহৰো নিৰোধ-দৰ্শন। মাকৰ কোলাত থকা পুত্ৰৰ ম্ৰিয়মান ভাৱ-দৰ্শনৰ ভাৱ-দৰ্শনৰ দৰে সাধকৰ বৰ্ত্তমান সংস্কাৰ-ধৰ্ম্মসমূহৰ নিৰোধ-দৰ্শন। মাকৰ কোলাত থকা পুত্ৰৰ ম্ৰিয়মান ভাৱ-দৰ্শনৰ দৰে সাধকৰ বৰ্ত্তমান সংস্কাৰ-ধৰ্ম্মসমূহৰ নিৰোধ-দৰ্শন। মাকৰ গৰ্ভত থকা সন্তানৰ জীৱনৰ আশা পৰিত্যাগৰ দৰে সাধকৰ ভবিষ্যৎ সংস্কাৰ ধৰ্ম্মসমূহৰ নিৰোধ-দৰ্শন। এই ক্ষেত্ৰত সাধকৰ ভয়-জ্ঞান উৎপন্ন হয়।

সন্দেহ, হব পাৰে—ভয়-জ্ঞানৰ দ্বাৰা সাধকে ভয় খাই কিম্বা ভয় উৎপন্ন নহয়? তাৰ দ্বাৰা অতীত, অনাগত আৰু বৰ্ত্তমান হিচাপে ত্ৰিকালৰ পৰিণামশীল সংস্কাৰ ধৰ্ম্মসমূহৰ স্বভাৱ নিৰূপণ কৰা হয় মাত্ৰ। যেনেকৈ কোনো চক্ষুষ্মান পুৰুষে নগৰ দ্বাৰত তিনিটি প্ৰজ্বলিত এঙ্গাৰপূৰ্ণ বিৰাট পুখুৰী দেখি নিজে ভয় নকৰে, কিন্তু যি সকলে এই পুখুৰীত পৰিব, কেৱল তেওঁলোকেহে বৰ দুঃখ ভোগ কৰিব, এই দৰেহে মাত্ৰ চিন্তা কৰে, অথবা যেনেকৈ কোনো চক্ষুষ্মান পুৰুষে মাটিত শাৰি শাৰিকৈ পুতি থোৱা বাহঁৰ-শূল, লোহাৰ-শূল আৰু সুবৰ্ণ-শূল দেখি পায় নিজে ভয় নকৰে, পিচে যি সকলে এই শূলত পৰিব, কেৱল তেওঁলোকেহে বৰ দুঃখ কষ্ট ভোগ কৰিব, এইদৰে চিন্তা কৰে মাত্ৰ। তেনেকৈ ভয়-জ্ঞানৰ দ্বাৰা সাধকে নিজে ভয় নকৰে। উক্ত প্ৰজ্বলিত এঙ্গাৰপূৰ্ণ পুখুৰীৰ দৰে আৰু তিনি প্ৰকাৰৰ শূলৰ দৰে কাম, ৰূপ আৰু অৰূপ হিচাপে ত্ৰিভৱৰ ভিতৰত অতীত-সংস্কাৰ-ধৰ্ম্মবিলাক অতীততেই নিৰুদ্ধ হৈছে, বৰ্ত্তমান সংস্কাৰ ধৰ্ম্মবিলাক বৰ্ত্তমানতেই নিৰুদ্ধ হৈ আছে আৰু অনাগত সংস্কাৰ-ধৰ্ম্মবিলাক অনাগতত নিৰুদ্ধ হব। এইদৰে ভয়-জ্ঞানৰ দ্বাৰা ত্ৰিভৱৰ আৰু ত্ৰিকালৰ অন্তৰ্গত সংস্কাৰ-ধৰ্ম্মসমূহৰ (পঞ্চস্কন্ধৰ) স্বভাৱ নিৰূপণ মাত্ৰ কৰা হয়।

## ৫। আদীনৱ-জ্ঞান

সাধকে ভয়-জ্ঞান ক্ৰমান্বয়ে বৰ্দ্ধিত কৰি ত্ৰিভৱৰ ভিতৰত ক'তো ত্ৰাণ বা সুখৰ আশ্ৰয় দেখিবলৈ নাপায়। ত্ৰিভৱৰ ভিতৰত সংস্কাৰ ধৰ্ম্মসমূহৰ এটিৰ প্ৰতিও তেওঁৰ আসক্তি নহয়। ত্ৰিভৱ প্ৰজ্বলিত-এঙ্গাৰপূৰ্ণ পুখুৰীৰ দৰে, চতুৰ্ব্বিধ মহাভূত (ক্ষিতি, অপ, তেজ আৰু মৰুৎ) সৰ্পবিষৰ দৰে, পঞ্চস্কন্ধ উত্তোলিত তৰুৱাল-হাতত তণ্ডায়মান ঘাতকৰ দৰে আৰু নিজৰ ষড়ায়তন গাওঁ-ঘাতক দস্যুৰ দৰে প্ৰতীয়মান হয়। গোটেই জীৱ-লোক এঘাৰ প্ৰকাৰ অগ্নিৰ দ্বাৰা

সততে প্ৰজ্বলিত বুলি তেওঁ ভাৱে। গোটেই সংস্কাৰ-ধৰ্ম্ম খহুৰদৰে, ৰোগৰদৰে, শূলৰদৰে, আস্বাদ বিহীন, নীৰস আৰু মহাআদীনৱ ৰাশিৰ দৰে সাধকৰ স্মৃতি পথত উদিত হয়। সুখৰে জীৱন-ধাৰণৰ আশাত আশান্বিত ভীৰুজনৰ পক্ষে হিংস্ৰ জন্তু সমাকীৰ্ণ ৰমণীয় গভীৰ বন দৰ্শনৰ দৰে, বাঘৰ অধিকৃত গুহা দৰ্শনৰ দৰে, ৰাক্ষস-পৰিগৃহীত সৰোবৰ দৰ্শনৰ দৰে, উৎক্ষিপ্ত অসি-হস্ত শত্ৰু দৰ্শনৰ দৰে, বিষ-মিশ্ৰিত ভোজন দৰ্শনৰ দৰে, দস্যু-অধিকৃত পথ দৰ্শনৰ দৰে আৰু প্ৰজ্বলিত গৃহ দৰ্শনৰ দৰে, সাধকৰ জ্ঞান-চকুত কাম, ৰূপ আৰু অৰূপ হিচাপে ত্ৰিলোক ভীষণ-আকাৰত পৰিদৃষ্ট হয়। যেনেকৈ সেই ভীৰু পুৰুষে সুখে-শান্তিতে বাস কৰাৰ আশাত হিংস্ৰ জন্তু-সমকীৰ্ণ গ্ৰহণ কৰি বনত উপস্থিত হলে ভীত, উদ্বিগ্ন, ৰোমাঞ্চিত হৈ চাৰিওফালে কেৱল বিভীষিকাময় দোষ ৰাশি দেখি পায়, তেনেকৈ যোগীয়ে ভক্ত-জ্ঞানৰ বৰ্দ্ধনহেতুকে গোটেই সংস্কাৰ ধৰ্ম্ম ভীতিৰ আকাৰত তেওঁৰ স্মৃতি-পথত উদিত হলে তেওঁ চাৰি ফালে কেৱল বিভীষিকাময় দোষ ৰাশিহে দেখিবলৈ পায়। এই দৰে দৰ্শন কৰাৰ ফলত ভয়-জ্ঞানৰ পৰা তেওঁৰ ভিতৰৰ আদীনৱ-জ্ঞান বা দোষ-জ্ঞান উৎপন্ন হয়। আদীনৱ-জ্ঞানোদয়ত উদ্বিগ্ন হৃদয় যোগীসকলে দেখিবলৈ পায়—তেওঁলোকৰ কাৰণে অভয়-পদও আছে, যি একান্ত নিৰাপদ, আদীনৱ শূন্য, নিৰ্ব্বাণ।

## (৬) নিৰ্ব্বেদ-জ্ঞান

পূৰ্ব্বে কোৱাৰ দৰে সকলো সংস্কাৰ-ধৰ্ম্মক আদীনৱ হিচাপে দৰ্শন কৰাৰ ফলত সাধকে ত্ৰিলোকৰ প্ৰতি উদাসীন আৰু উৎকণ্ঠিত হয়; কতো তেওঁৰ চিত্ত ৰমিত নহয়। যেনেকৈ চিত্ৰকূট পৰ্ব্বতৰ পাদদেশত ৰমণীয় পৱিত্ৰ মহাসৰোবৰত খেলি থকা সুবৰ্ণ ৰাজহংসই চণ্ডাল-গাঁৱৰ কাষত দুৰ্গন্ধ অশুচিপূৰ্ণ ক্ষুদ্ৰ জলাশয়ত ৰমিত নহয়, হিমালয়ৰ সপ্ত মহাসৰোবৰতেই ৰমিত হয়, তেনেকৈ যোগীয়েও

ত্ৰিভুৱনৰ অনিত্য সংস্কাৰ-ধৰ্ম্মত ৰমিত নহয়, ধ্যান-সুখত বলীয়ান হৈ বিদৰ্শনাৰামতেই ৰমিত হয়। যেনেকৈ সুবৰ্ণ-পিঞ্জৰাবদ্ধ মৃগৰাজে সুবৰ্ণ-পিঞ্জৰাত ৰমিত হয়, তেনেকৈ যোগীয়েও তিনিবিধ সুগতি ভৱত (কাম-ৰূপ-আৰু অৰূপ হিচাপে সুগতিত) ৰমিত নহয়, ধ্যান-পৰায়ণ বুলি তেওঁ বিদৰ্শন-ভাৱনাতেই ৰমিত হয়। অথবা যেনেকৈ সৰ্ব্ব-শ্বেতবৰ্ণ ঋদ্ধিমান আকাশগামী ষড়, দন্ত হস্তীয়ে বিপদপূৰ্ণ নগৰৰ ভিতৰত ৰমিত নহয়, হিমালয়ৰ অটব্য বনত মানস-সৰোবৰতেই অভিৰমিত হয়; তেনেকৈ যোগীয়েও কোনো প্ৰকাৰৰ সংস্কাৰ-ধৰ্ম্মত ৰমিত নহয়, শান্তি-পদ নিৰ্ব্বাণতেই তেওঁৰ চিত্ত ৰমিত হয়; নিৰ্ব্বাণাভিমুখী চিত্ত সদায় নিৰ্ব্বাণৰ ফালেই ধাৱিত হয়।

## (৭) মুমুক্ষা-জ্ঞান

পূৰ্ব্বোক্ত ভয়-জ্ঞান, আদীনৱ-জ্ঞান আৰু নিৰ্ব্বেদ-জ্ঞান, অৰ্থত একেই। এই কাৰণে মহাস্থৱিৰ সকলে কৈছে—"একমাত্ৰ ভয়-জ্ঞানৰেই তিনি প্ৰকাৰৰ নামাকৰণ দিয়া হৈছে। সকলো সংস্কাৰ ধৰ্ম্মক ভয়ৰ ফালৰ পৰা দৰ্শন কৰিলে, তাক ভয়-জ্ঞান আদীনৱৰ (উপদ্ৰৱৰ) ফালৰ পৰা চালে, আদীনৱ-জ্ঞান আৰু সংস্কাৰ ধৰ্ম্ম-সমূহৰ প্ৰতি উদাসীনতা উৎপাদন কৰিলে নিৰ্ব্বেদ-জ্ঞান নামৰে অভিহিত হয়। সেই কাৰণে পূৰ্ব্বোক্ত তিনি প্ৰকাৰৰ জ্ঞান অৰ্থ বিচাৰত এক।

নিৰ্ব্বেদ-জ্ঞান উদিত হোৱাৰ ফলত কুলপুত্ৰ ভিক্ষু উদাসীন আৰু উৎকণ্ঠিত হলে ত্ৰিভুৱনৰ অন্তৰ্গত কোনো সংস্কাৰ-ধৰ্ম্মৰ প্ৰতি তেওঁৰ চিত্ত আসক্ত নহয়। পৰমাৰ্থ জগতত প্ৰৱেশ কৰিলে যোগীবৰে পৰমাৰ্থ ভাৱাপন্ন হয়, সেই কাৰণে তেওঁৰ চিত্ত বহিৰ্জ্জগতৰ কোনো কাম্যবস্তুত মুগ্ধ নহয়। সকলো সংস্কাৰ-ধৰ্ম্মৰ পৰা মুক্ত হবৰ কাৰণে তেওঁৰ অন্তৰত চিত্ত উৎপন্ন হয়। যেনেকৈ জাল-বদ্ধ মাছ, সৰ্প-মুখগত মণ্ডুক, পিঞ্জৰাবদ্ধ মইনা আৰু শত্ৰু পৰিবেষ্টিত

পুৰুষ সেইবিলাক বিপদৰ পৰা মুক্ত হবলৈ ব্যাকুল হয়, তেনেকৈ যোগীৰ চিত্তও সকলো সংস্কাৰ ধৰ্ম্মৰ পৰা মুক্ত হবলৈ ব্যগ্ৰ হয়। চিত্তৰ এনে অৱস্থাত সংস্কাৰ ধৰ্ম্মৰ প্ৰতি তৃষ্ণাহীন আৰু মুক্তিকামী সাধকৰ অন্তৰত মুক্তিকাম্যতা-জ্ঞান বা মুমুক্ষা জ্ঞান উৎপন্ন হয়।

## ( ৮ ) প্ৰতিসংখ্যা-জ্ঞান

ত্ৰিভুৱনৰ অন্তৰ্গত সকলো সংস্কাৰ ধৰ্ম্মৰ পৰা মুক্ত হোৱাৰ কাৰণে যোগীবৰে মুক্তিৰ উপায় উদ্ভাৱন কৰে। তেওঁ সকলো সংস্কাৰ ধৰ্ম্মকে অনিত্য, দুঃখ আৰু অনাত্ম লক্ষণ বুলি ধৰি জ্ঞানৰে চিন্তা কৰে। নিত্য নহয়, ক্ষণস্থায়ী, উদয়-ব্যয়দ্বাৰা পৰিচ্ছিন্ন, ধ্বংসশীল, চঞ্চল, অধ্ৰুৱ, ক্ষণভঙ্গুৰ, পৰিবৰ্ত্তনশীল, মৰণশীল, ইত্যাদি অৰ্থত সংস্কাৰ ধৰ্ম্মসমূহ অনিত্য। নিত্য যন্ত্ৰণাদায়ক, দুঃসহ, দুখৰ নিবাস, ৰোগ, গন্ধ, শূল, ব্যাধি, উপদ্ৰৱ, ভয়, অশৰণ, আদীনৱ, বধক, জন্ম আৰু জৰাযুক্ত ইত্যাদি অৰ্থত সংস্কাৰ ধৰ্ম্মসমূহ দুঃখ। দুৰ্গন্ধ, অশুচি, কুৎসিত, কদাকাৰ, বীভৎস, বিকৃত, ঘৃণিত, জুগুপ্সিত ইত্যাদি অৰ্থত সংস্কাৰ ধৰ্ম্মসমূহ অশুভ ( অশুচি )। নিজৰ নহয়, ৰিক্ত, স্বামিত্বহীন, অবশৱৰ্ত্তী, ইত্যাদি কাৰণত সংস্কাৰ ধৰ্ম্ম অনাত্ম। মুক্তিৰ উপায় নিৰূপনৰ কাৰণে অনিত্য, দুঃখ আৰু অনাত্ম এই তিনিটা লক্ষণ সংস্কাৰ ধৰ্ম্মত লক্ষ্য কৰি বিদশ ভাৱে পুনঃ পুনঃ দৰ্শন কৰিলে সংস্কাৰ ধৰ্ম্মসমূহৰ স্বভাৱ বিশেষ ভাৱে পৰিজ্ঞাত হয়। এইদৰে জ্ঞানপূৰ্ব্বক পুনঃ পুনঃ চিন্তা কৰাই মুক্তিৰ উপায় হিচাপে ধৰা হয়। কোনো এজন মানুহে মাছ ধৰিবৰ কাৰণে এটা পল লৈ পানীত হেচা মাৰি ধৰিলে। পলৰ ভিতৰ হাত সোমোৱাই দেখিলে, তেওঁ মাছ বুলি ভুলতে এটা বিষাক্ত সাপৰ ডিঙিত টানকৈ ধৰিছে। তেওঁ ভাবিলে যে তেওঁ এটা ডাঙৰ মাছ ধৰিছে। ইয়াকে ভাবি তেওঁৰ আনন্দৰ সীমা নাইকিয়া হল, কিন্তু পিচ মুহূৰ্ত্তত তেওঁ তাক ওপৰলৈ আনি দেখে যে, ত্ৰিবক্ৰ

এটা সাপ তেওঁৰ হাত মেৰিয়াই আছে। সাপৰ ত্ৰিবক্ৰ লক্ষণৰ দৰ্শন কৰি তেওঁৰ মাছভ্ৰম দূৰীভূত হল আৰু ই যে মাছ নহয় সাপ তাক ভালদৰে জানিব পাৰিলে। লগে লগেই তেওঁ অত্যন্ত ভয় খাই প্ৰমাদ গণিলে। সাপ ধৰাৰ প্ৰতি উদাসীন উৎপাদন কৰি তেওঁ তাৰ পৰা মুক্তিলাভৰ ইচ্ছাত মুক্তিৰ উপায় ঠিক কৰিলে। তেওঁ সাপৰ নেজৰ তল ফালৰ পৰা ক্ৰমে মেৰ খুলি আৰু সাপৰ মূৰত দুই তিনিবাৰ আঘাত কৰিলে আৰু সাপক দুৰ্ব্বল কৰি "দুষ্ট সাপ! দূৰ হ" বুলি সাপটোক পৰিহাৰ কৰিলে। তেওঁ দ্ৰুতবেগে পানীৰ পৰা গৰাত উঠি—"অ'হ! কিমান ডাঙৰ বিষধৰ সৰ্পদংশনৰ পৰা ৰক্ষা পালো।" মনে মনে এইদৰে চিন্তা কৰি তেওঁৰ অহাৰ বাটৰ ফালে লক্ষ্য কৰি অলপ সময় ঠিয় হৈ ৰল। এই ক্ষেত্ৰত সেই মানুহজনৰ মাছভ্ৰমত সাপৰ ডিঙিত ধৰি আনন্দিত হোৱাৰ দৰে পূৰ্ব্বে অজ্ঞান-অৱস্থাত যোগীৰ পক্ষে নিজৰ দেহৰ প্ৰতি মায়া উপজি আসক্ত হোৱা। 'পলৰ' পৰা সাপ বাহিৰ কৰি তাৰ ত্ৰিবক্ৰ লক্ষণ দেখাৰ দৰে নিজৰ দেহকো পৰমাৰ্থৰ ফালৰ পৰা পঞ্চস্কন্ধ হিচাপে বিভাগ কৰি তাতে অনিত্য, দুঃখ আৰু অনাত্ম লক্ষণ দেখা। সৰ্পদশংনত ভীত হোৱাৰ দৰে পঞ্চস্কন্ধৰ অনিত্য লক্ষণাদি দৰ্শনত যোগীৰ অন্তৰত ভয়-জ্ঞান। সাপৰ দোষ দৰ্শনৰ দৰে যোগীৰ আদীনৱ-জ্ঞান। সাপ ধৰাৰ প্ৰতি উদাসীনতাৰ দৰে নিৰ্ব্বেদ-জ্ঞান। সাপৰ পৰা মুক্ত হোৱা ইচ্ছাৰ দৰে যোগীৰ মুক্তি কাম্যতা বা মুমুক্ষা-জ্ঞান। সাপৰ পৰা মুক্তিৰ উপায় নিৰ্দ্ধাৰণ কৰাৰ দৰে যোগীৰ সংস্কাৰ ধৰ্ম্মসমূহত অনিত্যাদি ত্ৰিলক্ষণ নিৰূপন কৰা। যাতে সাপে দংশন কৰিব নোৱাৰে সেই কাৰণে যেনেকৈ উক্ত মানুহজনে দুই তিনিবাৰ আঘাতত সাপটোক দুৰ্ব্বল কৰি পৰিত্যাগ কৰে আৰু নিজকে মুক্ত কৰে, সেইদৰে যোগীপুৰুষেও অনিত্য, দুঃখ আৰু অনাত্ম এই ত্ৰিলক্ষণ নিৰূপনৰ দ্বাৰা সংস্কাৰ ধৰ্ম্মসমূহক দুৰ্ব্বল কৰি, যাতে সেইবিলাক পুনৰ 'নিত্য, সুখ, শুচি

আৰু আত্মা' আকাৰত স্মৃতি পথত আবিৰ্ভূত হব নোৱাৰে, সেই কাৰণে সেইবিলাক দুৰ্ব্বল কৰি পৰিত্যাগ কৰে আৰু নিজকো মুক্ত কৰে। এইদৰে সংস্কাৰ ধৰ্ম্মসমূহৰ পৰা মুক্ত হোৱাৰ উপায় নিৰ্দ্ধাৰণ কৰিবলৈ গৈ যোগীৰ অন্তৰত প্ৰতিসংখ্যা-জ্ঞান উৎপন্ন হয়। প্ৰতিসংখ্যাৰ অৰ্থ হল মুক্তিৰ উপায় বিচৰা কৌশল উদ্ভাৱন কৰা।

## ( ৯ ) সংস্কাৰোপেক্ষা-জ্ঞান

প্ৰতিসংখ্যা-জ্ঞানৰদ্বাৰা যোগীয়ে নিৰ্দ্ধাৰণ কৰে—সকলো সংস্কাৰ ধৰ্ম্মত নিত্য, সুখ, শুচি আৰু আত্মা বুলি কোনো সাৰ পদাৰ্থ নাই, এই অৰ্থত সি শূন্য। সেই কাৰণে সকলো সংস্কাৰ ধৰ্ম্ম অনিত্য, দুখ, অশুচি আৰু অনাত্ম। তেওঁ এইদৰে চিন্তা কৰে—ৰূপস্কন্ধ সত্ত্ব নহয়, জীৱ নহয়, নৰ নহয়, স্ত্ৰী নহয়, পুৰুষ নহয়, আত্মা নহয়, 'মই' নহয়, 'মোৰ' নহয়, আনৰ নহয় আৰু কাৰো নহয়, এই অৰ্থত ৰূপস্কন্ধ শূন্য। এইদৰে বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান-স্কন্ধও শূন্যৰ ফালৰ পৰা চাব লাগে। এইদৰে সংস্কাৰ ধৰ্ম্মসমূহক শূন্যৰ ফালৰ পৰা দৰ্শন কৰাত তেওঁ ভয় আৰু আনন্দ পৰিত্যাগ কৰি সকলো সংস্কাৰ ধৰ্ম্মৰ প্ৰতি উদাসীন হয়। যেনেকৈ পৰিত্যক্ত ভাৰ্য্যাৰ প্ৰতি স্বামী উদাসীন হয়, তেনেকৈ যোগীয়েও কাম্যবস্তুৰ প্ৰতি অনাসক্ত হয়। কোনো মানুহে বাঞ্ছিত সুন্দৰী স্ত্ৰী লাভ কৰি তাইৰ প্ৰতি মুগ্ধ হয়, প্ৰিয়াক নেদেখিলে তেওঁ এক মুহূৰ্ত্তকে থাকিব নোৱাৰে; সেই প্ৰিয় পত্নীক আন পুৰুষৰ লগত হহাঁ-মাতা কৰা দেখি স্ত্ৰীৰ প্ৰতি তেওঁ যেনেকৈ অসন্তুষ্ট হয় আৰু আন সময়ত সেই স্ত্ৰীৰ অমাৰ্জ্জনীয় দোষ দেখি চিৰকালৰ বাবে তাইক বিসৰ্জ্জন দিয়ে, আৰু তেতিয়াৰ পৰা তেওঁ পৰিত্যক্ত ভাৰ্য্যাক নিজৰ বুলি আৰু নাভাৱে, সেই স্ত্ৰীৰ প্ৰতি তেওঁৰ উদাসীনতাহে উৎপন্ন হয়, যোগীয়েও তেনেকৈ জগতৰ ভোগ্যবস্তুৰ প্ৰতি অনাসক্ত হয়। ত্ৰিভুৱনৰ অন্তৰ্গত থকা সকলো সংস্কাৰ ধৰ্ম্মত তেওঁ ভয়ো নকৰে

আনন্দ উপভোগো নকৰে, তেওঁ উদাসীন। ত্ৰিভুবনৰ ভিতৰত 'মই' বা 'মোৰ' বুলি একো বস্তুৱেই নাই। সকলোতে শূন্য— কেৱল শূন্য, সংস্কাৰ পুঞ্জমাত্ৰ, অনিত্য, অধ্রুৱ, কেৱল দুঃখৰ ৰাশি, অনাত্ম, আত্মাশূন্য, একোৱেই নাই, আছে মাত্ৰ শূন্য, শূন্যই প্ৰধান, ইয়েই নিত্য, ধ্রুৱ, সুখ, অব্যক্ত সুখ, শান্তি, কেৱল শান্তি, অব্যক্ত শান্তি, এইদৰে ভাবি ত্ৰিভুৱনৰ সংস্কাৰ পুঞ্জৰ প্ৰতি উদাসীন হয় আৰু শান্তিপদৰ ফালে তেওঁৰ চিত্ত ধাৱিত হয়। এই অৱস্থাত যোগীৰ সংস্কাৰোপেক্ষা-জ্ঞান উৎপন্ন হয়। এই জ্ঞান পূৰ্ব্বোক্ত দ্বিবিধ জ্ঞানৰ লগত অৰ্থত এক। এই কাৰণে স্থৱিৰসকলে কৈছে—এই সংস্কাৰোপেক্ষা-জ্ঞানৰ তিনিটা নাম দিয়া হৈছে। প্ৰথম, মুক্তি-কাম্যতা বা মুমুক্ষা-জ্ঞান, দ্বিতীয়, প্ৰতিসংখ্যা-জ্ঞান, আৰু তৃতীয়, সংস্কাৰোপেক্ষা-জ্ঞান এই তিনিবিধ জ্ঞান অৰ্থত পাৰ্থক্য নাই। সংস্কাৰোপেক্ষা জ্ঞান প্ৰাপ্ত হলে সাধকৰ বিদৰ্শন-প্ৰজ্ঞা উজ্জ্বল আৰু উত্থানগামী হয়। শিক্ষাপ্ৰাপ্ত (উজ্জ্বল) বিদৰ্শন-প্ৰজ্ঞা আৰু উত্থানগামী বিদৰ্শন-প্ৰজ্ঞা সংস্কাৰোপেক্ষা-জ্ঞানৰ নামান্তৰ মাত্ৰ। এই জ্ঞান বিদৰ্শন-জ্ঞানৰ চৰম। উত্থানগামী অৰ্থাৎ স্ৰোতাপত্তি-মাৰ্গগামিনী। এই ক্ষেত্ৰত উত্থান মানে মাৰ্গ। এজনী বাদুলীয়ে গুটিখোৱাৰ আশাত পঞ্চশাখাবিশিষ্ট মধুৰিগছৰ (মহুৱাগছ) এটা ডালত গৈ পৰিলে। তাই প্ৰথম ডালত এটি ফালো অনুসন্ধান কৰি নাপাই দ্বিতীয় ডালত পৰিলেগৈ। তাই দ্বিতীয় ডালতো একো খাদ্য নাপাই, ক্ৰমে তৃতীয়, চতুৰ্থ আৰু পঞ্চম ডালত অন্বেষণ কৰি এটিও ফল নাপালে। তাই নিৰাশ হৈ ভাবিলে—"গছজোপা নিশ্চয় ফলশূন্য।" বাদুলীজনীয়ে শেষত উক্ত গছৰ ফলৰ আশা ত্যাগ কৰি মূল গছৰ এটা পুন ডালৰ ওপৰত বহিলে গৈ। তাই ওপৰৰ ফালে চালে আৰু উৰামাৰি আন এজোপা গুটি থকা গছত পৰিলেগৈ। বাদুলীৰ দৰে যোগাচাৰী আৰু পঞ্চশাখা বিশিষ্ট মধুৰি গছৰ দৰে পঞ্চস্কন্ধ। বাদুলী পৰাৰ দৰে পঞ্চস্কন্ধত যোগীয়ে

জ্ঞানপূৰ্ব্বক মনোনিবেশ কৰে। বাদুলীয়ে প্ৰথম ডালটো অনুসন্ধান কৰি এটি ফলও নাপাই অৱশিষ্ট ডালবিলাকো অনুসন্ধান কৰাৰ দৰে যোগীয়ে প্ৰথমে ৰূপস্কন্ধ যথাভূত-জ্ঞানৰে দৰ্শন কৰি তাৰ ভিতৰত একো নিত্য, সুখ, শুচি আৰু আত্মা-সাৰ বিচাৰি নাপাই ক্ৰমে অৱশিষ্ট স্কন্ধবিলাকো দৰ্শন কৰা। গছজোপাত ফলশূন্য দেখি তাৰ প্ৰতি বাদুলীয়ে আশা ত্যাগ কৰাৰ দৰে পঞ্চস্কন্ধৰ প্ৰতি অনিত্য লক্ষণাদি হিচাপে উদাসীন ভাৱ উৎপাদন কৰি যোগীৰ অন্তৰত মুমুক্ষাদি ত্ৰিবিধ জ্ঞান। মূল গছৰ পুনডালৰ আগত বাদুলীয়ে বহাৰ দৰে যোগীৰ অন্তৰত অনুলোম-জ্ঞান। উক্ত ডালত পৰি বাদুলীয়ে ওপৰৰ ফালে চোৱাৰ দৰে যোগীৰ অন্তৰত গোত্ৰভূ-জ্ঞান। বাদুলীয়ে আকাশৰ ফালে উৰামাৰাৰ দৰে যোগীৰ অন্তৰত স্ৰোতাপত্তি-মাৰ্গ-জ্ঞান। বাদুলীয়ে আন ঠাটি থকা গছত পৰাৰ দৰে যোগীৰ অন্তৰত স্ৰোতাপত্তি-ফল-জ্ঞান।

## (১০) অনুলোম-জ্ঞান

অনুলোম অৰ্থে যি আনুপূৰ্ব্বিক, পূৰ্ব্বাপৰ অনুকূল। যিটোৰ ভিতৰ স্থিত হৈ পূৰ্ব্বায়ত্ত সংমৰ্শন-জ্ঞান ব্যতীত ভঙ্গ, ভয় ইত্যাদি ক্ৰমে অৱশিষ্ট আঠ প্ৰকাৰ বিদৰ্শন-জ্ঞানৰ নিজ নিজ কাৰ্য্য সম্পাদনত আৰু পাচত সপ্তত্ৰিংশ বোধিপক্ষীয় ধৰ্ম্ম হৃদয়ঙ্গম কৰা-বিষয়তো অনুকূল, সিয়েই অনুলোম-জ্ঞান। যি হিচাপে চিত্তত এই জ্ঞান সম্ভৱ হয়, তাৰ নাম অনুলোম-চিত্ত। এই কাৰণে অনুলোম-চিত্তক অনুলোম-জ্ঞান বুলিও কোৱা হয়। অনুলোম-চিত্ত জৱন-চিত্তৰেই তৃতীয় স্তৰ। জৱন-চিত্তৰ স্তৰ সাতোটা। প্ৰথম স্তৰত ইয়াৰ নাম পৰিকৰ্ম্ম-চিত্ত, দ্বিতীয় স্তৰত উপাচাৰ-চিত্ত আৰু তৃতীয় স্তৰত অনুলোম-চিত্ত। এইদৰে ভিন্ন ভিন্ন নামাকৰণ হলেও, নিৰ্ব্বিশেষে এই ত্ৰিবিধ জৱনচিত্তৰ

প্ৰত্যেকটিক আসেৱন-চিত্ত, পৰিকৰ্ম্ম-চিত্ত, উপচাৰ-চিত্ত কিম্বা অনুলোম-চিত্ত কব পাৰি। একেই চিত্তবীথিত (চিত্তসন্ততিত) প্ৰথমে মনোদ্বাৰত আৱৰ্জ্জন-চিত্ত (চিত্তৰ আৱৰ্ত্তন) তদনন্তৰ ভৱাঙ্গ-চিত্ত আলোড়িত কৰি চিত্ত-ক্ৰিয়াৰ উৎপত্তি, তাৰ পাচত তৰঙ্গহীন, শান্ত স্থিৰ চিত্ত-সন্ততিত বা চিত্ত-প্ৰৱাহত যি জৱন-চিত্ত উৎপন্ন হয়, তাৰেই প্ৰথম স্তৰত পৰিকৰ্ম্ম-চিত্ত, দ্বিতীয় স্তৰত উপচাৰ-চিত্ত আৰু তৃতীয় স্তৰত অনুলোম-চিত্তৰ উৎপন্ন হয়।

সংস্কাৰোপেক্ষা-জ্ঞানৰ সাধনা ক্ৰমে বৰ্দ্ধিত কৰিলে যোগীৰ শ্ৰদ্ধা বলৱতী হয়, বীৰ্য্য সুদৃঢ় হয়, স্মৃতি সুস্থিৰ হয়, চিত্ত সমাহিত হয় আৰু সংস্কাৰোপেক্ষা-জ্ঞানো তীক্ষ্ণতৰ হয়। এনে অৱস্থাত তেওঁৰ স্ৰোতাপত্তি-মাৰ্গ-জ্ঞান উৎপন্ন হোৱাৰ পূৰ্ব্বমুহূৰ্ত্ত উপস্থিত হয়। সংস্কাৰ ধৰ্ম্মৰ অনিত্য, দুঃখ আৰু অনাত্ম এই ত্ৰিলক্ষণৰ যি কোনো লক্ষণকে অৱলম্বনৰ স্বৰূপ কৰি সংস্কাৰোপেক্ষা-জ্ঞান উৎপন্ন হলে, সেই একে আলম্বনতে যি চিত্ত-বীথি উৎপন্ন হয়—তাৰ প্ৰথমে মনোদ্বাৰত আৱৰ্জ্জন-চিত্ত, তাৰ পাচত ভৱাঙ্গ-চিত্ত আলোড়িত কৰি ক্ৰিয়া-চিত্তৰ উৎপত্তি, তাৰ পাচত নিস্তৰঙ্গ-চিত্ত-সন্ততিত জৱন-চিত্ত উৎপন্ন হয় আৰু এই জৱন-চিত্তৰেই প্ৰথম স্তৰৰ নাম পৰিকৰ্ম্ম, দ্বিতীয় স্তৰৰ নাম উপচাৰ আৰু তৃতীয় স্তৰৰ নাম অনুলোম।

ধাৰ্ম্মিক ৰজাই বিচাৰাসনত বহি নিৰপক্ষভাৱে মন্ত্ৰীসকলৰ সুপৰামৰ্শও শ্ৰৱণ কৰে, প্ৰাচীন ৰাজনীতি শাস্ত্ৰও বিচাৰে আৰু উভয়ৰ ভিতৰত সামঞ্জস্য বিধান কৰি নিজৰ অভিমত প্ৰকাশ কৰে। এই ক্ষেত্ৰত ৰজাৰ দৰে অনুলোম-জ্ঞান, অষ্ট-মন্ত্ৰীৰ দৰে আঠ প্ৰকাৰ বিদৰ্শন-জ্ঞান আৰু প্ৰাচীন ৰাজনীতি শাস্ত্ৰৰ দৰে সপ্তত্ৰিংশ বোধিপক্ষীয় ধৰ্ম্ম। ৰজাই যেনেকৈ মন্ত্ৰীসকলৰ সুপৰামৰ্শৰো অনুকূলত থাকে, প্ৰাচীন ৰাজনীতিৰো অনুকূলত থাকে আৰু উভয়ৰ মাজত সামঞ্জস্য বিধান কৰে, অনুলোম-জ্ঞান,

ও অষ্টবিধ-বিদৰ্শন-জ্ঞানৰ অনুকূলত আৰু সপ্তত্ৰিংশ বোধিপক্ষীয় ধৰ্ম্মৰো অনুকূলত আৰু উভয়ৰ মাজত সামঞ্জস্যও ৰক্ষা কৰে। এই অনুলোম-জ্ঞান সংস্কাৰ ধৰ্ম্মক আলম্বন স্বৰূপ কৰি উত্থিত বিদৰ্শন-জ্ঞানৰ চৰম পৰিণতি। গোত্ৰভূ-জ্ঞান অনুলোম-জ্ঞানৰো ওপৰ, আৰু এই গোত্ৰভূ-জ্ঞানেই সকলোপ্ৰকাৰ বিদৰ্শন-জ্ঞানৰ চৰম বা সৰ্ব্বোচ্চ স্তৰ।

ইতি 'নেকেহি নামেহি কিত্তিতা য়া মহেসিনা,
বুট্‌ঠান-গামিনী সন্তা পৰিসুদ্ধা ৱিপস্‌সনা।
বুট্‌ঠাতুকামো সংসাৰ-দুক্‌খ-পঙ্কা মহব্ভয়া,
কৰেয়্য সততং তথ যোগং পণ্ডিত জাতিকোতি।

"মহৰ্ষি বুদ্ধৰ দ্বাৰা নানা নামত কীৰ্ত্তিত যি উত্থান-গামী শান্ত পৰিশুদ্ধ বিদৰ্শন, তাত সততে মনোনিবেশ কৰা সংসাৰৰ দুঃখ-পঙ্ক আৰু মহাভয়ৰ পৰা উত্থানকামী জ্ঞানী ভিক্ষুৰ কৰ্ত্তব্য।"

## ৭। জ্ঞান-দৰ্শন-বিশুদ্ধি

অনুলোম-জ্ঞানৰ পাচত গোত্ৰভূ-জ্ঞান। ই প্ৰতিপদ-জ্ঞান-দৰ্শন-বিশুদ্ধিৰ ভিতৰত গণ্য নহয় আৰু জ্ঞান-দৰ্শন-বিশুদ্ধিৰ ভিতৰতো গণ্য নহয়। উভয়ৰ মধ্যৱৰ্ত্তী জ্ঞানবিশেষ। তথাপি বিদৰ্শন সোঁতৰ অনুগত বুলি তাক বিদৰ্শন কোৱা হয়।

স্ৰোতাপত্তি-মাৰ্গ, সকৃদাগামী-মাৰ্গ, অনাগামী-মাৰ্গ আৰু অৰহত-মাৰ্গ চতুৰ্ব্বিধ মাৰ্গস্থ জ্ঞানক জ্ঞান-দৰ্শন-বিশুদ্ধি বোলে। অনুলোম-জ্ঞানৰ পাচতেই গোত্ৰভূ-জ্ঞান নিৰ্ব্বাণক আলম্বন কৰি উৎপন্ন হয়। উৎপত্তিক্ষণত গোত্ৰভূ-জ্ঞান যেনেকৈ এফালে নিম্ন সাধন-স্তৰক অতিক্ৰম কৰে, তেনেকৈ আনফালে আৰ্য্য বা উন্নততৰ সাধনা স্তৰ উৎপাদন কৰে। গোত্ৰভূ-জ্ঞানৰ উৎপত্তিৰ পাচতেই স্ৰোতাপত্তি-মাৰ্গ-জ্ঞান উৎপন্ন হয়। ইয়াৰ উৎপত্তি-ক্ষণত দুঃখৰ সম্যক অৱগতি, দুখোৎপত্তিৰ হেতু পৰিত্যাগ, নিৰোধ

সাক্ষাৎকাৰ আৰু ভাৱনা হিচাপে সমাধি-বীথিত আৰ্য্য মাৰ্গত অৱতৰণ, এই চতুৰ্ব্বিধ আৰ্য্যসত্যৰ কাৰ্য্য একেলগেই সম্পন্ন হয়। স্ৰোতাপত্তি-মাৰ্গ-জ্ঞান উৎপত্তিৰ পাচতেই স্ৰোতাপত্তি-ফল-জ্ঞান উৎপন্ন হয়, তাৰ পাচত ভৱাঙ্গপাত হয়। এটা চিত্ত-বীথিত সপ্ত জৱন-চিত্তৰ প্ৰথম স্তৰত পৰিকৰ্ম্ম, দ্বিতীয় স্তৰত উপচাৰ, তৃতীয় স্তৰত অনুলোম, চতুৰ্থ স্তৰত গোত্ৰভূ, পঞ্চম স্তৰত স্ৰোতাপত্তি-মাৰ্গ আৰু ষষ্ঠ ও সপ্তম স্তৰত স্ৰোতাপত্তি-ফল-চিত্ত উৎপন্ন হয়। তাৰ পাচত ভৱাঙ্গ পাত হয়। পুনৰ ভৱাঙ্গ অৱচ্ছিন্ন কৰি পৰ্যবেক্ষণ-জ্ঞান উৎপন্ন হয়। যোগীৰ পৰ্যৱেক্ষণ-জ্ঞানত তেওঁৰ ৰাগ, দ্বেষ, মোহাদি দহবিধ ক্লেশৰ মাজত কিছুমান ক্লেশ মূলতে উচ্ছিন্ন হল, কিছুমান অৱশিষ্ট ৰল, ইত্যাদি দৰ্শন কৰে। স্ৰোতাপত্তি-মাৰ্গ-জ্ঞানৰ উৎপত্তি ক্ষণেই শাশ্বত আৰু উচ্ছেদ দৃষ্টিৰ অন্তৰ্গত ৬২ প্ৰকাৰ মিথ্যাদৃষ্টি বা বিপৰীত জ্ঞান সমূলে উচ্ছিন্ন হয়। অনুলোম-জ্ঞান আৰ্য্য-সত্য-প্ৰতিচ্ছাদক ক্লেশ-অন্ধকাৰ অপনোদন কৰিবলৈ সমৰ্থ, কিন্তু নিৰ্ব্বাণক আলম্বন স্বৰূপে গ্ৰহণ কৰিবলৈ অসমৰ্থ। গোত্ৰভূ-জ্ঞানেই নিৰ্ব্বাণক আলম্বন স্বৰূপত মাত্ৰ গ্ৰহণ কৰিবলৈ সমৰ্থ। এজন মানুহে নক্ষত্ৰ-যোগ জানিবৰ উদ্দেশ্যে ওপৰৰ ফালে চন্দ্ৰটোৰ প্ৰতি দৃষ্টিপাত কৰিলে। তেতিয়া মলয়াৰ দ্বাৰা চন্দ্ৰটো আচ্ছন্ন আছিল বুলি চন্দ্ৰটো তেওঁৰ দৃষ্টি-গোচৰ নহল। পাচত বতাহে ডাঠ মলয়াবিলাক দূৰ কৰি পেলালে, তাৰ পাচত আৰু এজাক বতাহে মধ্যম গোচৰৰ মলয়াবিলাক দূৰ কৰিলে, আৰু এজাক বতাহে একেবাৰে পাতল মলয়াবিলাকো নাইকিয়া কৰি পেলালে। তেতিয়া তেওঁ নিৰ্ম্মল আকাশত চন্দ্ৰ দেখি নক্ষত্ৰ-যোগ বুজিব পাৰিলে। উক্ত তিনি প্ৰকাৰ মলয়াৰ দৰে আৰ্য্য-সত্য-প্ৰতিচ্ছাদক ডাঠ, মধ্যম আৰু পাতল এই তিনি প্ৰকাৰ ক্লেশ-অন্ধকাৰ। উক্ত তিনি প্ৰকাৰ বায়ুৰ দৰে পৰিকৰ্ম্ম, উপচাৰ আৰু অনুলোম হিচাপে তিনিবিধ

অনুলোম-জ্ঞান। এজন চকু থকা মানুহৰ দৰে গোত্ৰভূ-জ্ঞান আৰু চন্দ্ৰৰ দৰে নিৰ্ব্বাণ। একোজাক বতাহে ক্ৰমান্বয়ে মলয়াবিলাক দূৰ কৰাৰ দৰে একো একোটি অনুলোম-জ্ঞানৰ দ্বাৰা সত্য-প্ৰতিচ্ছাদক ক্লেশ-অন্ধকাৰ দূৰীভূত কৰা। নিৰ্ম্মল আকাশত উক্ত মানুহজনৰ বিশুদ্ধ চন্দ্ৰ দৰ্শনৰ দৰে সত্য-প্ৰতিচ্ছাদক ক্লেশ-অন্ধকাৰ দূৰীকৰণত গোত্ৰভূ-জ্ঞানৰে বিশুদ্ধ নিৰ্ব্বাণ দৰ্শন। যেনেকৈ উক্ত তিনি প্ৰকাৰ বায়ুৰে চন্দ্ৰ-প্ৰতিচ্ছাদক মলয়াবিলাক দূৰ কৰিবলৈ সমৰ্থ মাত্ৰ, কিন্তু চন্দ্ৰ দৰ্শন কৰিবলৈ অসমৰ্থ, তেনেকৈ তিনিবিধ অনুলোম-জ্ঞানেও সত্য-প্ৰতিচ্ছাদক ক্লেশতম দূৰীভূত কৰিবলৈ সমৰ্থ, কিন্তু নিৰ্ব্বাণ দৰ্শন কৰিবলৈ অসমৰ্থ। যেনেকৈ উক্ত মানুহজনে চন্দ্ৰটোহে মাত্ৰ দেখা পাবলৈ সমৰ্থ, কিন্তু মলয়াবিলাক দূৰ কৰিবলৈ অসমৰ্থ, তেনেকৈ গোত্ৰভূ-জ্ঞানো মাত্ৰ নিৰ্ব্বাণ দৰ্শন কৰিবলৈহে সমৰ্থ, কিন্তু ক্লেশ-তম দূৰীভূত কৰিবলৈ অসমৰ্থ।

## সকৃদাগামী-মাৰ্গ-ফলাদি

স্ৰোতাপত্তি-ফলপ্ৰাপ্ত যোগীৰ পূৰ্ব্বোক্ত নিয়মে সংস্কাৰোপেক্ষা-জ্ঞানৰ পাচতেই একোটা চিত্ত-বীথিত অনুলোম-জ্ঞান আৰু গোত্ৰভূ-জ্ঞান উৎপন্ন আৰু নিৰুদ্ধ হোৱাৰ পাচতেই সকৃদাগামী-মাৰ্গ-জ্ঞান উৎপন্ন হয়। ইয়াৰ নিৰোধত দুই তিনিটি ফল-জ্ঞান বা ফল-চিত্ত উৎপন্ন হয়। তাৰ পাচত যি যিবিলাক ঘটে তাক পূৰ্ব্বোক্ত নিয়মে বুলিব লাগিব। অনাগামী-মাৰ্গ-ফল আৰু অৰহত্ত্ব মাৰ্গ-ফল সম্বন্ধেও এইদৰেই।

ভাৱেতব্বা পনিচ্চেৱং পঞ্‌ঞা-ভাৱনা সাধুকং
পটিপত্তি-ৰসস্‌সাদং পত্থয়ন্তেন সাসনে'তি।

"যি বৌদ্ধ শাসনত সাধনা-লব্ধ ধৰ্ম্ম-ৰস আস্বাদন কৰিবলৈ অভিলাষী, তেওঁৰ পক্ষে উত্তমৰূপে প্ৰজ্ঞাভাৱনা কৰা কৰ্ত্তব্য।"

## ভাৱনা

ৱিকি্খত্তচিত্তো নেকগ্গো সম্মাধম্মং ন পস্সতি,
অপস্সমানো সদ্ধম্মং দুক্খা ন পৰিমুচ্চতি।

## অনুবাদ

একাগ্রতাহীন, বিক্ষিপ্তচিত্ত পৰায়ণ মানুহে কোনোদিন সম্যক ধৰ্ম্ম উপলব্ধি কৰিব নোৱাৰে। যাৰ সম্যক ধৰ্ম্মজ্ঞান নাই তেওঁ দুখৰ পৰা মুক্তিলাভ কৰা অসম্ভৱ।

( পাঠ সুবিধাৰ বাবে ভাৱনাৰ অৰ্থ এনেদৰে দিয়া হল )।

## মৈত্ৰী ভাৱনা

১। অহং অৱেৰো হোমি অব্যাপজ্জো হোমি, অনীঘো হোম, সুখী অত্তানং পৰিহৰামি। অহং ৱিয় ময়হং আচৰিয়ুপজ্ঝায়া মাতা-পিতৰো হিতসত্তা, মজ্ঝত্তিকসত্তা, ৱেৰীসত্তা অৱেৰা হোন্তু, অব্যাপজ্জা হোন্তু, অনীঘা হোন্তু, সুখী অত্তানং পৰিহৰন্তু, দুক্খা মুঞ্চন্তু, য়থালদ্ধসম্পত্তিতো মাৱিগচ্ছন্তু, কম্মস্সকা।

২। ইমস্মিং ৱিহাৰে—ইমস্মিং গোচৰগামে—ইমস্মিং নগৰে—ইমস্মিং জনপদে—ইমস্মিং আসামে—ইমস্মিং জম্বুদ্বীপে—ইমস্মিং চক্কৱালে ইস্সৰজনা সীমট্ঠকদেৱতা সব্বে সত্তা অৱেৰা হোন্তু, অব্যাপজ্জা হোন্তু, অনীঘা হোন্তু, সুখী অত্তানং পৰিহৰন্তু, দুক্খা মুঞ্চন্তু য়থা লদ্ধসম্পত্তিতো মা ৱিগচ্ছন্তু, কম্মস্সকা।

৩। পুৰত্থিমায় দিসায়, দকি্খণায় দিসায়, পশ্চিমায় দিসায়, উত্তৰায় দিসায়, পুৰত্থিমায় অনুদিসায়, দকি্খণায় অনুদিসায়, পচ্ছিমায় অনুদিসায়, উত্তৰায় অনুদিসায়, হেট্ঠিমায় দিসায়, উপৰিমায় দিসায় সব্বে সত্তা সব্বে পানা সব্বেভূতা সব্বে পুগ্গলা সব্বে অত্তভাৱপৰিয়াপন্ন সব্বা ইত্থিয়ো সব্বে পুৰিসা সব্বে অৰিয়া সব্বে অনৰিয়া সব্বে দেৱা সব্বে মনুস্সা সব্বে অমনুস্সা

সব্বে ৱিনিপতিকা অৱেৰা হোন্তু, অব্যাপজ্জা হোন্তু, অনীঘা হোন্তু, সুখী অত্তানং পৰিহৰন্তু, দুক্খামুঞ্চন্তু য়থা লদ্ধসম্পত্তিতো মা-ৱিগচ্ছন্তু কম্মস্সকা।

৪। পুৰত্থিমস্মিং দিসা ভাগে সন্তি ভূতা মহিদ্ধিকা,
তেপিমং অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।
দক্খিণস্মিং দিসা ভাগে সন্তি দেৱা মহিদ্ধিকা,
তেপি মং অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।
পচ্ছিমস্মিং দিসা ভাগে সন্তি নাগা মহিদ্ধিকা,
তেপি মং অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।
উত্তৰস্মিং দিসা ভাগে সন্তি য়াক্খা মহিদ্ধিকা,
তেপি মং অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।

৫। পুৰত্থি-মেন ধতৰট্ঠৌ, দক্খিণেন ৱিৰূলহকো,
পচ্ছিমেন ৱিৰূপক্খো কুৱেৰো উত্তৰং দিসং।
চত্তাৰোতে মহাৰাজা লোকপালা য়সস্সিনো,
তেপি মং অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।

## অনুবাদ

(১) মোৰ শত্রুহীন হওক, বিপদহীন হওক, দুখহীন হওক, আত্ম সুখ হওক, মোৰ দৰে মোৰ আচাৰ্য্য-উপাধ্যায়-মাতা-পিতা উপকাৰী-অপকাৰী মধ্যস্থ সকলোৰে বৈৰীহীন হওক, বিপদহীন হওক, দুখশূন্য হওক, আত্মসুখী হওক, দুখৰপৰা মুক্ত হওক; আৰু নিজৰ প্ৰাপ্ত সম্পত্তিৰ পৰা বঞ্চিত নহওক, এই জগতত সকলো প্ৰাণী কৰ্ম্মৰ অধীন।

(২) এই বিহাৰত, গাঁৱত, নগৰত, অসমত, জনপদত, জম্বুদ্বীপত, পৃথিৱীত, এই চক্ৰৱালত ঐশ্বৰ্য্য সম্পন্ন পুৰুষ সকল, সীমাস্থ দেৱতা সকল আৰু সকলো প্ৰাণী শত্রুহীন হওক,

বিপদহীন হওক, নিজৰ প্ৰাপ্ত সম্পত্তিৰ পৰা বঞ্চিত নহওক আৰু এই জগতত সকলো প্ৰাণী কৰ্ম্মৰ অধীন।

(৩) পূৱ, দক্ষিণ, পশ্চিম, উত্তৰ; পূৰ্ব্বকোণ, দক্ষিণকোণ, পশ্চিমকোণ, উত্তৰকোণত, অৰ্দ্ধঃ ঊৰ্দ্ধত থকা সকলো সত্ত্ব, সকলো প্ৰাণী, সকলো ভূত, সকলো পুদগ্‌ল, দেহধাৰী, স্ত্ৰী, পুৰুষ, আৰ্য্য, অনাৰ্য্য, দেৱতা, মনুষ্য, অমনুষ্য, প্ৰেত আৰু নৰকত উৎপন্ন সকলো প্ৰাণী শত্ৰুহীন বিপদহীন হওক, নিজৰ প্ৰাপ্ত সম্পত্তিৰপৰা বঞ্চিত নহওক আৰু জগতত সকলো প্ৰাণী কৰ্ম্মৰ অধীন।

(৪) পূবে, দক্ষিণে, পশ্চিমে আৰু উত্তৰে যিসকল মহাশক্তি-শালী দেৱতা আছে, তেওঁলোকে মোক আৰোগ্য আৰু সুখে শান্তিৰে ৰক্ষা কৰক।

(৫) পূবে লোকপাল মহাৰাজ ধৃতৰাষ্ট্ৰ, দক্ষিণে বিৰুঢ়ক, পশ্চিমে বিৰূপক্ষ আৰু উত্তৰে কুবেৰ আছে, এই চাৰিজন লোকপাল আদি প্ৰাণীৰ কৰ্ত্তা। তেওঁলোকেও মোক সদায় আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

## উপাসক সকলৰ ভাৱনা

জৰাধম্মোমিহ্ জৰং অনতীতো, ব্যাধিধম্মোমিহ্ ব্যাধিং অনতীতো, মৰণধম্মোমিহ্ মৰণং অনতীতো, সব্বেহি মে পিয়েহি মনাপেহি নানাভাৱো ৱিনাভাৱো কম্মসস্‌কোমিহ্, কম্মদায়াদো, কম্ময়োনি, কম্মবন্ধু, কম্মপটিসৰণো, য়ং কম্মং কৰিস্‌সামি কল্যাণং ৱা পাপকং ৱা তস্‌স দাষাদো ভৱিস্‌সামি।

## অনুবাদ

মোৰ বাৰ্দ্ধক্যধৰ্ম্মৰ পৰা অব্যাহতি পোৱাৰ উপায় নাই, গতিকেময়ো বাৰ্দ্ধক্যাধীন। ব্যাধিধৰ্ম্মৰ পৰা মুক্তি লাভৰ পথ নাই, গতিকে ময়ো ব্যাধিৰ দাস। মৰণধৰ্ম্মৰ পৰা ৰেহাই পোৱাৰ

স্থান নাই, গতিকে ময়ো মৃত্যুবৰণ কৰিব লাগিব। মই এদিন সকলো প্ৰিয়জনৰ পৰা (পিতৃ-মাতৃ, ভাই-ভাতৃ, পো-বোৱাৰী, জ্ঞাতী) আৰু সকলো মনোমোহা বস্তু বা সম্পত্তিৰ পৰা নিশ্চয় এদিন নহয় এদিন বিচ্ছেদ হব লাগিব। নিয়তিৰ আকৰ্ষণ বা প্ৰিয় সকলৰ মায়াদিয়ে বান্ধি ৰাখিব নোৱাৰে। সকলোৱেই কৰ্ম্মৰ বিপাকভোগী, কৰ্ম্মই অধিকাৰী আৰু কৰ্ম্মহেতু গ্ৰাহী। গতিকে সুখ-দুখাদি সকলোপ্ৰাণীৰে নিজ নিজ কৰ্ম্মফলৰ ওপৰত নিৰ্ভৰ। কৰ্ম্মই বন্ধু, কৰ্ম্মই আশ্ৰয়; যি কৰ্ম্ম কৰিম তাৰ ফল ভবিষ্যৎ ভোগ কৰিব লাগিব। এই কৰ্ম্মৰ (বাদ দি) কোনেও হাত সাৰিব নোৱাৰে। ভাল কৰ্ম্মৰ ফল সুখদায়ক আৰু বেয়া কৰ্ম্মৰ ফল দুখদায়ক। ধন, জন, যৌৱন, পুত্ৰ, পৰিৱাৰ, বন্ধু-বান্ধৱ, ভাই-ভনী কোনোটো চিৰস্থায়ী নহয়। সকলো অনিত্য, দুঃখ অনাত্মা।

১। পস্‌স অটি্‌ঠময়ং গেহং নহারু-ৰজ্জু ৱেটি্‌ঠতং,
সম্মং সমত্তিকালিত্তং তং কেস-তিন-ছাদিতং।

২। অটি্‌ঠসঙ্কলিকং পুঞ্জং অসুচিনন্তমকি্খতং,
অন্তোপূতি ৱহিচিত্তং গূথকুম্ভোৱ পস্‌সতো।

৩। য়থা ইদং তথা এতং য়থাএতং তথা ইদং,
সব্বং অটি্‌ঠময়ং এতং তথা মঞ্‌ঞন্তি পণ্ডিতা'তি।

## অনুবাদ

(১) হে বন্ধু! এই শৰীৰ স্নায়ু-হীৰ আদিৰ দ্বাৰা পৰিবেষ্টিত এইটো অস্থিময় গৃহ, ইয়াৰ ওপৰত মাংসৰ দৰে মাটি লেপ দিয়া হৈছে আৰু চুলিৰ দৰে তৃণৰ আচ্ছাদন কৰি ৰখা হৈছে। এইদৰে নিজৰ শৰীৰটোক দৰ্শন কৰিবা।

(২) এই শৰীৰ অনন্ত অশুচি মিহলি হাৰ-চালাদিৰ পুঞ্জিভূত, বাহিৰখনি বিচিত্ৰ, কিন্তু ভিতৰখনি দুৰ্গন্ধ এটি কলহৰ দৰে বিষ্ঠাপূৰ্ণ।

(৩) মোৰ শৰীৰ যেনে আনৰ শৰীৰো তেনে। তাত কোনো প্ৰভেদ নাই। এইদৰে দেহমাত্ৰেই অস্থিময় বুলি পণ্ডিত সকলে যথাযথ ভাৱে চিন্তা কৰে।

জীৱিতং ব্যাধিকালো চ দেহনিক্ষেপন গতি
পঞ্চেতে জীৱলোকস্মিং অনিমিত্তা ন ঞায়ৰে

## অনুবাদ

মোৰ পৰমায়ু কিমান দিন আছে, কি ৰোগে কেতিয়া আক্ৰমণ কৰিবহি, ত্ৰিকালৰ ভিতৰত কোন ক্ষণত মৃত্যু হয়, জলত নে স্থলত, মৰণৰ পাচত কোনে ক'ত জন্মগ্ৰহণ কৰিব বা কৰিম; জীৱৰ এই পাঁচটি বিষয় কেতিয়া সংঘটিত হব, তাক কোনেও কব নোৱাৰে। সেই কাৰণে কোৱা হৈছে ঃ—

অনিচ্চা ৱত সঙ্খাৰা উপ্পাদ ৱয় ধম্মিনো,
উপ্পজ্জিত্বা নিৰুজ্ঝন্তি তেসং ৱূপসমো সুখো।
সবেব সত্তা মৰন্তি চ মৰিংসুচ মৰিস্সৰে,
তথেৱাহং মৰিস্সামি নত্থি মে এত্থ সংসয়ো।

## অনুবাদ

এই সংস্কাৰ ধৰ্ম্মই অনিত্য, কাৰণ ইয়াৰ স্বভাৱ ধৰ্ম্ম উৎপত্তি আৰু বিলয়। উৎপন্ন হলেই নিৰুধ হোৱাটো অনিবাৰ্য্য। ইয়াৰ একমাত্ৰ নিষ্টাৰৰ উপায় নিৰ্ব্বাণ। এই নিৰ্ব্বাণেই হল প্ৰকৃত সুখ।

জন্মিলেই এদিন মৰিব লাগিব, প্ৰাণীমাত্ৰেই মৰিছে, মৰিব আৰু এদিন মন্নো এইদৰে মৰিম তাত কোনো সন্দেহ নাই।

# পঞ্চম পৰিচ্ছেদ

## সূত্ৰ

সুত্তং—সূত্ৰ, চাৰি মহাসত্যৰ সূচনা কৰে বুলিয়েই সূত্ৰ। ভগৱান বুদ্ধই কৈছে,—"চতুসচ্চ ৱিনিমুত্তো ধম্মো নাম নত্থি" চাৰি আৰ্য্য-সত্যবৰ্জ্জিত কোনো ধৰ্ম্মই নাই, হবই নোৱাৰে।

অথবা—"অত্থানং সূচনতো সুবুত্ততো সৱণতো চ সুদনতো;
সুত্তানা সুত্ত স-ভাগতো চ সুত্তন্তি অক্খাতং।

আত্মাৰ্থ পৰমাৰ্থাদি হিচাবে লৌকিক লোকোত্তৰ অৰ্থৰ সূচনা কৰাৰ কাৰণে সূত্ৰ বুলি কোৱা হয়। শ্ৰোতাসকলৰ অভিপ্ৰায় অনুসাৰে সুন্দৰকৈ উক্ত কৰে বুলিয়েই সূত্ৰ বুলি কোৱা হয়। চিতিয়াই দিয়া শস্যৰ দৰে শুনিলে সুফল পোৱা যায় কাৰণেই সূত্ৰ। গাইৰ গাখীৰৰ দৰে অমৃত নিঃসৃত হোৱাৰ কাৰণেই সূত্ৰ বুলি কোৱা হয়। ইয়াৰ দ্বাৰা ৰক্ষা পোৱা যায় বুলিয়েই সূত্ৰ। সূত্ৰধৰসকলৰ সূত্ৰ যেনেকৈ প্ৰমাণ জ্ঞাপক, বিজ্ঞসকলৰো ই তদ্ৰূপ বুলিয়েই সূত্ৰ কোৱা হয়। সূতাত গাথি থোৱা পুষ্পৰাশি যেনেকৈ বতাহত ছিচৰতি কৰিব নোৱাৰে, সেইদৰে সূত্ৰত সংগৃহীত অৰ্থও বিক্ষিপ্ত হব নোৱাৰে বুলিয়েই সূত্ৰ।

এৱং মে সুতং—সন্ধি বন্ধ কৰিলে এৱম্মে সুতং; বৌদ্ধ সংস্কৃত গ্ৰন্থাদিত এবম্ ময়া শ্ৰুতম, এইদৰে মোৰ দ্বাৰা-বা মৎ কৰ্ত্তৃক শ্ৰুত, মই এইদৰে শুনিছো। প্ৰত্যেক সূত্ৰাৰম্ভত এইদৰে কিয় দেখিবলৈ পোৱা যায়?

আয়ুষ্মান মহাকাশ্যপ স্থৱিৰে বৃদ্ধ প্ৰব্ৰজিত সুভদ্ৰৰ ভাষিত উক্তি শুনিবলৈ পাই ধৰ্ম্ম বিনয় সঙ্গায়ন কৰিবলৈ দৃঢ় সংকল্প

কৰিছিল। তাৰ পাচত ভগৱান বুদ্ধৰ পৰিনিৰ্ব্বাণত যি সপ্তশত-সহস্ৰ ভিক্ষু সমবেত হৈছিল, আয়ুষ্মান মহাকাশ্যপে তেওঁলোকৰ আগত সুভদ্ৰৰ ভাষিত উক্তি প্ৰকাশ কৰি অধৰ্ম্মবাদীৰ সংখ্যা বৃদ্ধি নৌহওঁতেই, ধৰ্ম্ম বিনয় সঙ্গায়ন কৰিবলৈ প্ৰস্তাব কৰিলে। সকলোৱেই ধৰ্ম্ম বিনয় সঙ্গায়নত মত প্ৰকাশ কৰিলে, তেতিয়াই সকলোৰে নিৰ্দ্দেশানুযায়ী সপ্তশতসহস্ৰ ভিক্ষুৰ মাজৰ পৰা যি সকলক ভগৱানে ধৰ্ম্ম, অৰ্থ, ব্যাকৰণাদিত অভিজ্ঞ বুলি প্ৰশংসা কৰিছিল, সেই আনন্দৰ সৈতে, প্ৰতিসম্ভিদা প্ৰাপ্ত ষড়াভিজ্ঞা সম্পন্ন, ভগৱানৰ দ্বাৰা নিৰ্দ্দেশিত পাঁচশ ভিক্ষু সঙ্গীতিৰ কাৰণে নিৰ্ব্বাচিত হল।

সাত দিন পৰ্য্যন্ত শুভকাৰ্য্যাদিৰ লগতে বুদ্ধাস্থি পূজাৰ পাচত, সেই পাঁচশ ভিক্ষু ৰাজগৃহৰ অভিমুখে যাত্ৰা কৰে। তেওঁলোকে বৰ্ষৱাসৰ পূৰ্ব্বে ৰাজগৃহত উপস্থিত হৈ ৰজা অজাতশত্ৰুক সঙ্গীতিৰ সকলো বিষয় জ্ঞাপন কৰিলে। এই কথা শুনি ৰজাই, "মোৰ ৰাজাজ্ঞা আপোনালোকৰ ধৰ্ম্মাজ্ঞাত পৰিণত হওক।" তাৰ পাচত ৰজা অজাতশত্ৰুৱে ভিক্ষুসকলৰ নিৰ্দ্দেশমতে, বৈভাৰ পৰ্ব্বতৰ কাষত সপ্তপৰ্ণি গুহাৰ দুৱাৰৰ সন্মুখত থকা বহল পথাৰত, ব্ৰহ্ম-বিমানৰ দৰে সভামণ্ডপ প্ৰস্তুত কৰোৱাই, মাজত ভগৱানৰ আসনৰ দৰে পূৰ্ব্বাভিমুখী কৰি ধৰ্ম্মাসন স্থাপন কৰি সন্মুখত গজদন্ত খচিত ব্যজন স্থাপন কৰিলে আৰু পঞ্চশত ভিক্ষুৰ বহা আসনবিলাকো কৰোৱালে।

আয়ুষ্মান আনন্দক সঙ্গীতিৰ আগ দিনাই ভিক্ষুসকলে কলে, "সেখ ( শিক্ষাৰ্থী, অৰহত নোহোৱা পৰ্য্যন্ত ) অৱস্থাত আপুনি সঙ্গীতিত প্ৰৱেশ কৰাটো উচিত নহয়," তাকে শুনি তেওঁ গোটেই ৰাতি "কায়গতানুস্মৃতি" ভাৱনা কৰিও অৰহত ফল লাভ কৰিব নোৱাৰি, ৰাতিৰ শেষ ভাগত হাত ভৰি ধুই শুবলৈ লৈছে, ঠিক মূৰটো গাকত পৰা নাই আৰু ভৰি দুটা অলপ দাণ্ড খাইছে ( অনিষণ্ণ অশায়িতাৱস্থাত ) এনে অৱস্থাতে অৰহত ফল প্ৰাপ্ত হল।

ৰাতি পুৱাৰ লগে লগেই ভিক্ষুসকলে সভা-মণ্ডপত গৈ নিজ নিজ আসন গ্ৰহণ কৰি, আয়ুষ্মান আনন্দৰ আসন শূন্য দেখি "তেওঁ কলৈ গল" বুলি কোৱা মাত্ৰকেই আয়ুষ্মান আনন্দই পৃথিৱী তলেদি আহি নিজৰ আসনত উপবিষ্ট হল। তাৰ পাচত তেওঁ ধৰ্ম্মসঙ্গায়নৰ বাবে নিৰ্ব্বাচিত হৈ ধৰ্ম্মাসনত উপবেশন কৰিলে। তেতিয়া কোনো কোনো দেৱতাৰ সন্দেহ ভঞ্জনৰ কাৰণে আয়ুষ্মান আনন্দই প্ৰত্যেক সূত্ৰৰ প্ৰথমেই ভগৱানৰ মুখৰ পৰা এই কথা শুনিছিলো' এইবিলাক মোৰ বাক্য নহয়, ভগৱানৰেই ; তাক প্ৰকাশ কৰোতে "এৱং মে সুতং" কৰি কৰি আৰম্ভ কৰিবলৈ ধৰিলে। আয়ুষ্মান উপালি আৰু আয়ুষ্মান আনন্দই চৌৰাশি হেজাৰ ধৰ্ম্মস্কন্ধ ভিক্ষুসংঘৰ সন্মুখত স্থাপন কৰিলে। তাকে ত্ৰিপিটক বুলি কোৱা হয়, যেনে—বিনয়, সূত্ৰ আৰু অভিধৰ্ম্ম।

সূত্ৰ পিটকত ২১ হেজাৰ ধৰ্ম্মস্কন্ধ আছে। ইয়াক নিকায় হিচাপে পাঁচ ভাগত ভাগ কৰা হৈছে, যেনে—দীৰ্ঘ নিকায়, মধ্যম নিকায়, অঙ্গুত্তৰ নিকায়, সংযুক্ত নিকায় আৰু খুদ্দক নিকায়। এই গ্ৰন্থবিলাকত লিপিবদ্ধ কৰা ধৰ্ম্মস্কন্ধ বিলাকক সূত্ৰ বুলি কোৱা হয়। এই পাঁচ খণ্ড গ্ৰন্থৰ আৰম্ভনিতে "এৱং মে সুতং" প্ৰত্যেকটো সূত্ৰতে দেখিবলৈ পোৱা যায়। গতিকে এই বিলাকক সূত্ৰ বুলি কোৱা হয়। ইয়াত উক্ত গ্ৰন্থবিলাকৰ পৰা কেইটামান মূল্যৱান আৰু প্ৰয়োজনীয় হিচাপে দিয়া হল। ইয়াৰ ওপৰিও আৰু অসংখ্য থাকিলেও এই পুথিত দিয়াটো সম্ভৱপৰ নহয়। আৰু এই সূত্ৰ বিলাকৰ অসমীয়া অনুবাদো লগতে অৰ্থবোধৰ বাবে দিয়া হল। [সূত্ৰ পিটকৰ বহল ব্যাখ্যা ত্ৰিপিটক পৰিচয় নামৰ পুথিখনি পঢ়িলে ভালদৰে বুজিব পাৰিব।]

## সূত্ৰ

( ১ )

### পৰিত্ৰাণ প্ৰাৰ্থনা

ৱিপত্তি পটিৱাহায়, সব্ব সম্পত্তি সিদ্ধিয়া।
সব্ব দুক্খ ৱিনাসায়, সব্ব ভয় ৱিনাসায়।
সব্ব ৰোগ ৱিনাসায়, ভৱে দীঘায়ু দায়কং।
চিত্তং উজুং কৰিত্বান, পৰিত্তং ব্ৰূথ মঙ্গলং।

### অনুবাদ

সকলো প্ৰকাৰ বিপত্তি দূৰ কৰিবলৈ সকলো প্ৰকাৰ সম্পত্তি লাভাৰ্থে, সকলো প্ৰকাৰ ভয়, দুখ, ৰোগ বিনাশাৰ্থে, দীৰ্ঘায়ু লাভাৰ্থে, ভন্তে অনুগ্ৰহ কৰি আপুনি পৱিত্ৰ চিত্তেৰে পৰিত্ৰাণ পাঠ কৰক।

( ২ )

### দেৱতা আমন্ত্ৰণ

সমন্ত চক্কৱালেসু, অত্ৰা গচ্ছন্তু দেৱতা;
সদ্ধম্মং মুনিৰাজস্স সুনন্তু সগ্গ মোক্খদং।
ধম্ম-সৱণ-কালো, অয়ং ভদ্দন্তা। ( তিনিবাৰ )

### অনুবাদ

হে, চক্ৰৱালবাসী দেৱতাসকল ইয়ালৈ আহক, মুনিৰাজ বুদ্ধৰ স্বৰ্গ-মোক্ষপ্ৰদ সত্য ধৰ্ম্ম শ্ৰৱণৰ কাৰণে। হে ভদন্ত দেৱতা সকল, ধৰ্ম্ম শুনিবৰ ইয়েই উপযুক্ত সময়।

( ৩ )

## বিশেষ দেৱতা আহ্বান।

নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স। ( তিনিবাৰ )
য়ে সন্তা সন্তাচিত্ত তিসৰণ সৰণা এত্থ লোকান্তৰে ৱা;
ভুম্মা ভুম্মা চ দেৱা গুণগণ গহণ ব্যাৱটা সব্বকালং
এতে আয়ন্ত দেৱা ৱৰ কণকময়ে মেৰুৰাজে ৱসন্তো,
সন্তো সন্তোসহেতুং মুনিৱৰ ৱচনং সোতুমগ্গং সমগ্গং।

### অনুবাদ

ইয়াত বা লোকান্তৰত ও আকাশবাসী, উত্তম কণক ৰাজ সুমেৰুবাসী, শান্ত আৰু শান্ত চিত্ত ত্রিশৰণ অধিগত, সদায় পুণ্য কাৰ্য্যত ব্যাপীত যি সকল দেৱতা আছে, তেওঁলোকে সন্তুষ্ট চিত্তৰে মুনিবৰ বুদ্ধৰ বাক্য শ্ৰৱণ হেতু ইয়ালৈ আগমন কৰক।

( ৪ )

## দেৱতা সকলক পুণ্যদান ও ৰক্ষা প্ৰাৰ্থনা।

সব্বেসু চক্কৱালেসু য়ক্‌খা দেৱা চ ব্ৰাহ্মণো,
য়ং অম্হেহি কতং পুঞ্ঞং সব্ব সম্পত্তি সাধকং।
সব্বে তং অনুমোদিত্বা সমগ্গা সাসনে ৰতা,
পমাদৰহিতা হোন্তু আৰক্‌খাসু ৱিসেসতো।

### অনুবাদ

মোৰ দ্বাৰা সকলো সম্পত্তি সাধন যি পুণ্যকৰ্ম্ম কৃত হৈছে, চক্ৰৱালবাসী দেৱতা, যক্ষ আৰু ব্ৰহ্মা সকলোৱেই এই পুণ্য অনুমোদন কৰক। ইয়াৰ দ্বাৰা বুদ্ধৰ শাসন আৰু সকলো প্ৰাণী ৰক্ষা হওক।

( ৫ )

## বুদ্ধৰ শাসন উন্নতি ও ৰক্ষা প্ৰাৰ্থনা

সাসনস্‌স চ লোকস্‌স বুড্‌ঢী ভৱতু সব্বদা।
সাসনম্পি চ লোকঞ্চ, দেৱা ৰক্‌খন্তু সব্বদা॥
সদ্ধিং হোন্তু সুখী সব্বে, পৰিৱাৰেহি অত্তনো।
অনীঘা সুমনা হোন্তু, সহ সব্বেহি ঞাতীভি॥

### অনুবাদ

ভগৱান বুদ্ধৰ ধৰ্ম্ম ও জগতৰ শ্ৰীবৃদ্ধি সদায় হওক। দেৱতা সকলেও ধৰ্ম্ম ও জগতৰ প্ৰাণী বিলাকক ৰক্ষা কৰক। সকলোৱে নিজৰ পুত্ৰ পৰিবাৰ আৰু জ্ঞাতিবৰ্গৰ লগত, শাৰীৰিক, মানসিক সুখে সুখী হৈ কালযাপন কৰক।

( ৬ )

## দেৱতা সকলৰ ওচৰত ৰক্ষা প্ৰাৰ্থনা

ৰাজাতো ৱা, চোৰতো ৱা, মনুস্‌সতো ৱা,
অমনুস্‌সতো ৱা, অগ্নিতো ৱা,
উদ্‌কতো ৱা, পিসাচতো ৱা, খাণুকতো ৱা,
কণ্টকতো ৱা, নক্‌খত্ততো ৱা,
জনপদৰোগতো ৱা, অসদ্ধম্মতো ৱা,
অসন্দিটি্‌ঠতো ৱা, অসপ্পুৰিসতো ৱা,
চণ্ড হত্থী অস্‌স মিগ-গোণ কুক্কুৰ অহি-
ৱিচ্ছিক-মণিসপ্‌প দীপি
অচ্ছ তৰচ্ছ-সূকৰ-মহিস-য়ক্‌খ-ৰক্‌খ সাদীহি
নানা ভয়তো ৱা, নানা
ৰোগতো ৱা, নানা উপদ্দৱতো ৱা,
আৰক্‌খং গণহন্তু দেৱতা।

## অনুবাদ

ৰজা, চোৰ, মনুষ্য, অমনুষ্য, অগ্নি, পানী, পিশাচ, গোঁজ, কাইট, নক্ষত্র, বিভীষিকা-ৰোগ, মিথ্যাদৃষ্টিসম্পন্ন ব্যক্তি, অসৎ পুৰুষ, উন্মত্ত হাতী, অশ্ব, হৰিণ, গৰু, কুকুৰ, সাপ, বিছা, মণিধাৰী সৰ্প, বাঘ, ভালুক, কুকুৰ নেচীয়া বাঘ, গাহৰী, মহ, যক্ষ আদি ৰাক্ষক প্ৰভৃতিৰ পৰা নানাবিধ ভয়, নানাবিধ ৰোগ, আৰু নানা উপদ্ৰৱৰ পৰা দেৱতা সকলে ৰক্ষা কৰক।

( ৭ )

## মঙ্গল সূত্ৰ

### নিদান

যং মঙ্গলং দ্বাদসহি চিন্তয়িংসু সদেৱকা,
সোত্থানং নাধি গচ্ছন্তি অট্ঠতিং সঞ্চ মঙ্গলং।
দেসিতং দেব-দেৱেন সব্ব পাপ বিনাসনং,
সব্বলোক হিতত্থায় মঙ্গলং তং ভণাম হে।

## অনুবাদ

বাৰ বছৰ কাল ধৰি দেৱতা আৰু মনুষ্য সকলে যি মঙ্গল চিন্তা কৰিছিল। কিন্তু কি কৰিলে মঙ্গল হয়, তাক কোনেও বুজিব পৰা নাছিল; সেই আঠত্ৰিশটি মঙ্গল, সেই বুদ্ধৰ দ্বাৰা জগতৰ হিতাৰ্থে দেশিতও প্ৰচাৰিত তাক মই পাঠ কৰিম।

এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে-অনাথপিণ্ডিকস্স আৰামে। অথখো অঞ্ঞতৰো দেৱতা অভিক্কন্তায় ৰত্তিয়া অভিক্কন্তৱণ্ণা কেৱলকপ্পং জেতৱনং ওভাসেত্বা য়েন ভগৱা তেনুপসঙ্কমি। উপসঙ্কমিত্বা ভগৱন্তং অভিৱাদেত্বা একমন্তং অট্ঠাসি। একমন্তং ঠিতাখো সা দেৱতা, ভগৱন্তং গাথায় অজ্ঝভাসি।

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শ্রাৱস্তী নগৰৰ ওচৰত অনাথপিণ্ডিক শ্রেষ্ঠীয়ে নির্ম্মাণ কৰা জেতৱন নামৰ বিহাৰত বাস কৰিছিল। তেতিয়া এজন বৰ সুন্দৰ দেৱতা তেওঁৰ ওচৰলৈ আহি গোটেই জেতৱন বিহাৰ পোহৰ কৰি; য'ত ভগৱান আছিল, তাত উপস্থিত হৈ ভগৱানক অভিৱাদন কৰি এফালে ঠিয়হৈ তেওঁ তলৰ গাথাৰে যি ভাষণ কৰিব লগীয়া তাক ভাষণ কৰিলে।

১। বহূদেৱা মনুস্‌সা চ, মঙ্গলানি অচিন্তয়ুং।
আকঙ্খমানা সোত্থানং ব্রূহি মঙ্গল মুত্তমং॥

## অনুবাদ

ইহ পৰকালৰ সুখ আশা কৰি বহুত দেৱতা আৰু মনুষ্যই মঙ্গলৰ সম্বন্ধে চিন্তা কৰিবলৈ ধৰে। কিন্তু কি কৰিলে মঙ্গল হয় তাক কোনেও কব পৰা নাই। দেৱতাৰ অনুৰোধত বুদ্ধই তেওঁ-লোককো তলৰ গাথাৰেই ব্যক্ত কৰিলে।

২। অসেৱনা চ ৱালানং পণ্ডিতানঞ্চ সেৱনা,
পূজা চ পূজনীয়ানং এতং মঙ্গল মুত্তমং।

## অনুবাদ

মূৰ্খৰ লগত বাস নকৰি পণ্ডিতৰ লগত বাস কৰা আৰু পূজনীয় সকলক পূজা কৰায়েই উত্তম মঙ্গল।

৩। পতিৰূপ দেসৱাসো চ, পুব্বে চ কত পুঞ্‌ঞতা,
অত্তসম্মাপণিধি চ এতং মঙ্গল মুত্তমং।

## অনুবাদ

যি দেশত বুদ্ধ, ধৰ্ম্ম আৰু সংঘ এই ত্রিৰত্নৰ গুণ প্রচাৰিত হৈ থাকে য'ত দানশীলাদি কুশল কৰ্ম্ম নিৰ্ব্বিঘ্নে সম্পাদন কৰিব

পৰা যায়, সেই দেশত বাস কৰা; পূৰ্ব্ব জন্মৰ কৃত পুণ্য থকা আৰু দুশীলতা অশ্ৰদ্ধা ও কৃপণতা ছেদ কৰি নিজক শীল, শ্ৰদ্ধা ও দানাদি কৰ্ম্মত নিযুক্ত কৰায়েই উত্তম মঙ্গল।

৪। বাহু সচ্চঞ্চ সিপ্পঞ্চ ৱিনয়ো চ সুসিক্খিতো,
সুভাসিতা চ য়া ৱাচা এতং মঙ্গল মুত্তমং।

## অনুবাদ

সূত্ৰ, বিনয়, অভিধৰ্ম্মাদি, বহু ধৰ্ম্ম শাস্ত্ৰ শিক্ষা কৰি বহু শ্ৰুত হোৱা শিল্প শাস্ত্ৰত ব্যুৎপতি বিনয় (নিয়ম) সুন্দৰৰূপে পালন কৰা আৰু মিথ্যা-দৃষ্টি বাক্যাদি পৰিত্যাগ কৰি সত্য বাক্য কোৱায়েই উত্তম মঙ্গল।

৫। মাতা পিতু উপট্ঠানং পুত্তদাৰস্‌স সঙ্গহো।
অনাকুলা চ কম্মন্তা এতং মঙ্গল মুত্তমং॥

## অনুবাদ

পিতৃমাতৃক সেৱাদি ভৰণপোষণ কৰা, সদুপদেশৰ দ্বাৰা স্ত্ৰী-পুত্ৰৰ উপকাৰ সাধন কৰা আৰু পাপৰহিত নিৰ্দ্দোষ বেহা-বেপাৰাদি কৰি জীৱন ধাৰণ কৰাই উত্তম মঙ্গল।

৬। দানঞ্চ ধম্মচৰিয়া চ ঞাতকানঞ্চ সঙ্গহো,
অনৱজ্জানি কম্মানি এতং মঙ্গলমুত্তমং।

## অনুবাদ

দান দিয়া, দেহে-কেহে ধৰ্ম্মাচৰণ কৰা, ভৰণপোষণ আৰু সুপৰামৰ্শাদিৰ দ্বাৰা জ্ঞাতিসকলৰ হিতসাধন কৰা, বুদ্ধ পূজাদি পৱিত্ৰ কৰ্ম্ম সম্পাদন কৰাই উত্তম মঙ্গল।

৭। অৰতি ৱিৰতি পাপা মজ্জপানা চ সঞ্ঞমো,
অপ্পমাদো চ ধম্মেসু এতং মঙ্গলমুত্তমং।

## অনুবাদ

মানসিক পাপৰ পৰা বিৰত, কায়িক-বাচনিক পাপৰ পৰা আঁতৰি থকা, মদ্যপান পৰিত্যাগ কৰি, এলাহ দূৰ কৰি অপ্রমত্ত ভাৱে পুণ্যকর্ম্ম সম্পাদন কৰাই উত্তম মঙ্গল।

৮। গাৰৱো চ নিৱাতো চ সন্তুট্ঠী চ কতঞ্ঞুতা,
কালেন ধম্মসৱণং, এতং মঙ্গলমুত্তমং।

## অনুবাদ

গৌৰৱনীয়সকলক গৌৰৱ কৰা, তেওঁলোকৰ প্রতি বিনয় বা নম্রতা প্রদর্শন কৰা, প্রাপ্ত বিষয়ত সন্তুষ্ট থকা, উপকাৰীৰ উপকাৰ স্বীকাৰ কৰা আৰু যথাসময়ত ধর্ম্মশ্রৱণ কৰাই উত্তম মঙ্গল।

৯। খন্তী চ সোৱচস্সতা, সমণানঞ্চ দস্সনং,
কালেন ধম্মসাকচ্ছা এতং মঙ্গলমুত্তমং।

## অনুবাদ

ক্ষমাশীল হোৱা, গুৰুজনৰ আদেশ পালন কৰা, শীলৱান ভিক্ষু-শ্রমণসকলক দর্শন কৰা আৰু যথাসময়ত ধর্ম্মালোচনাদি কৰাই উত্তম মঙ্গল।

১০। তপো চ ব্রহ্মচৰিয়ঞ্চ, অৰিয়সচ্চানদস্সনং,
নিব্বানং সচ্ছিকিৰিয়া চ এতং মঙ্গলমুত্তমং।

## অনুবাদ

পাপ বিনাশৰ বাবে তপস্যা কৰা, ব্রহ্মচর্য্য প্রতিপালন কৰা, চাৰি আর্য্যসত্য প্রত্যক্ষ কৰা আৰু অৰহত ফল লাভ কৰি নির্ব্বাণ সাক্ষাত কৰাই উত্তম মঙ্গল।

১১। ফুট্ঠস্সলোক-ধম্মেহি, চিত্তং য়স্স ন কম্পতি,
অসোকং বিৰজং খেমং এতং মঙ্গলমুত্তমং।

## অনুবাদ

লাভ-অলাভ, যশ-অযশ, নিন্দা-প্ৰশংসা, সুখ-দুঃখ, এই আঠটি সংসাৰৰ ধৰ্ম্মত যাৰ মন বিচলিত নহয়, শোকহীন আৰু লোভ-দ্বেষ-মোহাদি পাপৰ মলহীন হৈ নিৰ্ম্মল হিচাপে বাস কৰাই উত্তম মঙ্গল।

১২। এতাদিসানি কত্বান, সব্বত্থমপৰাজিতা,
সব্বত্থ সোত্থিং গচ্ছন্তি তং তেসং মঙ্গলমুত্তমংতি।

## অনুবাদ

আগত উল্লেখ কৰি অহা মঙ্গলৰ কথাবিলাক সুন্দৰ ভাৱে সম্পাদন কৰিলে সকলো ক্ষেত্ৰতে, সকলো সময়তে জয়লাভ আৰু মঙ্গল হয়। এইবিলাকেই দেৱ-মানৱসকলৰ উত্তম বা শ্ৰেষ্ঠ মঙ্গল।

## ৰত্ন সূত্ৰ

### নিদান

পণিধানতো পট্‌ঠায় তথাগতস্‌স দস-পাৰমিয়ো, দস-উপ-পাৰমিয়ো, দস-পৰমত্থ-পাৰমিয়ো সমতিংস পাৰমিয়ো; পঞ্চমহা-পৰিচ্চাগে, লোকত্থচৰিয়ং, ঞাতত্থচৰিয়ং, বুদ্ধত্থচৰিয়ন্তি তিস্‌সো চৰিয়ায়ো; পচ্ছিমভৱে গন্তোক্কন্তিং জাতিং অভিনিক্‌খমনং পধান চৰিয়ং, বোধিপল্লঙ্কে মাৰবিজয়ং সব্বঞ্‌ঞুতা ঞাণ পটিৱেধং ধম্ম-চক্কপৱত্তনং নৱলোকুত্তৰ ধম্মেতি সব্বেপি মে বুদ্ধগুণে আৱজ্জেত্বা ৱেসালিয়া তীসু পাকাৰন্তৰেসু তিয়ামৰত্তিং পৰিত্তং কৰোন্তো আয়স্মা আনন্দথেৰো ৱিয় কাৰুঞ্‌ঞ চিত্তং উপট্‌ঠপেত্বা।

## অনুবাদ

ভগৱান গৌতম বুদ্ধই সুমেধ তাপস জন্মত অমৰাৱতী নগৰত দীপঙ্কৰ বুদ্ধৰ পদতলত পতিত হৈ বুদ্ধত্ব লাভৰ কাৰণে যি প্ৰাৰ্থনা কৰিছিল, সেই প্ৰাৰ্থনাৰ পৰা আৰম্ভ কৰি তথাগতৰ (দান,

শীল, নৈষ্ক্রম্য, প্রজ্ঞা, বীর্য্য, ক্ষান্তী, সত্য, অধিষ্ঠান, মৈত্রী আৰু উপেক্ষা ) দশপাৰমিতা, দশউপপাৰমিতা, দশপৰমাৰ্থ পাৰমিতা ( নিজৰ অঙ্গপ্ৰত্যঙ্গ দান ) ( উপপাৰমি ধন সম্পত্তি ) ভেদে মুঠ ত্ৰিশটা পাৰমিতা, পঞ্চমহাদান, জগতৰহিতাৰ্থে, জ্ঞাতিসকলৰ হিতাৰ্থে আৰু বুদ্ধত্বলাভাৰ্থে এই তিনি প্ৰকাৰৰ আচৰণ, অন্তিম জন্মত মাতৃগৰ্ভত প্ৰৱেশ, জন্ম, সংসাৰ ত্যাগ, কঠোৰ তপস্যা, বোধিপালঙ্কত মাৰবিজয়, সৰ্ব্বজ্ঞতা জ্ঞান লাভ, ধৰ্ম্ম চক্ৰপ্ৰৱৰ্ত্তন আৰু নৰলোকুত্তৰ ধৰ্ম্মপ্ৰচাৰ ইত্যাদি সকলোপ্ৰকাৰ বুদ্ধৰ গুণস্মৰণ কৰি বৈশালীনগৰৰ প্ৰাচীৰৰ ভিতৰত ত্ৰিযামৰ সময়ত বা ৰাতি পৰিত্ৰাণ পাঠক আয়ুষ্মমান আনন্দ স্থৱিৰৰ দৰে কৰুণা পূৰ্ণচিত্তৰে আমালোকেও এই সূত্ৰ পাঠ কৰিম।

কোটিসতসহস্সেস্সু চক্কৱালেসু দেৱতা
য়স্সানম্পটিগ্গণ্হন্তি, য়ঞ্চৱেসালিয়া পুৰে,
ৰোগামনুস্স দুব্ভিক্খ সম্ভূতন্তিৱিধং ভয়ং
খিপ্পমন্তৰধাপেসি, পৰিত্তং তং ভণাম হে।

## অনুবাদ

কোটি শত সহস্ৰ চক্ৰৱালবাসী দেৱতাসকলে যাৰ উপদেশ পালন কৰে, আৰু যি পৰিত্ৰাণ বৈশালী নগৰত পাঠ কৰি, ৰোগ, অমানুষ্য আৰু দুৰ্ভীক্ষ এই তিনিবিধ ভয় অতি শীঘ্ৰে দূৰ কৰিছিল সেই ৰত্ন সূত্ৰ পাঠ কৰিছো।

## সূত্ৰ

১। য়ানীধ ভূতানি সমাগতানি,
ভুম্মানি ৱা য়ানিৱ অন্তলিক্খে।
সব্বেৱ ভূতা সুমনা ভৱন্তু
অথোপি সক্কচ্চ সুণন্তু ভাসিতং॥

## অনুবাদ

ভূমিবাসী বা আকাশবাসী যিবিলাক প্ৰাণী ইয়াত সমাগত হৈছাহি, সকলোৱে সন্তুষ্ট হোৱা আৰু একাগ্ৰতাচিত্তৰে মোৰ বাক্য শ্ৰৱণ কৰা।

২। তস্মাহি ভূতা নিসামেথ সব্বে,
মেত্তং কৰোথ মানুসিয়া পজায়।
দিৱা চ ৰত্তো চ হৰন্তি যে ৱলিং
তস্মাহি নে ৰক্খথ অপ্পমত্তা॥

## অনুবাদ

সদ্ধৰ্ম্ম শ্ৰৱণ দুৰ্ল্লভ। সেই কাৰণে তোমালোকে সকলোৱে মনোযোগ দি শ্ৰৱণ কৰা। মানৱসকলে দিনে-ৰাতিয়ে তোমালোকক পুণ্যফল বিতৰণ কৰে, তোমালোকেও তেওঁলোকৰ প্ৰতি মৈত্ৰী-পৰায়ণ হৈ অপ্ৰমত্তভাৱে ৰক্ষা কৰা।

৩। য়ং কিঞ্চি ৱিত্তং ইধৱা হুৰংৱা,
সগ্গেসুৱা য়ং ৰতনং পণীতং।
ননো সমং অত্থি তথাগতেন,
ইদম্পি বুদ্ধে ৰতনং পণীতং,
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

ইহলোকত বা নাগসুপৰ্ণাদি ভৱনত বা স্বৰ্গলোকত যিবিলাক মূল্যৱান ৰত্ন আছে, সেইবোৰৰ কোনটিয়েই তথাগত বুদ্ধৰ সমান নহয়। সকলোবোৰতকৈ বুদ্ধৰ ৰত্নয়েই শ্ৰেষ্ঠ। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

৪। খয়ং ৱিৰাগং অমতং পণীতং,
য়দজ্ঝগা সক্যমুনী সমাহিতো।

ন তেন ধম্মেন সমত্থি কিঞ্চি,
ইদম্পি ধম্মে ৰতনং পণীতং ;
এতেন সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

ধ্যানপৰায়ণ শাক্যমুণি বুদ্ধই লোভ, দ্বেষ, মোহ, ক্ষয় কৰি, বিৰাগ আৰু উত্তম অমৃতময় অধিগত নিৰ্ব্বাণ ধৰ্ম্মৰ সমান একো নাই। এই ধৰ্ম্ময়েই সৰ্ব্বশ্ৰেষ্ঠ, এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ কল্যাণ হওক।

৫। য়ং বুদ্ধসেট্ঠো পৰিৱণ্ণয়ী সুচিং,
সমাধিমানন্তৰিকঞ্ঞমাহু।
সমাধিনা তেন সমো ন ৱিজ্জতি,
ইদম্পি ধম্মে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

ভগৱান বুদ্ধই যি শ্ৰেষ্ঠ, শুচি সমাধিৰ প্ৰশংসা কৰি গৈছে আৰু যি ধ্যানৰ ফল লগে লগেই পোৱা যায় তাৰ সমান আৰু কোনো সমাধি নাই। ইয়েই ধৰ্ম্মৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ শুভ হওক।

৬। য়ে পুগ্গলা অট্ঠসতং পসত্থা,
চত্তাৰি এতানি য়ুগানি হোন্তি।
তে দক্খিণেয়্যা সুগতস্স সাৱকা,
এতেসু দিন্নানি মহপ্ফলানি।
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

বুদ্ধাদি সৎপুৰুষসকলৰ দ্বাৰা যি আঠবিধ (অষ্ট) আৰ্য্যপুদ্গলক প্ৰশংসা কৰি গৈছে, তেওঁলোক মাৰ্গস্থ-ফলস্থ ভেদে চাৰিযুগল; সেই বুদ্ধৰ শিষ্যসকলেই দক্ষিণাৰ উপযুক্ত পাত্ৰ। এই সকল সজ্ঘক দান দিলে মহাফল প্ৰভুত হয়। এয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

৭। য়ে সুপ্পয়ুত্তা মনসা দল্হেন,
নিক্কামিনো গোতমসাসনম্হি।
তে পত্তি-পত্তা অমতং ৱিগয়্হ
লদ্ধা মুধা নিব্বুতিং ভুঞ্জমানা।
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

গৌতম বুদ্ধৰ শাসনত যিসকল নিষ্কাম আৰু স্থিৰচিত্ত, তেওঁলোকে অমৃতত বুৰমাৰি বিনামূল্যত লব্ধনিৰ্ব্বাণ সুখভোগ কৰিছে। তেওঁলোকেই পোৱা বস্তু পাইছে বুলি কোৱা হয়। ইয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

৮। য়থিন্দখীলো পঠৱিং সিতো সিয়া,
চতুব্ভি ৱাতেভি অসম্পকম্পিয়ো।
তথূপমং সপ্পুৰিসং ৱদামি
য়ো অৰিয়সচ্চানি অৱেচ্চ পস্সতি।
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

পৃথিৱীত সুদৃঢ়ভাবে পুতিথোৱা স্তম্ভ যেনেকৈ চতুৰ্দ্দিকৰ প্ৰৱল বতাহেও লৰ-চৰ কৰিব নোৱাৰে তেনেকৈ চতুৰাৰ্য্যসত্য লব্ধ

সৎপুৰুষসকলেও কোনো ক্ষেত্ৰতেই কম্পিত নহয়। তেওঁলোকক মই এই স্তম্ভৰ লগত তুলনা কৰো, ইয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

৯। য়ে অৰিয় সচ্চানি ৱিভাৱয়ন্তি,
গম্ভীৰ পঞ্ঞেন সুদেসিতানি।
কিঞ্চাপি তে হোন্তি ভুসপ্পমত্তা,
ন তে ভৱং অট্ঠমং আদিয়ন্তি।
ইদম্পি সঙ্ঘে ৰতনং পণীতং,
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

গভীৰ জ্ঞানসম্পন্ন বুদ্ধৰ দ্বাৰা প্ৰচাৰিত চাৰি আৰ্য্যসত্য যি সকলৰ অৱগত হৈছে, তেওঁলোকৰ প্ৰমাদ বহুল হলেও এই সংসাৰত আঠবাৰতকৈও অধিক জন্ম গ্ৰহণ নকৰে। এয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওঁক।

১০। সহাৱস্স দস্সন সম্পদায়,
তয়স্সু ধম্মা জহিতা ভৱন্তি।
সক্কায় দিট্ঠি ৱিচিকিচ্ছিতঞ্চ,
সীলব্বতং ৱাপি য়দত্থি কিঞ্চি।
চতূহপায়েহি চ ৱিপ্পমুত্তো,
ছ চাভিট্ঠানানি অভব্বো কাতুং।
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

দৰ্শন সম্পদ অৰ্থাৎ শ্ৰোতাপত্তিফল লাভৰ লগে লগেই (অহং) সৎকায়দৃষ্টি, সন্দেহ, আৰু শীলব্ৰত (প্ৰাণী) এই তিনিটি ধৰ্ম্ম দূৰিভূত হয়। তেওঁলোকে চাৰিপ্ৰকাৰ অপায়ৰ পৰা বিমুক্ত আৰু

ছয়প্রকাৰ মহাপাপ ( মাতৃ, পিতৃ, অৰহত হত্যা, বুদ্ধৰ ৰক্তপাত, মিথ্যাদৃষ্টি ধৰ্ম্ম গ্ৰহণ আৰু সংঘভেদ ) কৰা অসম্ভৱ। এয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১১। কিঞ্চাপি সো কম্মং কৰোতি পাপকং,
কায়েন ৱাচা য়ুদচেতসা ৱা
অভৱেবা সো তসস্ পটিচ্ছাদায়,
অভব্বতা দিট্‌ঠ পদসস্ বুত্তা।
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱথি হোতু।

## অনুবাদ

শ্ৰোতাপন্নসকলে কায় মন বাক্যৰ দ্বাৰা কতো কোনো পাপ গোপন কৰি থব নোৱাৰে। কাৰণ সুদৃষ্টিসম্পন্নলোকৰ পাপ গোপন কৰা অসম্ভৱ। ইয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১২। ৱনপ্পগুম্বে য়থা ফুসিস্‌তগ্গে,
গিম্‌হান মাসে পঠমস্মিং গিম্হে।
তথূপমং ধম্মৱৰং অদেসয়ী,
নিব্বানগামিং পৰমং হিতায়।
ইদম্পি বুদ্ধে ৰতনং পণীতং,
এতেন সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

গ্ৰীষ্মকালৰ প্ৰথম মাহত অৰ্থাৎ চ'ত মাহত হাবিৰ গছগছনিবোৰ প্ৰস্ফুটিত পুষ্পৰ দ্বাৰা যেনেকৈ সুশোভিত হয়, তেনেকৈ শীল সমাধি আৰু প্ৰজ্ঞা পুষ্পৰ দ্বাৰা শোভাযুক্ত শ্ৰেষ্ঠ ধৰ্ম্ম নিৰ্ব্বাণগামীসকলৰ হিতাৰ্থে, ভগৱানে প্ৰচাৰ কৰি গৈছে। ইয়েই বুদ্ধৰ শ্ৰেষ্ঠ ৰত্ন; এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১৩। ৱবো ৱবঞ্ঞূ ৱবদো ৱবাহৰো,
অনুত্তৰো ধম্মৱৰং অদেসয়ি।
ইদম্পি বুদ্ধে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু॥

## অনুবাদ

শ্ৰেষ্ঠ, নিৰ্ব্বানজ্ঞ, বিমুক্তি সুখদাতা, উত্তম প্ৰতিপদ, আহৰণকাৰী অনুত্তৰ বুদ্ধৰ দ্বাৰা সৰ্ব্বশ্ৰেষ্ঠ ধৰ্ম্মপ্ৰচাৰ কৰা হৈছে। এইয়েই বুদ্ধৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১৪। খীণং পুৰাণং নৱং নত্থি সম্ভৱং,
ৱিৰত্তচিত্ত আয়তিকে ভৱস্মিং।
তে খীণবীজা অৱিৰূলহি ছন্দা,
নিব্বান্তি ধীৰা য়থায়ং পদীপো
ইদম্পি সঙ্ঘে ৰতনং পণীতং
এতেন সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

সংঘৰ মাজত যিসকলে নিৰ্ব্বাণামৃত পান কৰিছে, তেওঁলোকৰ পুৰণা কৰ্ম্ম ক্ষীণ, নতুন কৰ্ম্ম উৎপত্তিৰ হেতু বিদ্যমান নাই; ভৱিষ্যত জন্মগ্ৰহণৰ আসক্তি বিনষ্ট। সেই কৰ্ম্মবীজ ক্ষয় প্ৰাপ্ত পণ্ডিতসকলে নিৰ্ব্বাপিত প্ৰদীপৰ দৰে নিৰ্ব্বাণ প্ৰাপ্ত হয়। ইয়েই সংঘৰ শ্ৰেষ্ঠ ৰত্ন। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১৫। য়ানীধ ভূতানি সমাগতানি
ভুম্মানি ৱা য়ানিৱ অন্তলিক্খে।
তথাগতংদেৱ মনুস্স পূজিতং
বুদ্ধং নমস্সাম সুৱত্থিহোতু।

### অনুবাদ

তাৰ পাচত ইন্দ্ৰই কলে—ভূমিবাসী বা আকাশবাসী যিসকল দেৱতা ইয়াত সমবেত হৈছাহি, আহঁা! সকলোৱে একেলগে দেৱমনুষ্যপূজিত তথাগতক নমস্কাৰ কৰো। ইয়াৰ ফলত সকলোৰে মঙ্গল হওক।

১৬। য়ানীধ ভূতানি সমাগতানি,
ভূম্মানি ৱা য়ানিৱ অন্তলিক্খে।
তথাগতং দেৱমনুস্‌স পূজিতং,
ধম্মং নমস্‌সাম সুৱত্থি হোতু॥

১৭। য়ানীধ ভূতানি সমাগতানি,
ভূম্মানি ৱা য়ানিৱ অন্তলিক্খে।
তথাগতং দেৱমনুস্‌স পূজিতং
সঙ্ঘং নমস্‌সাম সুৱত্থি হোতু॥

### ১৬।১৭ অনুবাদ

এই গাথা দুফাকি ১৫ নম্বৰ গাথাৰ দৰে কেৱল বুদ্ধৰ ঠাইত ধৰ্ম্ম আৰু সংঘ সংযোগ কৰিব লাগে।

**ৰত্নসূত্ৰ সমাপ্ত**

## কৰণীয় মৈত্ৰী সূত্ৰ

### নিদান

১। য়স্‌সানুভাৱতো য়ক্খা নেৱ দস্সেন্তি ভিংসনং
য়ম্হি চেৱানুয়ুঞ্জন্তো ৰত্তিং দিৱমতন্দিতো।

২। সুখং সুপতি সুত্তো চ পাপং কিঞ্চি ন পস্‌সতি
এৱমাদি গুণূপেতং পৰিত্তং তং ভণাম হে।

### অনুবাদ

যি পৰিত্ৰাণ মন্ত্ৰৰ প্ৰভাৱত যক্ষবিলাকে ভয় দেখুৱাব নোৱাৰে, এই মৈত্ৰী পৰিত্ৰাণ দিনে ৰাতিয়ে এলাহহীন হৈ ব্যৱম্বাৰ ভাৱনা

কৰিলে, সুখৰে শয়ন যাব পাৰে। আৰু নিদ্ৰিত অৱস্থাত কোনো পাপস্বপ্ন নেদেখে। এনে গুণযুক্ত পৰিত্ৰাণ মই পাঠ কৰিছো।

## সুত্ৰ

১। কৰণীয়মত্থকুসলেন য়ন্তং সন্তং পদং অভিসমেচ্চ,
সক্কো উজু চ সুজু চ সুৱচো চস্‌স মুদু অনতিমানী।

## অনুবাদ

শান্তপদ নির্ব্বাণ লাভৰ অভিলাষীসকলৰ কৰ্ত্তব্য হৈছে—সমৰ্থ, সৰল, ভদ্ৰ, সুবাধ্য, নম্ৰ আৰু অভিমানহীন হোৱা।

২। সন্তুস্‌সকো চ সুভৰো চ অপ্পকিচ্চো চ সল্লহুকৱুত্তি
সন্তিন্দ্ৰিয়ো চ নিপকো চ অপ্প গব্ভোকুলেসু অনমুগিদ্ধো।

## অনুবাদ

সদায় সন্তুষ্ট চিত্ত, মিতাহাৰী, অল্পকৃত, অল্প লাভত সন্তুষ্ট, শান্ত ইন্দ্ৰিয়, প্ৰজ্ঞাৱান, গম্ভীৰ আৰু গৃহস্থসকলৰ প্ৰতি অনাসক্ত হবা।

৩। ন চ খুদ্দং সমাচৰে কিঞ্চি য়েন ৱিঞ্ঞূ পৰে উপৱদেয়্যুং,
সুখিনো ৱা খেমিনো হোন্তু সবেব সত্তা ভৱন্তু সুখিতত্তা।

## অনুবাদ

এনে কোনো ক্ষুদ্ৰ আচৰণো নকৰিবা যি কৰ্ম্মৰ কাৰণে বিজ্ঞ সকলে নিন্দা কৰিব পাৰে। সকলো প্ৰাণী সুখী, নির্ভয় বা নিৰুপদ্ৰৱ হওক আৰু কায়িক, মানসিক সুখে সুখী হওক। সদায় এইদৰে মৈত্ৰী পোষণ কৰিবা।

৪। য়ে কেচি পাণভূতত্থি তসা ৱা থৱৰা ৱা অনৱসেসা,
দীঘা ৱায়ে মহন্তা ৱা মজ্ঝিমা ৰস্‌সকাণুকথূলা।

## অনুবাদ

ভীত, নির্ভীক, দীঘল-ডাঙৰ, মধ্যম, হ্ৰস্ব, ক্ষুদ্ৰ, অথবা স্থূল যিবোৰ প্ৰাণী আছে, সকলোৰেই সুখী হওক।

৫। দিট্‌ঠা ৱা য়েৱ অদিট্‌ঠা য়েচ দূৰে ৱসন্তি অৱিদূৰে,
ভূতা ৱা সম্ভৱেসী ৱা সবেব সত্তা ভৱন্তু সুখিতত্তা।

## অনুবাদ

যিবিলাক প্ৰাণী দেখা যায়, বা দেখা নাযায়, দূৰত বা ওচৰত বাস কৰে, যিবিলাক জন্মিছে বা জন্মা নাই বা জন্মিব এনে বিলাক প্ৰাণীয়ো সুখী হওক।

৬। ন পৰো পৰং নিকুব্বেথ নাতিমঞ্‌ঞেথ কথচি নং কিঞ্চি,
ব্যাৰোসনা পটিঘসঞ্‌ঞা নাঞ্‌ঞমঞ্‌ঞস্‌স
দুক্‌খমিচ্ছেয়্য।

## অনুবাদ

পৰস্পৰে পৰস্পৰক প্ৰৱঞ্চনা নকৰিবা, কাকো অৱজ্ঞা নকৰিবা, খং বা দুঃখ কৰি কাৰো দুঃখ কামনা নকৰিবা।

৭। মাতা য়থা নিয়ং পুত্তং আয়ুসা একপুত্তমনুৰক্খে,
এৱম্পি সব্ব ভূতেসু মানসং ভাৱয়ে অপৰিমাণং।

## অনুবাদ

মাকে যেনেকৈ নিজৰ প্ৰাণ দিয়ো একমাত্ৰ পুত্ৰক ৰক্ষা কৰে, তেনেকৈ সকলো প্ৰাণীৰ প্ৰতি অপ্ৰমেয় ভাৱে মৈত্ৰী পৰায়ণ হবা।

৮। মেত্তঞ্চ সব্বলোকস্মিং মানসং ভাৱয়ে অপৰিমাণং,
উদ্ধং অধো চ তিৰিয়ঞ্চ অসম্বাধং অৱেৰং অসপত্তং।

## অনুবাদ

উৰ্দ্ধ, অৰ্দ্ধ আৰু মধ্য ভাগত যিবিলাক প্ৰাণী আছে, সিহঁতৰ প্ৰতি অপ্ৰমেয় ভাৱে হিতচিন্তা কৰিবা, এইদৰে মৈত্ৰী চিন্তা কৰোতে কৰোতে বিপদ আৰু বৈৰীশূন্যহৈ ভেদ জ্ঞান ৰহিত হবগৈ।

৯। তিট্‌ঠং চৰং নিসিন্নো ৱা সয়ানো ৱা যাৱতস্‌স ৱিগতমিদ্ধো,
এতং সতিং অধিট্‌ঠেয়্য ব্ৰহ্মমেতং ৱিহাৰ ইধমাহু।

## অনুবাদ

নিদ্ৰাৰ আগমুহূৰ্ত্ত পৰ্য্যন্ত স্থিত, গমন, শয়ন, উপৱেক্ষণ প্ৰত্যেকটি সময়ত মৈত্ৰীস্মৃতি উৎপন্ন কৰাকে ব্ৰহ্মবিহাৰ বোলে।

১০। দিটিঠ্ঞ্চ অনুপগম্ম সীলৱা দস্সনেন সম্পন্নো
কামেসু ৱিনেয়্যগেধং নহি জাতু গব্ভসেয্যং পুনৰেতীতি॥

## অনুবাদ

শীলৱান আৰ্য্যজ্ঞান সম্পন্নলোকে ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী নহৈ ভোগ, কামনা আদি তৃষ্ণা দমন কৰি অনাগামী (হয়) তাৰ ফলত প্ৰতিষ্ঠিত হয়। তেওঁলোকে পুনৰ গৰ্ভকোষত জন্মগ্ৰহণ কৰিবলৈ নাহে।

## কৰণীয় মেত্তসুত্ত নিটিঠ্তং

## খন্ধ পৰিত্ৰাণ

## নিদান

১। সব্বাসীৱিসজাতীনং, দিব্বমন্তাগদং ৱিয়,
য়ন্নাসেতি ৱিসং ঘোৰং, সেসঞ্চাপি পৰিস্সয়ং।
২। আনক্খেত্তমিহ্ সব্বত্থ, সব্বদা সব্বপাণীনং,
সব্বসো পি নিৱাৰেতি, পৰিত্তং তং ভণাম হে।

## ১।২ অনুবাদ

সমস্ত ব্ৰহ্মাণ্ডত বুদ্ধ শাসন আৰু বুদ্ধৰ মহিমা বিৰাজমান, যেনেকৈ দিব্য মহৌষধ স্বৰূপ এই পৰিত্ৰাণৰ প্ৰভাৱত সকলো প্ৰকাৰৰ সাপৰ ভীষণ বিষ দূৰ কৰে, তেনেকৈ বুদ্ধৰ আজ্ঞাক্ষেত্ৰত স্থিত সদায় সকলো সময়তেই সকলো প্ৰাণীৰ ঘোৰ বিষ আৰু অন্যান্য উপদ্ৰৱো বিনাশ হয়। মই এতিয়া সেই পৰিত্ৰাণ পাঠ কৰিম।

## সূত্ৰ

এৱং মে সুতং একং সময়ং ভগৱা, সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্‌স আৰামে। তেন খো পন সময়েন সাৱত্থিয়ং অঞ্‌ঞতৰো ভিক্‌খু অহিনা দট্‌ঠো কালকতো হোতি। অথখো সম্বহুলা ভিক্‌খূ য়েন ভগৱা তেনুপসংকমিংসু। উপসংমিত্বা ভগৱন্তং অভিৱাদেত্বা একমন্তং নিসীদিংসু। একমন্তং নিসিন্নো খো তে ভিক্‌খূ ভগৱন্তং এতদৱোচুং; ইধ ভন্তে সাৱত্থিয়ং অঞ্‌ঞতৰো ভিক্‌খু অহিনা দট্‌ঠো কালকতোতি। নহি নূন সো ভিক্‌খৱে ভিক্‌খু চত্তাৰি অহিৰাজ কুলানি মেত্তেন চিত্তেন ফৰী? সচে হি সো ভিক্‌খৱে ভিক্‌খু চত্তাৰি অহিৰাজ কুলানি মেত্তেন চিত্তেন ফৰেয়্য নহি সো ভিক্‌খৱে ভিক্‌খু অহিনা দট্‌ঠো কালং কৰেয়্য, কতমানি চত্তাৰি অহিৰাজ কুলানি—ৱিৰূপক্‌খং অহি-ৰাজকুলং, এৰাপথং অহিৰাজকুলং, ছব্ব্যাপুত্তং অহিৰাজকুলং, কণ্‌হগোতমকং অহিৰাজকুলং। নহি নূন সো ভিক্‌খৱে ভিক্‌খু ইমানি চত্তাৰি অহিৰাজকুলানি মেত্তেন চিত্তেন ফৰী? স চে হি সো ভিক্‌খৱে ভিক্‌খু ইমানি চত্তাৰি অহিৰাজকুলানি মেত্তেন চিত্তেন ফৰেয়্য, নহি সো ভিক্‌খৱে ভিক্‌খু অহিনা দট্‌ঠো কালং-কৰেয়্য। অনুজানামি ভিক্‌খৱে ইমানি চত্তাৰি অহিৰাজকুলানি মেত্তেন চিত্তেন ফৰিতুং, অত্তগুত্তিয়া অত্তৰক্‌খায় অত্তপৰিত্তায়তি। ইদমবোচ ভগৱা, ইদং ৱত্বান সুগতো অথাপৰং এতদৱোচ সত্থা—

## অনুবাদ

মই এইদৰে শুনিছো, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তী নগৰৰ ওচৰত থকা জেতৱন নামেৰে এখন উদ্যানত নিৰ্ম্মিত অনাথপিণ্ডিকৰ বিহাৰত বাস কৰিছিল। সেই সময়ত এজন ভিক্ষুক সাপে খোঁটাত তেওঁ তত্তালিকে মৃত্যু হয়। তাৰ পাচত কেইজনমান ভিক্ষুৱে য'ত ভগৱান আছিল, তাত উপস্থিত হলগৈ।

উপস্থিত হৈ ভগৱানক অভিৱাদন কৰি একালে ৰহি ভিক্ষু-সকলে ভগৱানক এইদৰে কলে—ভন্তে! শ্রাৱস্তীত এজন ভিক্ষু সাপে খোটাত তেওঁ মৃত্যুমুখত পৰিল—তেতিয়া ভগৱানে কলে—ভিক্ষুসকল! সেই ভিক্ষুজনে চাৰিটি জাতি অহিৰাজৰ প্রতি মৈত্রী ভাৱাপন্ন নাছিল, নহয় নে? যদি অহিৰাজ চাৰি জাতিৰ প্রতি মৈত্রী ভাৱাপন্ন হ'লহেঁতেন, তেন্তে সি কেতিয়াও সর্প দংশনত মৃত্যু নহলহেঁতেন। সেই অহিৰাজৰ চাৰি প্রকাৰ কি কি?—(১) ৱিৰূপাক্ষ, (২) ঐৰাপথ (৩) ছব্যাপুত্র (৪) কৃষ্ণগৌতম। এই চাৰিবিধ অহিৰাজৰ প্রতি সেই ভিক্ষুজনৰ মৈত্রী ভাৱ নাছিল। যদি সেই ভিক্ষুজনৰ চাৰি অহিৰাজ কুলৰ প্রতি মৈত্রীভাৱ হ'লহেঁতেন তেন্তে সি কেতিয়াও সেই সাপৰ দংশনত নমৰিলেহেঁতেন। আত্মগুপ্তি, আত্মৰক্ষা আৰু আত্মপৰিত্রাণৰ নিমিত্তে এই চাৰি জাতি অহিৰাজৰ প্রতি মৈত্রী ভাৱাপন্ন হব লাগিব। তাৰ পাচত ভগৱানে এইদৰে ভাষণ কৰিলে—

১। ৱিৰূপক্খেহি মে মেত্তং, মেত্তং এৰাপথেহি মে,
ছব্যাপুত্তেহি মে মেত্তং, মেত্তং কণ্হাগোতমকেহি চ।

## অনুবাদ

মই ৱিৰূপক্ষৰ, এৰাপথৰ, ছব্যাপুত্ৰ আৰু কৃষ্ণগৌতমক আদি কৰি সকলোকে মৈত্রী প্রদান কৰিছো।

২। অপাদকেহি মে মেত্তং, মেত্তং দ্বিপাদকেহি মে,
চতুপ্পদেহি মে মেত্তং, মেত্তং বহুপ্পদেহি মে।

## অনুবাদ

মোৰ মৈত্রী পদহীন, দুই পদৰ, চতুপদৰ আৰু বহুপদৰ প্রতি সকলোকে মৈত্রী প্রদান কৰিছো।

৩। মা মং অপাদকো হিংসি, মা মং হিংসি দ্বিপাদকো,
মা মং চতুপ্পদো হিংসি, মা মং হিংসি বহুপ্পদো।

## অনুবাদ

মোক পদহীনেও হিংসা নকৰক, দ্বিপদেও হিংসা নকৰক, চতুষ্পদেও হিংসা নকৰক আৰু বহু পদেও হিংসা নকৰক।

৪। সব্বে সত্তা সব্বে পাণা, সব্বে ভূতা চ কেৱলা,
সব্বে ভদ্রানি পস্সন্তু, মা কঞ্চি পাপমাগমা।

## অনুবাদ

সকলো সত্ত্বা, সকলো প্রাণী আৰু সকলো ভূতও মঙ্গল দর্শন কৰক। কোনেও অমঙ্গল বিপাকত নপৰক।

৫। অপ্পমাণো বুদ্ধো, অপ্পমাণো ধম্মো, অপ্পমাণো সঙ্ঘো, পমাণৱন্তানি সিৰিংসপানি অহি-ৱিচ্ছিকা, সতপদী উণ্ণনাভী, সৰভূ, মূসিকা। কতা মে ৰক্খা কতা মে পৰিত্তা। পটিকমন্তু ভূতানি সোহং নমো ভগৱতো নমো সত্তন্নং সম্মাসম্বুদ্ধানন্তি।

## অনুবাদ

অপ্রমেয় বুদ্ধ, অপ্রমেয় ধৰ্ম্ম, অপ্রমেয় সঙ্ঘ। সৰীসৃপ সর্প, বিছা, শতপদী, মকৰা, ডাহ আৰু ইন্দুৰ সকলোৱেই প্রমেয়। মই পৰিত্রাণ পাঠ কৰি ৰক্ষা কৰিছো। ভূতবিলাকে প্রত্যাৱর্ত্তন কৰক। মই সাতজন ভগৱান বুদ্ধক নমস্কাৰ কৰিছো।

### খন্ধ পৰিত্তং নিট্ঠিতং

## ময়ূৰ পৰিত্রাণ

পূৰেন্তং বোধিসম্ভাৰে নিব্বত্তং মোৰয়োনিয়ং
য়েন সংৱিহিতৰক্খং মহাসত্তং ৱনেচৰা।
চিৰস্সং ৱায়মন্তাপি নেৱ সক্খিংসু গণ্হতুং,
ব্রহ্মমন্তন্তি অক্খাতং পৰিত্তং তং ভণাম হে।

## অনুবাদ

ময়ুৰযোনিত জন্মগ্ৰহণকাৰী বোধিসত্ত্বই বোধিজ্ঞান পূৰণৰ জন্মত ব্যাধসকলে নানাভাৱে তেওঁক ধৰিবৰ কাৰণে চেষ্টা কৰিছিল। সদায় বিভিন্ন চেষ্টাৰ ফলতো ধৰিব নোৱাৰিছিল। কাৰণ তেওঁৰ গাত ব্ৰহ্ম মন্ত্ৰৰ প্ৰভাৱ আছিল। সেই ধৰিব নোৱাৰা ব্ৰহ্মমন্ত্ৰ পৰিত্ৰাণটি মই এতিয়া পাঠ কৰিম।

## সুত্ৰ

১। উদেতয়ং চক্খুমা একৰাজা,
হৰিস্সৱণ্ণো পঠৱিপ্পভাসো।
তং তং নমস্সামি হৰিস্সৱণ্ণং পঠৱিপ্পভাসং,
তয়জ্জগুত্তা ৱিহৰেমু দিৱসং।

## অনুবাদ

সমগ্ৰ চক্ৰৱালবাসীৰ অন্ধকাৰ দূৰ কৰা, সুবৰ্ণযুক্ত একমাত্ৰ ৰজা পূৱফালে উদয় হৈছে। এই পৃথিৱী প্ৰভাকাৰী সূৰ্য্যৰাজক মই নমস্কাৰ কৰিছো। আপোনাৰ দ্বাৰা সুৰক্ষিত হৈ মই সুখেৰে বাস কৰিম।

২। য়ে ব্ৰাহ্মণা ৱেদগূ সব্বধম্মে,
তে মে নমো, তে চ মং পালয়ন্তু।
নমত্থু বুদ্ধানং নমত্থু বোধিয়া,
নমো ৱিমুত্তানং নমো ৱিমুত্তিয়া।
ইমং সো পৰিত্তং কত্বা,
মোৰো চৰতি এসনা।

## অনুবাদ

বিশুদ্ধ আৰু সকলো ধৰ্ম্মত বেদজ্ঞ ব্ৰাহ্মণ ( বুদ্ধ ) সকলক মই নমস্কাৰ কৰিছো। অতীত বুদ্ধসকলক, মাৰ্গফলযুক্ত জ্ঞানৰূপ বোধিক মই নমস্কাৰ কৰিছো। পাচ প্ৰকাৰ বিমুক্তিৰ সুবিমুক্ত

অৰহত সকলক মই নমস্কাৰ কৰিছো। অৰহত জ্ঞানৰ প্ৰতি মই নমস্কাৰ কৰিছো। এইদৰেই সেই বোধিসত্ত্বই ৰক্ষাৰ মন্ত্ৰ আবৃত্তি কৰি আহাৰানে্ৱষণ কৰি ফুৰে।

৩। অপেতয়ং চক্খুমা একৰাজা,
হৰিস্সৱণ্ণো পঠৱিপ্পভাসো।
তং তং নমস্সামি হৰিস্সৱণ্ণং পঠৱিপ্পভাসং,
তয়জ্জগুত্তা ৱিহৰেমু ৰত্তিং।

## অনুবাদ

সমগ্ৰ চক্ৰৱালবাসীৰ পোহৰকাৰী সুবৰ্ণযুক্ত একমাত্ৰ ৰজা পশ্চিমফালে অস্তিম হৈছে। সেই প্ৰভাকাৰী সূৰ্য্য-দেৱতাক মই নমস্কাৰ কৰিছো। আপোনাৰ দ্বাৰা আজি-ৰাতি সুৰক্ষিত ভাৱে মই সুখেৰে বাস কৰিম।

৪। য়ে ব্ৰাহ্মণা ৱেদগূ সব্বধম্মে,
তে মে নমো, তে চ মং পালয়ন্তু।
নমত্থু বুদ্ধানং, নমত্থু বোধিয়া,
নমো বিমুত্তানং, নমো বিমুত্তিয়া।
ইমং সো পৰিত্তং কত্বা মোৰো ৱাসমকপ্পয়ীতি॥

## অনুবাদ

২ নং দৰেই। এইদৰে ৭০০ ( সাত শ ) বছৰ পৰ্য্যন্ত তেওঁ নিৰুপদ্ৰৱেৰে বাস কৰিছিল। ( এই সূত্ৰ ভগৱানে বুদ্ধত্ব লাভৰ পাচত দেশনা কৰিছিল। )

## মোৰ পৰিত্তং নিট্ঠিতং

## বৰ্ত্তক সূত্ৰ

### নিদান

১। পূৰেস্তং বোধিসত্তাবে নিব্বত্তং ৱট্টজাতিয়ং,
য়সস তেজেন দাৱগিগ, মহাসত্তং ৱিৱজ্জয়ি।

২। থেৰস্‌স সাৰিপুত্তস্‌স লোকনাথেন ভাসিতং,
কপ্পট্‌ঠায়িং মহাতেজং পৰিত্তং তং ভণাম হে।

## অনুবাদ

বোধিসত্ত্বই যি জন্মত পাৰামীপূৰণাৰ্থে বট্টক চৰাই হৈ জন্ম গ্ৰহণ কৰিছিল, সেই জন্মত তেওঁৰ শীলৰ প্ৰভাৱত অগ্নিয়ো দগ্ধ কৰিব নোৱাৰিছিল। যি পৰিত্ৰাণ লোকনাথৰ দ্বাৰা শাৰিপুত্ৰ স্থৱিৰৰ ওচৰত পাঠ কৰা হৈছিল। সেই কল্পকাল স্থায়ী মহাতেজ-সম্পন্ন বৰ্ত্তক পৰিত্ৰাণ মই পাঠ কৰিছো।

## সূত্ৰ

১। অত্থিলোকে সীলগুণোসচ্চং সোচেয়্যনুদ্দয়া,
তেন সচ্চেন কাহামি সচ্চকিৰিয়মনুত্তৰং।

## অনুবাদ

জগতত যিবিলাক শীল, সত্য, শুচি, দয়া আৰু কৰুণাৰ গুণ আছে, সেই গুণবিলাক স্মৰণ কৰি মই অনুত্তৰ সত্য ক্ৰিয়া কৰিম।

২। আৱজ্জেত্বা ধম্মবলং সৰিত্বা পুব্বকে জিনে,
সচ্চ বলমৱস্‌সায় সচ্চকিৰিয়মকাসহং।

## অনুবাদ

মই অপৰিমিত ধৰ্ম্মবল স্মৰণ কৰি, অতীত বুদ্ধসকলক স্মৰণ আৰু সত্য বলক আশ্ৰয় কৰি সত্যক্ৰিয়া কৰিলো।

৩। সন্তিপক্‌খা অপত্তনা সন্তিপাদা অৱঞ্চনা,
মাতা পিতা চ নিক্‌খন্তা জাতৱেদ পটিক্কম।

## অনুবাদ

মোৰ ডেকা আছে, কিন্তু পাখী নথকাৰ হেতুকে উৰি যাব নোৱাৰো। ভৰি আছে কিন্তু খোজ কাঢ়িব নোৱাৰো। মোৰ

পিতৃ-মাতৃয়েও প্ৰাণৰ ভয়ত অন্য ঠাইলৈ পলাই গল। গতিকে হে! অগ্নিদেৱতা, তুমি ঘূৰি যোৱা।

৪। সহ সচ্চ কতে ময়্‌হং মহা পজ্জলিতো সিখী,
ৱজ্জেসি সোলস কৰীসানি, উদকং পত্বা য়থা সিখী,
সচ্চেন মে সমো নত্থি এসা মে সচ্চপাৰমীতি।

## অনুবাদ

মই সত্যক্ৰিয়া কৰাৰ লগে লগে ভীষণৰূপে জ্বলি উঠা জুইত পানী চেতিয়াই দিয়া জুইৰ দৰে যোল হাতমান স্থান পৰিত্যাগ কৰি আতৰি গল। মোৰ সত্যৰ নিচিনা আৰু কোনো সত্য নাই। ইয়েই মোৰ সত্য পাৰমিতা।

ৱত্তক সুত্ত নিটিঠ্‌ঠং

## অঙ্গুলিমালা পৰিত্ৰাণ

### নিদান

১। পৰিত্তং য়ং ভণন্তস্‌স, নিসিন্নট্‌ঠানধোৱনং
উদকম্পি ৱিনাসেতি, সব্বমেৱ পৰিস্‌সয়ং।
সোত্থিনা গব্ভমুট্‌ঠানং, য়ঞ্চ সাধেতি তংখণে॥
২। থেৰস্‌স অঙ্গুলিমালস্‌স, লোকনাথেন ভাসিতং,
কপ্পট্‌ঠায়িং মহাতেজং, পৰিত্তং তং ভণাম হে।

## অনুবাদ

১-২। যি পৰিত্ৰাণ, পাঠকৰ আসন ধোৱা পানীৰ দ্বাৰা ও সকলো বিঘ্ন নাশ কৰে আৰু গৰ্ভ প্ৰসৱ ক্ৰিয়া স্বচ্ছন্দেৰে সম্পাদন কৰে, মই লোকনাথ বুদ্ধৰ দ্বাৰা অঙ্গুলিমালা স্থৱিৰক লক্ষ্য কৰি কোৱা, সেই কল্পকালস্থায়ী মহাতেজোসম অঙ্গুলিমালা পৰিত্ৰাণ পাঠ কৰিছো।

## পৰিত্ৰাণ

১। য়তো'হং ভগিনী! অৰিয়ায় জাতিয়া জাতো,
নাভি জানামি সঞ্চিচ্চ পাণং জীৱিতা ৱোৰোপেতা।
তেন সচ্চেন সোত্থি তে হোতু গব্ভস্স। (৩ বাৰ)

### অনুবাদ

ভনী! মই যিদিনাৰ পৰা আৰ্য্যকুলত জন্মগ্ৰহণ কৰিলো সেই দিনৰে পৰা সজ্ঞানে কোনো প্ৰাণী হত্যা কৰা নাই। এই সত্য বাক্যৰ প্ৰভাৱত তোমাৰ ও তোমাৰ গৰ্ভস্থ পুত্ৰৰ মঙ্গল হওক।

অঙ্গুলিমালা সুত্ত নিট্ঠিতং

## সুপূৰ্ব্বাহ্ন সূত্ৰ

১। য়ং দুন্নিমিত্তং অৱমঙ্গলঞ্চ, য়ো চামনাপো সকুণস্স সদ্দো,
পাপগ্‌গহো দুস্সুপিনং অকন্তং, বুদ্ধানুভাৱেন ৱিনাসমেন্তু।
২। য়ং দুন্নিমিত্তং.........পে......ধম্মানুভাৱেন ৱিনাসমেন্তু।
৩। য়ং দুন্নিমিত্তং.........পে......সজ্ঘানুভাৱেন ৱিনাসমেন্তু।

### অনুবাদ

যি কোনো প্ৰকাৰৰ দুৰ্ন্নিমিত্ত, অমঙ্গল, অশুভ চৰাইৰ মাত, পাপ গ্ৰহ, দুঃস্বপ্ন ইত্যাদি বুদ্ধ গুণৰ প্ৰভাৱত সকলো বিনাশ হওক।

(২-৩ৰ অনুবাদো বুদ্ধৰ দৰেই' মাত্ৰ বুদ্ধৰ পৰিবৰ্ত্তে ধৰ্ম্ম, সংঘ বহিব।)

৪। দুক্খপ্পত্তা চ নিদ্দুক্খা, ভয়প্পত্তা চ নিব্ভয়া,
সোকপ্পত্তাচ নিসোকা, হোন্তু সব্বেপি পাণিনো।

### অনুবাদ

দুখগ্ৰস্থ প্ৰাণীবিলাক দুখহীন, ভয়াৰ্ত্ত প্ৰাণীবিলাক ভয় হীন আৰু শোকাৰ্ত্ত প্ৰাণীবিলাক শোকহীন হওক।

৫। এত্তাৱতা চ অম্হেহি, সম্ভতং পুঞ্ঞসম্পদং,
সব্বে দেৱানুমোদন্তু, সব্বসম্পত্তি সিদ্ধিয়া।

## অনুবাদ

এই পৰ্য্যন্ত আমালোকে যি পুণ্য সম্পদ সঞ্চয় কৰিলোঁ, সকলো সম্পত্তি লাভাৰ্থে দেৱতাসকলে তাক অনুমোদন কৰক।

৬। দানং দদন্তু সদ্ধায়, সীলং ৰক্খন্তু সব্বদা,
ভাৱনাভিৰতা হোন্তু, গচ্ছন্তু দেৱতা গতা।

## অনুবাদ

শ্ৰদ্ধাৰ সৈতে দান কৰা, শীল পালন কৰা, ধ্যান পৰায়ণ হোৱা আৰু আগত ( ইয়ালৈ অহা ) দেৱতাসকলে সন্তুষ্ট চিত্তেৰে গমণ কৰক।

৭। সব্বে বুদ্ধা ৱলপ্পত্তা, পচ্চেকানঞ্চ য়ং ৱলং,
অৰহন্তানঞ্চ তেজেন, ৰক্খং ৱন্দামি সব্বসো। ( ৩ )

## অনুবাদ

দশবল প্ৰাপ্ত বুদ্ধ আৰু প্ৰত্যেক বুদ্ধ সকলৰ যি জ্ঞান বল আৰু অৰহতসকলৰ তেজো বলৰ দ্বাৰা তোমালোকক সকলো প্ৰকাৰে ৰক্ষা কৰক।

৮। যং কিঞ্চি ৱিত্তং ইধ ৱা হুৰং ৱা,
সগেগস্থ ৱা য়ং ৰতনং পণীতং।
ননো সমং অত্থি তথা গতেন,
ইদম্পি বুদ্ধে ৰতনং পণীতং
এতেনে সচ্চেন সুৱত্থি হোতু।

## অনুবাদ

ইহ বা পৰলোকত যিবিলাক সম্পত্তি আছে, আৰু স্বৰ্গলোকত যিবিলাক ৰত্ন আছে, এইবোৰৰ কোনোটোৱেই তথাগত বুদ্ধৰ

সমান নহয়। ইয়েই বুদ্ধৰ শ্ৰেষ্ঠ বস্তু। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক। (ধৰ্ম্ম আৰু সংঘ বুদ্ধৰ দৰেই।)

৯। ভৱতু সব্বমঙ্গলং, ৰকৃখন্তু সব্বদেৱতা,
সব্ববুদ্ধানুভাৱেন সদা সোত্থি ভৱন্তুতে।

## অনুবাদ

তোমালোকৰ সকলো প্ৰকাৰৰ মঙ্গল হওক, সকলো দেৱতাই ৰক্ষা কৰক, আৰু সকলো বুদ্ধগুণৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

১০। মহাকাৰুণিকো নাথো, হিতায় সব্বপাণীনং,
পূৰেত্বা পাৰমী সব্বা, পত্তো সম্বোধিমুত্তমং।

## অনুবাদ

মহাকৰুণাময় বুদ্ধই সকলো প্ৰাণীৰ হিতাৰ্থে পাৰমি পূৰ্ণ কৰি, সম্যকসম্বোধি জ্ঞান লাভ কৰিলে। এই সত্যবাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

১১। জয়ন্তো বোধিয়া মূলে, সক্যানং নন্দিৱড্‌ঢনো,
এৱমেৱ জয়ো হোতু, জয়স্‌সু জয়মঙ্গলে।

## অনুবাদ

মাৰসেনানী বিজয়ী শাক্যবংশীয় সকলৰ আনন্দ বৰ্দ্ধনকাৰী, শাক্যসিংহই বোধিৰ মূলত যেনেকৈ জয়লাভ কৰিছিল, তেনেকৈ তোমালোকৰো জয় মঙ্গল হওক।

১২। অপৰাজিত পল্লঙ্কে সীসে পুথুৱীমুক্‌খলে,
অভিসেকে সম্বুদ্ধানং অগ্‌গপ্পত্তো পমোদতি।

## অনুবাদ

সম্বুদ্ধসকলে পৃথিৱীৰ শীৰ্ষস্থানভূত শোভনীয় অপৰাজেয় বোধি-পালঙ্কত অগ্ৰফল অভিষেক প্ৰাপ্ত হৈ যেনেকৈ আমোদিত হৈছিল, তেনেকৈ তোমালোকৰ আনন্দিত হওক।

১৩। সুনক্খত্তং সুমঙ্গলং, সুপ্পভাতং, সুহুটি্ঠতং,
সুখণো, সুমুহুত্তোচ, সুয়িট্ঠং ব্রহ্মচাৰীসু।

## অনুবাদ

গৃহীসকলৰ পক্ষে ব্রহ্মচাৰীসকলক সেৱা পূজা কৰায়েই, সুনক্ষত্র, সুমঙ্গল, সুপ্রভাত, শুভোত্থান, শুভলক্ষণ আৰু শুভমুহূৰ্ত্ত।

১৪। পদক্খিণং কায়কম্মং, ৱাচাকম্মং পদক্খিণং,
পদক্খিণং মনোকম্মং, পণিধীতে পদক্খিণা।

১৫। পদক্খিণানি কত্বান, লভন্তেত্থ পদক্খিণে,
তে অত্থলদ্ধা সুখিতা, ৱিৰুল্হা বুদ্ধসাসনে;
আৰোগা সুখিতা হোথ, সহ সব্বেহি ঞাতীভি॥

## অনুবাদ

১৪।১৫ তোমালোকৰ কায়িক, বাচনিক আৰু মানসিক কৰ্ম্ম আৰু প্রার্থনা উন্নতভাৱে সম্পাদিত হওক। সেইদৰে উন্নতিৰ জনক কার্য্য দৈনন্দিন উন্নতি লাভ কৰক। বুদ্ধৰ শাসনত সেই উন্নতি লাভ কৰি সুখী হওক। জ্ঞাতিসকলৰে সৈতে নিৰোগী আৰু সুখী হওক।

## জয়মঙ্গল গাথা

১। ৱাহুং সহস্সমভিনিম্মিত সায়ুধন্তং,
গিৰিমেখলং উদিতা-ঘোৰ-সসেন-মাৰং।
দানাদি ধম্ম ৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

মুনীন্দ্র বুদ্ধই সুনির্ম্মিত ধনু লৈ সহস্র বাহু যুক্ত, হাতীত উঠি অহা গিৰিমেখলা নামৰ দেৱতাক, আৰু সসৈন্যেৰে অহা

ভীষণ মাৰক যেনেকৈ দানাদি ধৰ্ম্মৰ ফলত জয় কৰিছিল তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

২। মাৰাতিৰেকমভিয়ুজ্ঝিত সব্বৰত্তিং,
ঘোৰম্পনালৱকমক্‌খমথদ্ধয়ক্‌খং।
খন্তী সুদন্ত ৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

মনীন্দ্ৰ বুদ্ধই গোটেই ৰাতি সংগ্ৰামকাৰী ভয়ানক দুৰ্দ্দান্ত আৰু নিৰ্দ্দয় মাৰতকৈ ভীষণ শক্তিশালী আলৱক নামৰ যক্ষক ক্ষান্তিৰ দ্বাৰাই দমন কৰি জয় কৰিলে। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৩। নালাগিৰিং গজৱৰং অতিমত্তভূতং,
দাৱাগ্নিচক্কমসনীৱ সুদাৰুণন্তং।
মেত্তম্বুসেক ৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

যি মুনীন্দ্ৰ বুদ্ধই দাৱাগ্নি বা বজ্ৰনিনাদৰ তুল্য অতি-মদমত্ত নিদাৰুণ নালাগিৰি হাতীক মৈত্ৰীৰ প্ৰভাৱেৰে জয় কৰিলে। তাৰ গুণত তোমালোকৰ মঙ্গল হওক।

৪। উক্‌খিত্তখগ্গমতিহত্থ সুদাৰুণন্তং,
ধাৱন্তিয়োজনপথ'ঙ্গুলিমালৱন্তং।
ইদ্ধিভিসংখতমনো জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

যি মুনীন্দ্র বুদ্ধই উত্তেজিত খড়্গধাৰী তিনিযোজন গমণকাৰী নিদাৰুণ অঙ্গুলিমালাক অলৌকিক ঋদ্ধিশক্তিৰ দ্বাৰা জয় কৰিছিল। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৫। কত্বান কট্ঠমুদৰং ইৱ গব্ভিনীয়া,
চিঞ্চায় দুট্ঠৱচনং জনকায়মজ্ঝে।
সন্তেন সোমৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

যি মুনীন্দ্র বুদ্ধই, গৰ্ভাৱতীতুল্য কাঠেৰে উদৰ কৰি চিঞ্চামানৱিকা নামৰ দুষ্টমতী ৰমণীয়ে অপৱাদ প্ৰচাৰ কৰিছিল আৰু বহু-জনতাৰ মাজত তাইক সাম্যগুণৰ দ্বাৰা জয় কৰিছিল। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৬। সচ্চং ৱিহায়মতিসচ্চকৱাদকেতুং,
ৱাদাভিৰোপিতমনং অতি অন্ধভূতং।
পঞ্ঞাপদীপজলিতো জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

যি মুনীন্দ্রই, আৰ্য্যসত্য ত্যাগকৰি মিথ্যাদৃষ্টিঅৱলম্বী ৰাদবিবাদ-পৰায়ণ অতি অন্ধভূত সত্য নামৰ নিগ্ৰন্থক জ্ঞানৰ প্ৰদীপ প্ৰদান কৰি বশ কৰিছিল। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৭। নন্দোপনন্দভুজগং ৱিবুধং মহিদ্ধিং,
পুত্তেন থেৰ ভুজগেন দমাপয়ন্তো।
ইদ্ধূপদেসৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি॥

## অনুবাদ

যি মুনীন্দ্ৰই মহাঋদ্ধিসম্পন্ন নন্দোপনন্দ নামৰ নাগ-ৰাজক স্বীয় পুত্ৰ মহামৌদ্গল্যায়ণ স্থৱিৰৰ দ্বাৰা ঋদ্ধি আৰু উপদেশ প্ৰদান কৰি জয় কৰিছিল। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৮। দুগ্গাহদিট্ঠি ভুজগেন সুদট্ঠহত্থং
ব্ৰহ্মং ৱিসুদ্ধি জুতিমিদ্ধিৱকাভিধানং।
ঞাণাগদেন ৱিধিনা জিতৱা মুনিন্দো,
তন্তেজসা ভৱতু তে জয়মঙ্গলানি।

## অনুবাদ

যি মুনীন্দ্ৰই দুৰ্গ্ৰহ দৃষ্টিৰূপ সাপ দংশিত হাত, বিশুদ্ধ জ্যোতিঃ দেৱশক্তি সম্পন্ন বক নামৰ ব্ৰাহ্মণক জ্ঞান ঔষধ প্ৰয়োগ কৰি জয় কৰিছিল। তাৰ প্ৰভাৱত তোমালোকৰ মঙ্গল হওক।

৯। এতাপি বুদ্ধজয়মঙ্গল অট্ঠ গাথা,
য়ো ৱাচকো দিনে দিনে সৰতে অতন্দি।
হিত্বান নেক ৱিৱিধানি চুপদ্দৱানি
মোক্খং সুখং অধিগমেয়্যনৰো সপঞ্ঞো॥

## অনুবাদ

যি পাঠকে বুদ্ধৰ জয়মঙ্গল সম্বলিত এই অট্ঠ (অষ্ট) গাথা উৎসাহেৰে প্ৰতিদিন স্মৰণ কৰে, সেই জ্ঞানী পুৰুষে নানা ঘাট প্ৰতি ঘাটৰ পৰা ৰক্ষা পায়। আৰু মুক্তি লাভ কৰে।

## ৱোধ্যঙ্গ পৰিত্ৰাণ

### নিদান

১। সংসাৰে সংসৰন্তানং সব্বদুক্খৱিনাসনে,
সত্তধম্মে চ ৱোজ্ঝঙ্গে মাৰসেনাপ্পমদ্দিনো।

২। ৱুজ্ঝিত্বা য়ে পিমেসত্তা, তিভৱ মুত্তকুত্তমা,
অজাতিং অজৰাব্যাধিং, অমতং নিব্ভয়ং গতা।
৩। এৱমাদিগুণূপেতং অনেক গুণ সংগহং,
ওসধঞ্চ ইমং মন্তং ৱোজ্ঝঙ্গন্তং ভণাম হে।

## অনুবাদ ( ১।২।৩ )

মাৰ সৈন্য দমনকাৰী ত্রিভৱমুক্ত উত্তম বুদ্ধসকলে, সংসাৰ চক্রত ভ্রমণকাৰী প্রাণীবিলাকৰ সকলো দুখ বিনাশক, যি অভিজ্ঞতা লাভ কৰি জন্ম, জৰা, ব্যাধি, মৃত্যু, ভয়, বিৰহিত, নির্ব্বাণ প্রাপ্ত হৈছে, সেই গুণসম্পন্ন বিবিধ গুণ সংগ্রহ ঔষধ আৰু গুণ সমষ্টিযুক্ত মহৌষধ স্বৰূপ, সেই বোধ্যঙ্গ পৰিত্রাণ পাঠ কৰিছো।

## সূত্র

১। ৱোজ্ঝঙ্গো সতিসঙ্খাতো, ধম্মানং ৱিচয়ো তথা,
ৱিৰিয়ং পীতি, পসস্‌দ্ধি, ৱোজ্ঝঙ্গা চ তথাপৰে।
২। সমাধুপেক্‌খা ৱোজ্ঝঙ্গা, সত্তেতে সব্বদস্‌সিনা,
মুনিনা সম্মদক্‌খতা ভাৱিতা ৱহুলীকতা।

## অনুবাদ ( ১।২ )

স্মৃতি, ধৰ্ম্মপৰিচয়, বীৰ্য্য, প্রীতি, প্রশান্তি, সমাধি, আৰু উপেক্ষা এই সপ্তবোধ্যঙ্গ পাৰদৰ্শিঃমহামুনি বুদ্ধৰ দ্বাৰা সম্যকৰূপে ব্যাখ্যাত, ভাবিত আৰু বহুলীকৃত হৈছে।

৩। সংৱত্তন্তি অভিঞ্ঞায় নিব্বানায় চ ৱোধিয়া,
এতেন সচ্চৱজ্জেন সোত্থি তে হোতু সব্বদা।

## অনুবাদ

এই সাতটি বোধ্যঙ্গ অভিজ্ঞান লাভৰ নির্ব্বাণ লাভৰ আৰু বোধি জ্ঞান লাভৰ সহায়ক হয়। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ মঙ্গল হওক।

## সপ্তবোধ্যঙ্গ ধৰ্ম্ম

৪। একস্মিং সময়ে নাথো, মোগ্গল্লানঞ্চ কস্সপং
গিলানে দুক্খিতে দিস্বা, বোজ্ঝঙ্গে সত্ত দেসয়ি।

### অনুবাদ

এসময়ত লোক নাথ বুদ্ধই মৌদ্গল্যায়ণ আৰু মহাকাশ্যপ স্থৱিৰদ্বয়ৰ ব্যাধি দুখত দুখীত হোৱা দেখি, এই সাতটি বোধ্যঙ্গৰ উপদেশ দিছিল।

৫। তে চ তং অভিনন্দিত্বা, ৰোগা মুচ্চিংসু তংখণে,
এতেন সচ্চবজ্জেন, সোত্থি তে হোতু সব্বদা।

### অনুবাদ

তেওঁলোকে বুদ্ধৰ মুখনিসৃত বোধ্যঙ্গ বাণী আনন্দেৰে অনুমোদন কৰাত তেতিয়াই ৰোগৰ পৰা মুক্ত হৈছিল। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰও সকলো সময়তে মঙ্গল হওক।

৬। একদা ধম্মৰাজাপি গেলঞ্ঞেনাভিপীলিতো,
চুন্দথেৰেণ তঞ্ঞেৱ ভণাপেত্বান সাদৰং।

৭। সম্মোদিত্বা চ আবাধা, তম্হা বুট্ঠাসি ঠানসো,
এতেন সচ্চবজ্জেন, সোত্থিতে হোতু সব্বদা।

### অনুবাদ

(৬।৭) এখসময়ত ধৰ্ম্মৰাজ বুদ্ধই ও ৰোগাভিভূত হৈ পৰাত চুন্দ স্থৱিৰৰ দ্বাৰা তাকেই (সপ্তবোধ্যঙ্গ) পাঠ কৰাই সাদৰে অনুমোদন কৰাত সেই ৰোগৰ পৰা শীঘ্রে আৰোগ্য লাভ কৰিছিল। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ ও সকলো সময়তে মঙ্গল হওক।

৮। পহীনাতে চ আবাধা, তিণ্ণন্নমিপ্ মহেসীনং,
মগ্গাহতকিলে-সাব পত্তানুপত্তি ধম্মতং,
এতেন সচ্চবজ্জেন, সোত্থিতে হোতু সব্বদা।

## অনুবাদ

এই তিনিজান মহৰ্ষিৰ ৰোগ আৰ্য্য জ্ঞানৰ দ্বাৰা বিনাশ প্ৰাপ্ত পোৱাৰ দৰে শেষ হৈ গৈছে, আৰু উৎপন্ন হোৱাৰ সম্ভাৱনা নাই। এই সত্য বাক্যৰ দ্বাৰা তোমালোকৰ সকলো প্ৰকাৰে মঙ্গল হওক।

## মহাকাশ্যপবোধ্যঙ্গ

## নিদান

য়ং মহাকস্সপত্থেৰো পৰিত্তং মুনিসন্তিকা,
সুত্বা তস্মিং খণে য়েৱ অহোসি নিৰুপদ্দৱো,
ৱোজ্ঝঙ্গ ৱল সংযুত্তং পৰিত্তং তং ভণাম হে।

## অনুবাদ

ভগৱান বুদ্ধই যি পৰিত্ৰাণ পাঠ কৰি আয়ুষ্মান মহাকাশ্যপ স্থৱিৰক মুহূৰ্ত্তৰ ভিতৰতে ৰোগমুক্ত কৰিছিল, সেই সপ্তবোধ্যঙ্গ পৰিত্ৰাণ মই এতিয়া পাঠ কৰিম।

## সূত্ৰ

১। এৱং মে সুতং একং সময়ং ভগৱা ৰাজগহে ৱিহৰতি ৱেলুৱনে কলন্দক নিৱাপে। তেন খো পন সময়েন আয়স্মা মহাকস্সপো পিপ্ফলী গুহায়ং ৱিহৰতি আৱাধিকো দুক্খিতো বাল্‌হগিলানো। অথ খো ভগৱা সায়হ্নসময়ং পতিসল্লানা বুট্‌ঠিতো, য়েনায়স্মা মহাকস্সপো তেনুপসংকমি। উপসংকমিত্বা, পঞ্ঞত্তে আসনে নিসীদি। নিসজ্জ খো ভগৱা আয়স্মন্তং মহাকস্সপং এতদৱোচ।

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই ৰাজগৃহৰ কলন্দকনিৱাপ নামৰ বেণুবন বিহাৰত বাস কৰিছিল। ভগৱান

বুদ্ধই সয়াহ্ন সময়ত সমাপত্তি ধ্যানৰ পৰা উঠি মহাকাশ্যপ-স্থৱিৰৰ থকা ঠাইত উপস্থিত হলগৈ। তাত উপস্থিত হৈ নিৰ্দ্দিষ্ট আসনত বহি আয়ুস্মান মহাকাশ্যপ স্থৱিৰক গাথাৰে এইদৰে কলে,—

২। কচ্চি তে মহাকস্‌সপ খমনীয়ং, কচ্চিয়াপনীয়ং, কচ্চিতে দুক্‌খা ৱেদনা পটিক্কমন্তি, নো অভিক্কমন্তি, পটিক্কমোসানং পঞ্‌ঞায়তি নো অভিক্কমোতি? ন মে ভন্তে খমনীয়ং, ন য়াপনীয়ং, বালহা মে দুক্‌খা-ৱেদনা অভিক্কমন্তি, নো পটিক্কমন্তি, অভিক্কমোসানং পঞ্‌ঞায়তি নো পটিক্কমোতি।

## অনুবাদ

হে মহাকাশ্যপ! তুমি আৰোগ্য লাভ কৰিছানে? তোমাৰ শৰীৰ লৰচৰ কৰিব পাৰিছানে? তোমাৰ ৰোগ বেছি নে কম হোৱা যেন অনুভৱ হৈছে? কেনেকৈ বৃদ্ধি হোৱা যেন পোৱা আৰু কেনেকৈ কমা যেন অনুভৱ হয়। ৰোগ বেছি হৈছে নেকি, বাৰু? প্ৰভো! মোৰ অসহ্য হৈছে। চাৰি ঈৰ্য্যাপথ পৰিবৰ্ত্তন কৰিবলৈ অক্ষম হৈ পৰিছো। মোৰ ৰোগ ক্ৰমে বৃদ্ধি হে হৈছে, কমা নাই। যেহেতু মই আৰোগ্য অনুভৱ কৰা নাই।

৩। সত্তি মে কসস্‌প ৱোজ্ঝঙ্গা ময়া সম্মদক্‌খতা ভাৱিতা বহুলীকতা, অভিঞ্‌ঞায় সম্বোধায় নিব্বানায় সংৱত্তন্তি। কতমে সত্ত? সতি সম্বোজ্ঝঙ্গো খো কস্‌সপ ময়া সম্মদক্‌খাতো ভাৱিতো বহুলীকতো, অভিঞ্‌ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। ধম্মৱিচয় সম্বোজ্ঝঙ্গো খো কস্‌সপ ময়া সম্মদক্‌খাতো ভাৱিতো বহুলীকতো অভিঞ্‌ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। ৱিৰিয় সম্বোজ্ঝঙ্গো খো কস্‌সপ ময়া সম্মদক্‌খাতো ভাৱিতো বহুলীকতো অভিঞ্‌ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। পীতি সম্বোজ্ঝঙ্গো খো কস্‌সপ ময়া সম্মদক্‌খাতো ভাৱিতো বহুলীকতো অভিঞ্‌ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। পস্‌সদ্ধি সম্বোজ্ঝঙ্গো খো কস্‌সপ ময়া

সম্মদক্খাতো ভাৱিতো বহুলীকতো অভিঞ্ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। সমাধি সম্বোজ্ঝঙ্গো খো কস্সপ ময়া সম্মদক্খাতো ভাৱিতো বহুলীকতো অভিঞ্ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি। উপেক্খা সম্বোজ্ঝঙ্গো খো কস্সপ ময়া সম্মাদক্খাতো ভাৱিতো বহুলীকতো অভিঞ্ঞায় সম্বোধায় নিব্বানায় সংৱত্ততি।

ইমে খো কস্সপ, সত্ত ৱোজ্ঝঙ্গা ময়া সম্মদক্খাতা ভাৱিতা বহুলীকতা, অভিঞ্ঞায় সম্বোধায় নিব্বানায় সংবত্তন্তীতি, তগ্ঘ ভগৱা ৱোজ্ঝঙ্গা, তগ্ঘ সুগত ৱোজ্ঝঙ্গাতি। ইদমৱোচ ভগৱা অত্তমনো আয়স্মা মহাকস্সপো ভগৱতো ভাসিতং অভিনন্দি। বুট্ঠহি চ আয়স্মা মহাকস্সপো তম্হা আবাধা। তথা পহীনো চ আয়স্মতো মহাকস্সপস্স সো আৱাধো অহোসী'তি।

## অনুবাদ

হে মহাকাশ্যপ। মই সাতটি সম্বোধি অঙ্গ সুন্দৰৰূপে ব্যাখ্যা কৰিছো। চাৰি প্ৰকাৰে বৃদ্ধি হয়,—পুনঃ পুনঃ উৎপন্ন, অভিজ্ঞাত ধৰ্ম্ম জ্ঞাতৰ কাৰণে, আৰ্য্যমাৰ্গ লাভৰ কাৰণে, আৰু নিৰ্ব্বাণ প্ৰত্যক্ষ কৰিবৰ বাবে, এই ধৰ্ম্ম (স্মৃতিসম্বোধি অঙ্গ) প্ৰৱৰ্ত্তন কৰিছো। সেই সাতটি সম্বোধি অঙ্গ কি কি?

হে কাশ্যপ। স্মৃতি সম্বোধি অঙ্গ মই ব্যাখ্যা কৰি প্ৰৱৰ্ত্তন কৰিছো; বৃদ্ধিৰ কাৰণে, বহল হিচাপে জানিবৰ কাৰণে, অভিজ্ঞানৰ কাৰণে, আৰ্য্যমাৰ্গ জ্ঞাতৰ কাৰণে আৰু নিৰ্ব্বাণ লাভৰ কাৰণে।

হে কাশ্যপ। ধৰ্ম্ম ৱিচয় সম্বোধি অঙ্গ মই ব্যাখ্যাৰে সৈতে প্ৰৱৰ্ত্তন কৰিছো, (স্মৃতিযুক্ত হৈ চিৰকৃত, চিৰভাষিত ধৰ্ম্মক অনিত্য-দুঃখ-অনাত্মা, জ্ঞানৰ দ্বাৰা গৱেষণা কৰা, বা বিচাৰ কৰা, বা অৱলোকন কৰাকেই ধৰ্ম্মবিচয় সম্বোধি 'অঙ্গ বোলে)। বৃদ্ধিৰ

কাৰণে, বহল হিচাপে জানিবৰ কাৰণে, অভিজ্ঞানৰ কাৰণে, আৰ্য্য-মাৰ্গ জ্ঞাতৰ কাৰণে আৰু নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কাশ্যপ! বীৰ্য্য-সম্বোধি অঙ্গ মই ব্যাখ্যাৰ সৈতে প্ৰৱৰ্ত্তন কৰিছো, (সেই অনিত্যাদি ধৰ্ম্ম প্ৰজ্ঞাৰ দ্বাৰা গৱেষণা, বিচাৰ আৰু অৱলোকন কৰাদিৰ হেতু-বীৰ্য্য। গৱেষণা, বিচাৰ, অৱলোকনাদিত অচল-অটল ভাৱে থকাকেই বীৰ্য্য-সম্বোধি অঙ্গ বোলে)। বৃদ্ধিৰ কাৰণে, বহল····· নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কাশ্যপ! প্ৰীতি-সম্বোধি অঙ্গ মই ব্যাখ্যাৰ সৈতে প্ৰৱৰ্ত্তন কৰিছো, (সেই অচল-অটল বীৰ্য্যৰ দ্বাৰা তৃষ্ণামুক্ত হৈ "কামামিষ, লোকামিষ, সংসাৰবৰ্ত্তামিষৰ অভাৱ" পৰিশুদ্ধ ভাৱে-গৱেষণা, বিচাৰ আৰু অৱলোকনাদিত প্ৰাপ্ত সুখেই প্ৰীতি-সম্বোধি অঙ্গ বোলে)। বৃদ্ধিৰ কাৰণে······নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কাশ্যপ! প্ৰশ্ৰদ্ধি সম্বোধি অঙ্গ মই ব্যাখ্যাৰ সৈতে প্ৰৱৰ্ত্তন কৰিছো, (প্ৰীতি-সংযুক্ত চিত্ত, স্কন্ধত্ৰয়-যুক্ত কায়ৰ তৃষ্ণা বেদনা প্ৰশান্তি হয় আৰু বিজ্ঞান স্কন্ধযুক্ত চিত্ত ও প্ৰশ্ৰদ্ধি লাভ কৰে। ইয়াকেই প্ৰশ্ৰদ্ধি বা প্ৰশান্তি সম্বোধি অঙ্গ বোলে)। বৃদ্ধিৰ কাৰণে······নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কাশ্যপ! সমাধি সম্বোধি অঙ্গ মই ব্যাখ্যাৰ সৈতে প্ৰৱৰ্ত্তন কৰিছো, (সেই প্ৰশান্তি যুক্ত চিত্তই সুখ লাভ কৰে, সুখী চিত্তই নিশ্চল, স্থিৰ আৰু একাগ্ৰতা প্ৰাপ্ত হয়। তাকেই সমাধি-সম্বোধি অঙ্গ বোলে। বৃদ্ধিৰ কাৰণে······নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কশ্যপ! উপেক্ষা-সম্বোধি অঙ্গ মই ব্যাখ্যাৰ সৈতে প্ৰৱৰ্ত্তন কৰিছো, (সেই সমাধিস্থ চিত্তই সুন্দৰকৈ ধৰ্ম্মবিলাকৰ ক্ষয় আৰু বৃদ্ধিৰ কাৰ্য্যত ৰমিত হৈ মধ্যম অৱস্থাত সাধনাত মগ্ন হয়। দুঃখ-সুখ উভয়ৰ মধ্যস্থ। ইয়াকেই উপেক্ষা-সম্বোধি অঙ্গ বোলে)। বৃদ্ধিৰ কাৰণে······নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে কাশ্যপ! এই সাত প্ৰকাৰ সম্বোধি অঙ্গ মই ব্যাখ্যাৰ

সৈতে প্ৰৱৰ্ত্তন কৰিছো, বৃদ্ধিৰ কাৰণে, বহুল হিচাপে জানিবৰ কাৰণে, অভিজ্ঞানৰ কাৰণে, আৰ্য্যমাৰ্গজ্ঞাতৰ কাৰণে আৰু নিৰ্ব্বাণ সাক্ষাতৰ কাৰণে।

হে ভন্তে ভগৱান! হে সুগত! একান্ত মনে সম্বোধি অঙ্গ ভাৱনা কৰিলে বেদনাদি অপনোদন হয়। আয়ুষ্মান মহাকশ্যপে ভগৱান বুদ্ধৰ ভাষণৰ শেষত অভিনন্দন জনালে। ভগৱান বুদ্ধই, হে মহাকশ্যপ! আৰোগ্য লাভ কৰা আৰু ৰোগশয্যাৰ পৰা উঠা। এই কথা কোৱাৰ লগে লগেই আয়ুষ্মান মহাকাশ্যপ মুহূৰ্ত্তৰ ভিতৰতে আৰোগ্য লাভ কৰিলে।

## জিন পঞ্জৰ গাথা

১। জয়াসনগতা ৱীৰা জেত্বা মাৰং সৱাহিনিং,
চতুসচ্চামতৰসং য়ে পিৱিংসু নৰাসভা।
২। তণ্হঙ্কৰাদয়ো বুদ্ধা অট্ঠৱীসতি নায়কা,
সব্বে পতিট্ঠিতা ময়হং (১) মথকে তে মুনিস্সৰা।

### অনুবাদ ১।২

মানৱশ্ৰেষ্ঠ বুদ্ধবীৰ সকলে বিজয় আসনত বহি, স-সৈন্য মাৰক পৰাজয় কৰি চাৰি-আৰ্য্য-সত্য-ৰূপ অমৃত ৰস পান কৰিছিল, সেই তৃষ্ণাংকৰাদি আঠাইশ জন লোক-নায়ক বুদ্ধ মোৰ শিৰত প্ৰতিষ্ঠিত হওক।

৩। সিৰে পতিট্ঠিতা বুদ্ধা ধম্মো চ মম (২) লোচনে,
সঙ্ঘো পতিট্ঠিতো ময়হং (১) উৰে সব্বগুণাকৰো।

### অনুবাদ

শ্ৰেষ্ঠ বুদ্ধসকলক মূৰত প্ৰতিষ্ঠিত, ধৰ্ম্মক মনচকুত আৰু সৰ্ব্বগুণসম্পন্ন সংঘ মোৰ বুকুত প্ৰতিষ্ঠিত হওক।

৪। হৃদয়ে অনুৰুদ্ধো চ, সাৰিপুত্তো চ দক্খিণে,
কোণ্ডঞ্ঞো পিটি্ঠিভাগস্মিং মোগ্গল্লানোসি ৱামকে।
৫। দক্খিণে সৱণে ময়্হং (১) আহুং আনন্দৰাহুলা,
কস্‌সপো চ মহানামো উভোস্সুং ৱামসোতকে।

## অনুবাদ ৪-৫

মোৰ হৃদয়ত অনুৰুদ্ধ, সোঁৱাহুত সাৰিপুত্ৰ, পিঠিত কৌণ্ডিন্য, বাওঁ বাহুত মৌদগল্যায়ন, সোঁকাণত আনন্দ আৰু ৰাহুল, কাশ্যপ আৰু মহানাম স্থৱিৰে বাওঁ কাণত অৱস্থিত আছে।

৬। কেসন্তে পিটি্ঠিভাগস্মিং সুৰিয়ো ৱ পভঙ্কৰো,
নিসিন্নো সিৰিসম্পন্নো সোভিতো মুনিপুঙ্গৱো।

## অনুবাদ

মোৰ পিঠিৰ চুলি আগত সূৰ্য্যৰ দৰে প্ৰভাকৰ শ্ৰীসম্পন্ন মুনীন্দ্ৰ সুশোভিত বুদ্ধ উপবিষ্ট আছে।

৭। কুমাৰ কস্‌সপো নাম মহেসী চিত্ৰৱাদকো,
সো ময়্হং (১) ৱদনে নিচ্চং পতিট্‌ঠাসি গুণাকৰো।

## অনুবাদ

অনুপম বিচিত্ৰ ধৰ্ম্মকথিক, সৰ্ব্বগুণসম্পন্ন মহৰ্ষি কুমাৰ কাশ্যপে সকলো সময়তে মোৰ সন্মুখত স্থিত থাকে।

৮। পুণ্ণো অঙ্গুলিমালো চ উপালি নন্দ সীৱলী,
থেৰা পঞ্চ ইমে জাতা ললাটে তিলক মম (২)।

## অনুবাদ

পূৰ্ণ, আঙ্গুলিমাল, উপালি, নন্দ আৰু সীৱলী, এই পাঁচ জন স্থৱিৰ মোৰ কপালত আপোনা আপুনি জন্ম তিলকৰ দৰে অৱস্থিত আছে।

৯। সেসাসীতি মহাথেৰা ৱিজিতা জিনসাৱকা,
জলন্তা সীলতেজেন অঙ্গমঙ্গে সুসণ্ঠিতা।

## অনুবাদ

তৃষ্ণা সংগ্ৰামত বিজয়ী জিনশ্ৰাৱক, অৱশিষ্ট আশীজন মহাস্থৱিৰৰ উজ্জ্বল শীলৰ শক্তি মোৰ অঙ্গ-প্ৰত্যঙ্গত সুন্দৰকৈ স্থিত আছে।

১০। ৰতনং পুৰতো আসি দক্খিণে মেত্তসুত্তকং,
ধজগ্গং পচ্ছতো আসি ৱামে অঙ্গুলিমালকং।

## অনুবাদ

মোৰ সন্মুখত ৰত্নসূত্ৰ, সোঁফালে মৈত্ৰীসূত্ৰ, পিচফালে ধজগ্ৰসূত্ৰ আৰু বাওঁফালে আঙ্গুলিমাল পৰিত্ৰাণে ৰক্ষা কৰি আছে।

১১। খন্ধমোৰপৰিত্তঞ্চ আটানাটিয়সুত্তকং,
আকাসচ্ছাদনং আসি সেসা পাকাৰসঞ্ঞিতা।

## অনুবাদ

মোৰ ওপৰত ঘৰৰ ছালৰ দৰে খন্ধ, ময়ুৰ আৰু আটনাটিয় পৰিত্ৰাণ বা সূত্ৰ আছে। আৰু অৱশিষ্ট সূত্ৰ সমূহে মোৰ চাৰিওফালে ঘেৰি আছে।

১২। জিনানৱলসংযুত্তে ধম্মপাকাৰলঙ্কতে,
ৱসতো মে (৩) চতুকিচ্চেন সদা সম্বুদ্ধপঞ্জৰে।

১৩। ৱাতপিত্তাদি সঞ্জাতা ৱাহিৰজ্ঝত্তুপ্পদ্দৱা,
অসেসা ৱিলয়ং য়ন্তু অনন্তগুণতেজসা।

## অনুবাদ ১২।১৩

বুদ্ধসকলৰ প্ৰভাৱিত ধৰ্ম্ম-প্ৰাচীৰৰ পৰিবেষ্টিত সম্বুদ্ধ পঞ্জৰত শোৱা-বহা-উঠা আৰু যোৱা, এই চাৰিটা অৱস্থাত অৱস্থানকাৰী— মোৰ বাত-পিত্তাদিৰ (ব্যাধিৰ) দ্বাৰা উৎপন্ন আধ্যাত্মিক আৰু বাহ্যিক উপদ্ৰৱ, অনন্ত গুণ-তেজৰ দ্বাৰা সকলো লয় হওক।

১৪। জিনপঞ্জৰমজ্ঝট্‌ঠং ৱিহৰন্তং মহীতলে,
সদা পালেন্তু মং (৪) সব্বে তে পুৰিসাসভা।

## অনুবাদ

এই পৃথিৱীত জিনপঞ্জৰত বস-বাসী সেই উত্তমপুৰুষ সকলে মোক সদা সৰ্ব্বদা পালন কৰক।

১৫। ইচ্চেৱমচ্চন্তকতো সুৰক্‌খো,
জিনানুভাৱেন জিতুপ্‌পদ্দৱো ;
বুদ্ধানুভাৱেন হতাৰি সঙ্ঘো,
চৰামি (৫) সদ্ধম্মানুভাৱ পালিতো

১৬। ইচ্চেৱমচ্চন্তকতো সুৰক্‌খো,
জিনানুভাৱেন জিতুপ্‌পদ্দৱো ;
ধম্মানুভাৱেন হতাৰি সঙ্ঘো,
চৰামি (৫) সদ্ধম্মানুভাৱ পালিতো।

১৭। ইচ্চেৱমচ্চন্তকতো সুৰক্‌খো,
জিনানুভাৱেন জিতুপ্‌পদ্দৱো,
সঙ্ঘানুভাৱেন হতাৰি সঙ্ঘো,
চৰামি (৫) সদ্ধম্মানুভাৱ পালিতো।

## অনুবাদ

[ ১৫-১৬-১৭, নম্বৰৰ মাত্ৰ বুদ্ধ, ধৰ্ম্ম আৰু সংঘ এই কেইটাৰহে প্ৰভেদ ]। এইদৰে বিশেষ সুন্দৰকৈ ৰক্ষা কৰা হল। জিনৰ প্ৰভাৱত উপদ্ৰৱ জয় কৰা হল, তেওঁৰ মহিমাৰ বলত শত্ৰু বিলাক বিলুপ্ত হল। গতিকে মই সদ্ধৰ্ম্মৰ প্ৰভাৱত সুৰক্ষিত হৈ বিচৰণ কৰিম।

১৮। সদ্ধম্মপাকাৰ পৰিক্‌খিতোস্‌মি (৩)
অট্‌ঠাৰিয়া অট্‌ঠদিসাসু হোন্তি,

এথন্তৰে অট্ঠনাথা ভৱন্তি
উদ্ধং ৱিতানং'ৱ জিনাঠিতামে। (৩)

## অনুবাদ

মই সদ্ধৰ্ম্মৰ দৰে প্ৰাচীৰত পৰিবেষ্টিত হৈ আছোঁ। আঠ দিশে আঠ জন আৰ্য্য পুদ্গল আৰু ইয়াৰ মাজত আঠজন বুদ্ধই মেৰাই আছে। ওপৰত চন্দ্ৰতাপৰ দৰে জিনসকলে ঠিয় হৈ আছে।

১৯। ভিন্দন্তো মাৰসেনং মম (২) সিৰসি ঠিতো,
বোধিমাৰুয়্হ সথা,
মোগ্গল্লানোসি ৱামে ৱসতি ভুজতটে,
দক্খিণে সাৰিপুত্তো
ধম্মো মজ্ঝে উৰস্মিং ৱিহৰতি ভৱতো,
মোক্খতো মোৰয়োনিং,
সম্পত্তো বোধিসত্তো চৰণ য়ুগগতো,
ভানু লোকেক নাথো।

## অনুবাদ

ভগৱান বুদ্ধই বোধি পালেঙত আৰোহণ কৰি মাৰ সৈন্যক পৰাস্ত কৰি মোৰ মূৰৰ ওপৰত অৱস্থিত। সোঁ হাতে সাৰিপুত্ৰ আৰু বাওঁ হাতে আছে মৌদ্গল্যায়ন। মোৰ অন্তৰত বিৰাজ কৰি আছে ধৰ্ম্ম। জগতৰ একমাত্ৰ ত্ৰাণকৰ্ত্তা ভৱ-দুঃখৰ অৱসান কৰিবৰ কাৰণে বোধিসত্ব অৱস্থাত ময়ুৰ জন্মগ্ৰহণ কৰিছিল।

২০। সব্বাৱমঙ্গলমুপদ্দৱ দুন্নিমিত্তং
সব্বীতি-ৰোগ গহদোসমসেসনিন্দা,
সব্বন্তৰায়-ভয় দুস্সুপিনং অকন্তং
বুদ্ধানুভাৱ পৱৰেন পয়াতু নাসং।

২১। সব্বাৰমঙ্গলমুপদ্দৱ দুন্নিমিত্তং
সব্বীতি-ৰোগ গহদোসমসেসনিন্দা,
সব্বন্তৰায়-ভয়দুস্সুপিনং অকন্তং
ধম্মানুভাৱ পৱৰেন পয়াতু নাসং।

২২। সব্বাৰমঙ্গলমুপদ্দৱ দুন্নিমিত্তং
সব্বীতি-ৰোগ গহদোসমসেসনিন্দা,
সব্বন্তৰায়-ভয় দুস্সুপিনং অকন্তং
সঙ্ঘানুভাৱ পৱৰেন পয়াতু নাসং।

## অনুবাদ

[(২০-২১-২২) কেৱল বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰহে প্ৰভেদ] সকলো প্ৰকাৰ অমঙ্গল, উপদ্ৰৱ, দুৰ্নিমিত্ত, শত্ৰু, ৰোগ, গ্ৰহদোষ, অপবাদ, অন্তৰায়, ভয় আৰু বেয়া সপোনাদি বুদ্ধ, ধৰ্ম্ম আৰু সংঘ গুণৰ প্ৰভাৱত বিনাশ হওক।

## সীৱলী-পৰিত্ৰাণ

## নিদান

পূৰেন্তং পাৰমী সব্বা সবে পচ্চেক নায়কা,
সীৱলী গুণতেজেন, পৰিত্তং তং ভণাম হে;
(নজালিতীতি জালিতাৱী আ, ঈ, উ আম ইস্বাহা বুদ্ধসামি বুদ্ধসত্যম)।

## অনুবাদ

জ্ঞানী শ্ৰেষ্ঠ ভগৱান বুদ্ধৰ সকলো শিষ্যই শ্ৰাৱক পাৰমীপূৰ্ণ কৰিছে। সীৱলী স্থৱিৰৰ পাৰমীপূৰ্ণৰ যি শীলাদি তেজৰ গুণ, সেই গুণযুক্ত পৰিত্ৰাণ সকলোৱে আগত পাঠ কৰিম। [বন্ধনীৰ ভিতৰত থকা শব্দ কেইটাৰ অৰ্থ দুৰ্বোধ্য। সম্ভৱ সাঙ্কেতিক শব্দ]।

## সূত্ৰ

১। পদুমুত্তৰো নাম জিনো সব্ব ধম্মেসু চক্খুমা,
ইতো সতসহস্সম্হি কপ্পে উপ্পজ্জি নায়কো।

## অনুবাদ

সকলো স্বভাৱ ধৰ্ম্মত পাৰদৰ্শী, পদুমুত্তৰ বুদ্ধই লক্ষ্যকল্পৰ আগত এই ধৰাত আবিৰ্ভাৱ হৈছিল।

২। সীৱলী চ মহাথেৰো, সো ৰহো পচ্চয়াদিনং,
পিয়ো দেৱমনুস্সানং, পিয়ো ব্ৰাহ্মণমুত্তমং ;
পিয়ো নাগ সুপণ্ণানং, পীণিন্দ্ৰিয়ং নমামহং।

## অনুবাদ

সীৱলী মহাস্থৱিৰেই চাৰি-প্ৰত্যয়াদি পোৱাৰ যোগ্য মহাপুৰুষ। তেওঁ দেৱ-মানৱ-ব্ৰাহ্মণ-নাগ-সুপৰ্ণাদি সকলোৰে প্ৰিয় পাত্ৰ আছিল। সেই সংযত ইন্দ্ৰিয় মহাপুৰুষদেৱক মই নমস্কাৰ কৰিছোঁ।

৩। নাসং সীমো চ মোসীসং, নানজালীতি সংজলিং,
সদেৱ-মনুস্স পূজিতং, সব্বলাভা ভৱন্তু মে।

## অনুবাদ

তেওঁ দেৱ-মানৱ সকলৰ পূজিত, তেওঁৰ অনন্ত গুণৰ "নাসংসীমো চ মোসীসং, নানজালীতি সংজলিং" এই মন্ত্ৰ ফাকিৰ প্ৰভাৱত মোৰ সকলো প্ৰকাৰৰ বিষয়াদি যাৱতীয় সম্পত্তি লাভ হওক।

৪। সত্তাহং দ্বাৰমূলেহ্হং, মহাদুক্খসমপ্পিতো,
মাতা মে ছন্দদানেন, এৱমাসি সুদুক্খিতা।

## অনুবাদ

মই ভূমিষ্ঠ হোৱাৰ সময়ত সাতদিন মাতৃগৰ্ভত মহাদুখ ভোগ কৰিছিলো। এই ক্ষেত্ৰত মাতৃদেৱীয়েও তুলনাতীত কষ্ট ভোগ কৰিছিল।

৫। কেসেসু ছিজ্জমানেসু, অৰহত্তমপাপুণিং,
দেৱ-নাগ মনুস্‌সা চ, পস্‌সয়ানু পনেন্তিমে।

অনুবাদ

মই প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ চুলি খুৰুৱাৰ লগে লগেই অৰহত্ব ফল লাভ কৰিছো। মোৰ বাবে সততে দেৱতা-নাগ আৰু মানৱ সকলে সকলো উপকৰণাদি যোগাৰ কৰি ৰাখে।

৬। পদুমুত্তৰনামঞ্চ, ৱিপস্‌সিং চ ৱিনায়কং,
সংপূজয়িং পমুদিতো, পচ্চয়েহি ৱিসেসতো।

অনুবাদ

মই পদুমুত্তৰ আৰু বিপস্‌সী নামৰ বিনয়ী বুদ্ধক বিশেষ গ্ৰহণীয় বস্তুৰে, শ্ৰদ্ধাভৰা অন্তৰে পূজা কৰিছো।

৭। ততো তেসং ৱিসেসেন, কম্মানং ৱিপুলুত্তমং,
লাভং লভামি সব্বত্থ, ৱনে গামে জলে থলে।

অনুবাদ

মই তেওঁলোকৰ বিশেষত্ব আৰু উত্তম কৰ্ম্মৰ ফলত, গাৱেঁ-ভূয়ে, হাবিয়ে-বননীয়ে, জলে-স্থলে সকলো ঠাইতে সকলো সময়তে যাৱতীয় প্ৰয়োজনীয় বস্তুসমূহ লাভ কৰি থাকোঁ।

৮। তদাদেৱো পণীতেহি, মমত্থায় মহামতি,
পচ্চয়েহি মহাৱীৰো, সসংঘো লোকনায়কো।

৯। উপট্‌ঠিতো ময়া বুদ্ধো, গন্ত্বা ৰেৱতমদ্দস,
ততো জেতৱনং গন্ত্বা এতদগ্গে ঠপেসি মং।

অনুবাদ ৮।৯

সেই কাৰণে মোৰ বাবে দেৱতা সকলে শ্ৰেষ্ঠ আহাৰ্য্য বস্তু আনিছিল। মই সেই উত্তম বস্তুৰে সংঘৰ লগতে লোকনায়ক বুদ্ধক পূজা কৰিছিলোঁ। ভগৱান বুদ্ধই ৰেৱত স্থবিৰক দৰ্শন কৰিবলৈ

গৈ প্ৰত্যাৱৰ্ত্তনৰ সময়ত জেতৱন বিহাৰত, মোক 'লাভীশ্ৰেষ্ঠ' উপাধি প্ৰদান কৰি, সংঘৰ মাজত শ্ৰেষ্ঠ আসন প্ৰদান কৰিছিল।

১০। ৰেৱতং দস্সনত্থায়, য়দা য়াতি ৱিনায়কো,
তিংসভিক্খু সহসেস্হি, সহ লোকগ্গনায়কো।

১১। লাভীনং সীৱলী অগ্গো, মম সিস্সেসু ভিক্খৱো,
সব্বলোকহিতো সত্থা, কিত্তয়ী পৰিসাসুমং।

## অনুবাদ

জগতৰ মহানায়ক ভগৱান বুদ্ধই ত্ৰিশ হেজাৰ ভিক্ষু-সংঘৰ পৰিবৃত্ত হৈ যেতিয়া ৰেৱত স্থৱিৰক দৰ্শন কৰিবলৈ গৈছিল, তেতিয়া ত্ৰিলোকৰ ত্ৰাণ কৰ্ত্তা শাস্তাই ভিক্ষুসকলক আহ্বান কৰি কৈছিল—"হে ভিক্ষুসকল! মোৰ শিষ্যসকলৰ মাজত একমাত্ৰ 'লাভীশ্ৰেষ্ঠ' হৈছে সীৱলী স্থৱিৰ।" সকলোৱে আগত এইদৰে প্ৰশংসা কৰিছিল।

১২। কিলেসাঝাপিতা ময়হং ভৱা সব্বে সমূহতা,
নাগো'ৱ ৱন্ধনং ছেত্ৱা, ৱিহাৰামি অনাসৱো।

## অনুবাদ

মোৰ সকলো তৃষ্ণা ক্ষয় প্ৰাপ্ত হৈছে। সকলো ভৱ-তৃষ্ণা ধ্বংস হৈছে। মই শৃঙ্খল-মুক্ত হাতীৰ দৰে সংসাৰৰ সকলো মায়া-মোহ নিৰ্ম্মূল কৰি আশ্ৰৱ হীন হৈ বাস কৰিম।

১৩। সাগতং ৱতমে আসি, বুদ্ধসেট্ঠস্স সন্তিকং,
তিস্সো ৱিজ্জা অনুপ্পত্তো, কতং বুদ্ধস্স সাসনং।

## অনুবাদ

ভগৱান বুদ্ধৰ শাসনত "স্বাগতম্" মোৰ পক্ষে মঙ্গলজনক হৈছে। মই ত্ৰিবিদ্যাত পাৰদৰ্শী হৈ বুদ্ধৰ শাসন প্ৰতিপালন কৰিছোঁ।

১৪। পটিসম্ভিদা চতস্সো চ, বিমোক্খাপি চ অট্ঠিমে,
ছলভিঞ্ঞা সচ্ছিকতা, কতং বুদ্ধস্স সাসনং।

## অনুবাদ

মই চাৰি প্ৰতিসম্ভিদা, অষ্টবিমোক্ষ আৰু ছয় অভিজ্ঞা লাভ কৰি বুদ্ধৰ শাসন ৰক্ষা কৰিছোঁ।

১৫। বুদ্ধপুত্তো মহাথেৰো, সীৱলী জিনসাৱকো,
উগ্গতেজো মহাৱীৰো, তেজসা জিনসাসনং।
১৬। ৰক্খন্তো সীলতেজেন, ধনৱন্তো য়সস্সিনো,
এৱং তেজানুভাৱেন, সদা ৰক্খন্তু সীৱলী।

## অনুবাদ

(১৫।১৬) বুদ্ধ-পুত্ৰ, জিন-শ্ৰাৱক, মহা-তেজী, শক্তি-শালী মহাস্থৱিৰ সীৱলীয়ে নিজৰ শীল-তেজৰ দ্বাৰা বুদ্ধৰ শাসন ৰক্ষা কৰি ধনৱানৰ দৰে যশস্বী আছিল। মহাস্থৱিৰ সীৱলীৰ এই শীল-তেজ-শক্তিৰ প্ৰভাৱত মোক সদা-সৰ্ব্বদা ৰক্ষা কৰক।

১৭। কপ্পট্ঠায়ীতি বুদ্ধস্স, বোধিমূলে নিসীদয়ী,
মাৰসেনাপ্পমদ্দন্তো, সদা ৰক্খন্তু সীৱলী।

## অনুবাদ

কল্পাৱধি-স্থায়ী বোধিতৰু-মূলত ভগৱান বুদ্ধই হেজাৰ হেজাৰ মাৰসৈন্যক পৰাজয় কৰিবৰ কাৰণে উপৱেশন কৰিছিল। এই মহা-শক্তিশালী শাসনৰ অধিকাৰী, সীৱলী স্থৱিৰৰ শীল-তেজ-শক্তিৰ প্ৰভাৱত মোক সদা-সৰ্ব্বদা ৰক্ষা কৰক।

১৮। দসপাৰমিতপ্পত্তো, পব্বজী জিনসাসনে,
গোতমং সক্কপুত্তোসি, থেৰেন মম সীৱলী।

## অনুবাদ

সীৱলীস্থৱিৰে দহ-পাৰমিতাপূৰ্ণ কৰি গৌতমবুদ্ধৰ শাসনত প্ৰব্ৰজিত হৈ শাক্যপুত্ৰ নামে অভিহিত হৈছে। গতিকে মই তেওঁৰ প্ৰতি শ্ৰদ্ধানিবেদন কৰোঁ।

১৯। মহাসাৱকা অসীতীস্থু, পুন্নখেৰো য়সস্সিনো,
ভৱভোগে অগ্গলাভীস্থু, উত্তমঙ্গেন সীৱলী।

## অনুবাদ

ভগৱান বুদ্ধৰ আশীজন মহাশ্ৰাৱকৰ ভিতৰত যশস্যালাভী আৰু ভোগ্য-বস্তুলাভীৰ মাজত শ্ৰেষ্ঠ সীৱলী মহাস্থবিৰ। সেই আশীজন শ্ৰাৱকৰে সৈতে সীৱলী মহাস্থৱিৰক অৱনত শিৰে মই বন্দনা কৰিছোঁ।

২০। এৱং অচিন্তিয়া বুদ্ধা, বুদ্ধধম্মা অচিন্তিয়া
অচিন্তিয়েস্থ পসন্নানং ৱিপাকো হোতি অচিন্তিয়ো।

## অনুবাদ

বুদ্ধৰ গুণ অনন্ত, বুদ্ধৰ ধৰ্ম্ম অনন্ত, এই অনন্ত গুণৰাশিক যিয়ে চিন্তা কৰে আৰু তাৰ প্ৰতি প্ৰসন্ন হয়। সেই প্ৰসন্নতাৰ ফলো অনন্ত।

২১। তেসং সচ্চেন সীলেন, খন্তি মেত্তবালেন চ,
তেপি মং অনুৰক্খন্তু, সব্বদুক্খৱিনাসনং।
২২। তেসং সচ্চেন সীলেন, খন্তি মেত্তবালেন চ,
তেপি মং অনুৰক্খন্তু, সব্বভয়ৱিনাসনং।
২৩। তেসং সচ্চেন সীলেন, খন্তি মেত্তবালেন চ,
তেপি মং অনুৰক্খন্তু, সব্বৰোগৱিনাসনং।

## অনুবাদ

( ২১।২২।২৩ ) তেওঁলোকৰ সত্যবাক্য, শীল-শক্তি, ক্ষান্তি আৰু মৈত্ৰীৰ প্ৰভাৱত মোৰ সকলো প্ৰকাৰৰ দুখ, ভয় আৰু ৰোগ বিনাশ হওক আৰু সকলো আপদ বিপদৰ পৰা ৰক্ষা কৰক।

## দহধৰ্ম্ম সূত্ৰ

## নিদান

ভিক্খুনং গুণসংযুত্তং য়ং দেসেসি মহামুনি,
য়ং সুত্বা পটিপজ্জন্তো সব্বদুক্খা পমুচ্চতি ;
সব্বলোক হিতত্থায় পৰিত্তং তং ভণামহে।

## অনুবাদ

ভগৱান বুদ্ধই, ভিক্ষুসকলৰ গুণযুক্ত দহধৰ্ম্ম সূত্ৰ দেশনা কৰিছিল। এই সূত্ৰটি শ্ৰৱণ কৰি ভাল দৰে আচৰণ কৰিলে সকলো দুখৰ পৰা পৰিত্ৰাণ পায়। জগতৰ হিতৰ কাৰণে, সেই সূত্ৰটি মই পাঠ কৰিম।

## সূত্ৰ

এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথ পিণ্ডিকস্স আৰামে। তত্ৰ খো ভগৱা ভিকখূ আমন্তেসি ভিক্খৱো'তি। ভদন্তে'তি তে ভিক্খূ ভগৱতো পচ্চস্সোসুং। ভগৱা এতদৱোচ—দস ইমে ভিক্খৱে ধম্মা পব্বজিতেন অভিণ্হং পচ্চ-বেক্খিতব্বা। কতমে দস ?

## অনুবাদ

মই এই দৰে শুনিছোঁ যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ জেতৱন অনাথপিণ্ডিক শ্ৰেষ্ঠীয়ে তৈয়াৰ কৰা বিহাৰত বাস কৰিছিল। সেই বিহাৰত ভগৱান বুদ্ধই ভিক্ষুসকলক সম্বোধন কৰি কৈছিল

যে, হে ভিক্ষুসকল! তেতিয়া ভিক্ষুসকলেও ভগৱান বুদ্ধৰ কথাত, ভন্তে! বুলি সন্মান প্ৰদৰ্শন কৰাত, ভগৱানে এইদৰে কলে,—হে ভিক্ষুসকল! প্ৰব্ৰজিত ভিক্ষুশ্ৰমণেৰ সকলৰ এই দহটি বিষয় পুনঃ পুনঃ দৰ্শন কৰা একান্ত প্ৰয়োজন। সেই দহোটি কি কি?

১। বেৱণ্ণিয়ম্হি অজ্ঝুপগতো'তি পব্বজিতেন অভিণ্হং
পচ্চৱেক্খিতব্বং।

## অনুবাদ

মই ডাঢ়ি-চুলি আদি খুৰাই বিৱৰ্ণ হৈছো। কোমল পালেং আৰু কাম্য সম্পত্তি ত্যাগ কৰি গছ তলত শয়ন কৰিম। পাত্ৰত ভোজন আৰু গৰুমূত, হিলিখাদি গুটিৰ ঔষধ তৈয়াৰ কৰি সেৱন কৰিবলৈ ভিক্ষুশ্ৰমণ কুলত জন্মগ্ৰহণ কৰিছোঁ। প্ৰব্ৰজিতসকলৰ এই দৰে দৰ্শন কৰা কৰ্ত্তব্য। এই দৰে দৰ্শন কৰাৰ ফলত ক্ৰোধ, পাপ আৰু অভিমান সমূলে ধ্বংস হয়।

২। পৰপটিৱদ্ধা মে জীৱিকা'তি পব্বজিতেন অভিণ্হং
পচ্চৱেক্খিতব্বং।

## অনুবাদ

মোৰ জীৱন ধাৰণৰ উপায় আনৰ ওপৰত। এই দৰে চাৰি প্ৰকাৰ ভিক্ষুৰ নিত্য প্ৰয়োজনীয় প্ৰত্যয় সম্বন্ধে লক্ষ্য কৰিলে, আজীৱন পৱিত্ৰ ভাৱে যাপন কৰিব পাৰি। চীৱৰ, পিণ্ডপাত, শয্যাসন আৰু ঔষধ এই চাৰি প্ৰকাৰ বস্তুক চাৰি প্ৰত্যয় বুলি কোৱা হয়। এই চাৰি প্ৰত্যয় গ্ৰহণ কৰিবৰ সময়ত বিশেষ ভাৱে বা প্ৰত্যাৱেক্ষণ নকৰাকৈ পৰিভোগ কৰিব নোৱাৰে।

৩। অঞ্ঞে্ঞামে আকপ্পো কৰণীয়োতি পব্বজিতেন অভিণ্হং
পচ্চৱেক্খিতব্বং।

## অনুবাদ

প্ৰব্ৰজিত সকলে গৃহীসকলৰ দৰে ফুৰা-চকা নকৰি শান্ত-শিষ্ট আৰু তললৈ মূৰ কৰিহে বিচৰণ কৰা উচিত। এনেদৰে গমণাগমণৰ ফলত, ভিক্ষুশ্ৰমণসকলৰ, অধিশীল, অধিচিত্ত আৰু অধিপ্ৰজ্ঞা এই তিনিবিধ শিক্ষা পৰিপূৰ্ণ হয়।

৪। কচ্চিনু খো মে অত্তাসীলতো ন উপৱদতী'তি
পব্বজিতেন অভিণ্‌হং পচ্চৱেক্খিতব্বং।

## অনুবাদ

আনে তোমাৰ শীলাদি আচাৰ-ব্যৱহাৰ যাতে অপৰিশুদ্ধ বুলি নিন্দা কৰিব নোৱাৰে, সেই কাৰণে নিজকে সংযত ভাৱে ৰক্ষা কৰা উচিত। এইদৰে চিন্তা কৰি চলিলে, বেয়া কামত আত্ম-লজ্জা উৎপন্ন হয়। কায়-মন-বাক্য সংযত আৰু চাৰি প্ৰকাৰৰ শীল পৰিশুদ্ধকৈ পালন কৰি, বিদৰ্শন ভাৱনা কৰিলে অৰহত মাৰ্গ ফলাদি লাভ কৰিব পৰা যায়। প্ৰব্ৰজিতৰ এইদৰে চিন্তা কৰা কৰ্ত্তব্য।

৫। কচ্চি নু খো মং অনুৱিচ্চ ৱিঞ্‌ঞূ সব্ৰহ্মচাৰী সীলতো
ন উপৱদন্তীতি পব্বজিতেন অভিণ্‌হং পচ্চৱেক্খিতব্বং।

## অনুবাদ

যেই কোনো পণ্ডিতাদি সব্ৰহ্মচাৰি সকলে মোৰ সামান্য শীল অপৰিশুদ্ধ বুলি কব নোৱাৰাকৈ, বাহিৰা লাজ-ভয় সততে ৰাখি পৰিশুদ্ধকৈ শীল পালন কৰা প্ৰব্ৰজিতসকলৰ কৰ্ত্তব্য।

৬। সব্বেহি মে পিয়েহি মনাপেহি নানাভাৱো ৱিনাভাবো'তি
পব্বজিতেন অভিণ্‌হং পচ্চবেক্খিতব্বং।

## অনুবাদ

সকলো প্ৰিয় আৰু মনোজ্ঞ বিষয়-বাসনাৰ পৰা মোৰ জন্মৰ নানা ভাৱ আৰু মৰণৰ বিনা-ভাৱ উৎপন্ন হয়। এই ভাৱনা

ভাবিলে কায়-মন-বাক্য দ্বাৰৰ প্ৰমত্ততা উৎপন্ন নহয় আৰু মৰণানুস্মৃতি শীঘ্ৰে জাগ্ৰত হয়। প্ৰব্ৰজিতসকলৰ এইদৰে চিন্তা কৰা কৰ্ত্তব্য।

৭। কম্মস্সকোম্হি কম্মদায়াদো কম্ময়োনি-কম্মবন্ধু-কম্মপটি সৰণো য়ং কম্মং কৰিস্সামি কল্যাণং ৱা পাপকং ৱা তস্স দায়াদো ভৱিস্সামী'তি পব্বজিতেন অভিণ্হং পচ্চৱেক্খিতব্বং।

### অনুবাদ

কৰ্ম্মই মোৰ সম্পত্তি, মই কৰ্ম্মৰ অধীন, কৰ্ম্মই মোৰ জন্ম-দাতা, কৰ্ম্মই মোৰ বন্ধু আৰু কৰ্ম্মই মোৰ প্ৰতিষ্ঠাতা। পাপ বা পুণ্য যি কৰ্ম্ম কৰিম তাৰ উত্তৰাধিকাৰী হম। এনে ভাৱনাৰ ফলত প্ৰব্ৰজিতৰ মন পাপত ৰমিত নহয়। প্ৰব্ৰজিতৰ এইদৰে চিন্তা কৰা কৰ্ত্তব্য।

৮। কথম্ভূতস্স মে ৰত্তিং দিৱা ৱীতিপতন্তী'তি পব্বজিতেন অভিণ্হং পচ্চৱেক্খিতব্বং।

### অনুবাদ

ৰাতি-দিন মোৰ কেনে দৰে অতিবাহিত হৈছে, অৰ্থাৎ আজি গুৰু সেৱা, পূজা-অৰ্চনাদি কাৰ্য্য আৰু ধৰ্ম্ম শিক্ষা কৰা হল নে নাই, চিন্তা কৰা উচিত। এইদৰে ভাৱনা কৰাৰ ফলত অপ্ৰমত্তৰ প্ৰতিপত্তি বৃদ্ধি হয়। প্ৰব্ৰজিতৰ এই দৰেই চিন্তা কৰা উচিত বা কৰ্ত্তব্য।

৯। কচ্চি নু খো'হং সুঞ্ঞাগাৰে অভিৰমামী'তি পব্বজিতেন অভিণ্হং পচ্চৱেক্খিতব্বং।

### অনুবাদ

মই নিৰ্জ্জন ঠাইত কেতিয়া কেনেকৈ অকলহৰে, ধ্যানত নিমগ্ন হব পাৰিম। এনে ভাৱনাৰ ফলত কায়-বিবেক পৰিপূৰ্ণ প্ৰাপ্ত হয়। প্ৰব্ৰজিতসকলৰ এইদৰে চিন্তা কৰা কৰ্ত্তব্য।

১০। অথি নু খো মে উত্তৰিমনুস্‌সধম্মা আলমৰিয় ঞানদসস্‌ন
ৱিসেসো অধিগতো সো'হং পচ্ছিমেকালে সব্ৰহ্মচাৰীহি
পুট্‌ঠো মধু ন ভৱিস্‌সামী'তি পব্বজিতেন অভিণ্‌হং
পচ্চৱেক্‌খিতব্বং।
ইমে খো ভিক্‌খৱে দসধম্মা পব্বজিতেন অভিণ্‌হং
পচ্চৱেক্‌খিতব্বং। ইদমাৱোচ ভগৱা অত্তমনা তে ভিক্‌খ
ভগৱতো ভাসিতং অভিনন্দুন্তি।

## অনুবাদ

আৰ্য্যসকলৰ সেৱিত দহ প্ৰকাৰ কৰ্ম্মৰ দ্বাৰা আৰ্য্যজ্ঞানত প্ৰতিষ্ঠিত হৈছো নে? ক্লেশ ধ্বংস কৰি পবিশুদ্ধ জ্ঞান উৎপন্ন লোকোত্তৰ ধৰ্ম্ম লাভ কৰিছো নে? সেই অধিগত গুণ ৰাশি মৃত্যু শয্যাত পৰি থকা অৱস্থাত যদি কোনো সব্ৰহ্মচাৰিয়ে সোধে, তেতিয়া সেই গুণবিলাকৰ সমৰ্থন জনাবলৈ পৰাঙ্মুখ নহম। এনে ভাৱনাৰ ফলত মৃত্যু তুচ্ছ নহয়। প্ৰব্ৰজিৰ এইদৰে চিন্তা কৰা কৰ্ত্তব্য।

হে ভিক্ষুসকল! প্ৰব্ৰজিতসকলৰ এই দহ প্ৰকাৰ ধৰ্ম্ম দৰ্শন কৰি বিচৰণ কৰা উচিত।

ভগৱান বুদ্ধৰ এনে বাক্য শুনি ভিক্ষুসংঘই সন্তোষ মনে ভগৱান বুদ্ধৰ ভাষণত অভিনন্দন জনালে।

## ধ্বজাগ্ৰ সূত্ৰ

## নিদান

১। য়স্‌সানুস্‌সৰণেনা'পি, অন্তলিক্‌খে'পি পাণিনো,
পতিট্‌ঠমধিগচ্ছন্তি, ভূমিয়ং ৱিয় সব্বথা।
২। সব্বুপদ্দৱ জালম্হা, য়ক্‌খচোৰাদি সম্ভৱা,
গণনা ন চ মুত্তানং, পৰিত্তং তং ভণামহে।

## অনুবাদ ১।২

যি পৰিত্ৰাণ বাৰে বাৰে অনুস্মৰণ কৰিলে প্ৰাণীবিলাকে পৃথিৱীৰ দৰেই আকাশতো সকলো সময়তে প্ৰতিষ্ঠা লাভ কৰে যক্ষ চোৰাদি নানা উপদ্ৰৱৰ পৰা ৰক্ষা পোৱা প্ৰাণীৰ সীমা-সংখ্যা নাই। এতিয়া (মই) সেই ধ্বজাগ্ৰ-পৰিত্ৰাণমন্ত্ৰ তোমালোকৰ সন্মুখত পাঠ কৰিম।

## সূত্ৰ

১। এৱং মে সুতং, একং সময়ং ভগৱা, সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্‌স আৰামে। তত্ৰ খো ভগৱা ভিক্‌খূ আমন্তেসি—"ভিক্‌খৱো"তি। "ভদন্তে"তি তে ভিক্‌খূ ভগৱতো পচ্চস্‌সোসুং। ভগৱা এতদৱোচ,—।

## অনুবাদ

মই এই দৰে শুনিছোঁ যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ জেতৱন উদ্যানত সজুৱা অনাথপিণ্ডিক শ্ৰেষ্ঠীৰ বিহাৰত বাস কৰিছিল। সেই সময়ত ভগৱান বুদ্ধই ভিক্ষুসকলক সম্বোধন কৰি কৈছিল—"হে ভিক্ষুসকল! ভিক্ষুসকলেও—'ভন্তে'! বুলি প্ৰত্যুত্তৰ কৰিলত; ভগৱান বুদ্ধই এইদৰে কলে,—।

২। ভূতপুব্বং ভিক্‌খৱে দেৱাসুৰ-সঙ্গামো সমূপব্বুল্‌হা অহোসি। অথখো ভিক্‌খৱে! সক্কো দেৱানমিন্দো দেৱে তাৱতিংসে আমন্তেসি, সচেৱো মাৰিস দেৱানং সঙ্গামগতানং উপ্পজ্জেয়্য ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা মমেৱ তস্মিং সময়ে ধজগ্‌গং উল্লোকেয়্যাথ। মমং হি ৱো ধজগ্‌গং উল্লোকয়তং য়ং ভৱিস্‌সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

হে ভিক্ষুসকল! বহুকালৰ আগত এবাৰ দেৱাসুৰৰ মাজত সংগ্ৰাম উপস্থিত হৈছিল। দেৱৰাজ ইন্দ্ৰই ত্ৰয়ুতিংশ স্বৰ্গৰ দেৱতা-

সকলক আহ্বান কৰি কৈছিল যে, 'দেৱতাসকল!' যদি সংগ্ৰাম-ক্ষেত্ৰত তোমালোকৰ কোনো ভয় বা নিৰ্জ্জনতা বা ৰোমাঞ্চিতক কাৰণ উৎপন্ন হয়, তেন্তে মোৰ ধ্বজাগ্ৰ বা পতাকা দৰ্শন কৰিবা। মোৰ পতাকা দৰ্শন কৰিলে সঁচাকৈয়ে তোমালোকৰ ভয়-নিৰ্জ্জনতা বা ৰোমাঞ্চিতকৰ সংশয় আঁতৰ হব।

৩। নো চে মে ধজগ্‌গং উল্লোকেয়্যাথ, অথ পজাপতিস্‌স দেৱৰাজস্‌স ধজগ্‌গং উল্লোকেয়্যাথ, পজাপতিস্‌স হি ৱো দেৱৰাজস্‌স ধজগ্‌গং উল্লোকয়তং য়ং ভৱিস্‌সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

যদি মোৰ পতাকা দৰ্শন নকৰা তেন্তে দেৱৰাজ প্ৰজাপতিৰ পতাকা দৰ্শন কৰিবা। দেৱৰাজ প্ৰজাপতিৰ পতাকা দৰ্শন কৰিলে, তোমালোকৰ যি ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশঙ্কা উৎপন্ন হব, সেই সকলোবিলাক দূৰীভূত হব।

৪। নো চে পজাপতিস্‌স দেৱৰাজস্‌স ধজগ্‌গং উল্লোকেয়্যাথ, অথ বৰুণসস্ দেৱৰাজস্‌স ধজগ্‌গং উল্লোকেয়্যাথ; বৰুণস্‌স হি ৱো দেৱৰাজস্‌স ধজগ্‌গং উল্লোকয়তং, য়ং ভৱিস্‌সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

যদি দেৱৰাজ প্ৰজাপতিৰ পতাকা দৰ্শন নকৰা তেন্তে দেৱৰাজ বৰুণৰ পতাকা দৰ্শন কৰিবা। দেৱৰাজ বৰুণৰ পতাকা দৰ্শন কৰিলে; তোমালোকৰ যি ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশংকা উৎপন্ন হব, সেই সকলোবিলাক দূৰীভূত হব।

৫। নো চে ৱৰুণস্‌স দেৱৰাজস্‌স ধজগ্‌গং উল্লোকেয়্যাথ, অথ ঈসানস্‌স দেৱৰাজস্‌স ধজগ্‌গং উল্লোকেয়্যাথ, ঈশানস্‌স হি ৱো

দেৱৰাজস্স ধজগ্গং উল্লোকয়তং, য়ং ভৱিস্সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্সতি।

## অনুবাদ

যদি দেৱৰাজ বৰুণৰ পতাকা দৰ্শন নকৰা তেন্তে দেৱৰাজ ঈশানৰ পতাকা দৰ্শন কৰিবা। দেৱৰাজ ঈশানৰ পতাকা দৰ্শন কৰিলে, তোমালোকৰ যি ভয় সংশয় বা ৰোমাঞ্চিতকৰ আশংকা উৎপন্ন হব, সেই সকলোবিলাক দূৰীভূত হব।

৬। তং খো পন ভিক্খৱে সক্কস্স ৱা দেৱানমিন্দস্স ধজগ্গং উল্লোকয়তং, পজাপতিস্সৱা দেৱৰাজস্স ধজগ্গং উল্লোকয়তং, ৱৰুণস্স ৱা দেৱৰাজস্স ধজগ্গং উল্লোকয়তং, ঈসানস্স ৱা দেৱৰাজস্স ধজগ্গং উল্লোকয়তং য়ং ভৱিস্সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসোৱা সো পহীয়েথা'পি, নোপি পহীয়েথ। তং কিস্স হেতু? সক্কো হি ভিক্খৱে দেৱানমিন্দো, অৱীতৰাগো, অৱীতদোসো, অৱীতমোহো, ভীৰু ছম্ভী উত্ৰাসী পলায়ী'তি।

## অনুবাদ

হে ভিক্ষুসকল! সেই দেৱেন্দ্ৰ শক্ৰৰ পতাকা দৰ্শনত, দেৱৰাজ প্ৰজাপতিৰ পতাকা দৰ্শনত, দেৱৰাজ বৰুণৰ পতাকা দৰ্শনত নাইবা দেৱৰাজ ঈশানৰ পতাকা দৰ্শনত ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশঙ্কা সময়ত দূৰীভূত হব পাৰে আৰু সময়ত দূৰীভূত নহবও পাৰে। ইয়াৰ কাৰণ কি? দেৱেন্দ্ৰশক্ৰৰ ৰাগ, দ্বেষ আৰু মোহ ক্ষয় হোৱা নাই। তেওঁলোক ভীৰু, সন্ত্ৰস্ত, ত্ৰাসিত আৰু পলায়নকাৰী।

৭। অহঞ্চ খো ভিক্খৱে এৱং ৱদামি, সচে তুম্হাকং ভিক্খৱে অৰঞ্ঞগতানং ৱা ৰুক্খমূলগতানং ৱা সুঞ্ঞাগাৰগতানং ৱা, উপ্পজ্জেয়্য ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা, মমেৱ তস্মিং সময়ে অনুস্সৰেয়্যাথ। "ইতি পি সো ভগৱা অৰহং সম্মাসম্বুদ্ধো ৱিজ্জা-

চৰণ-সম্পন্নো সুগতো লোকৱিদূ অনুত্তৰো পুৰিসদম্মসাৰথী সথা দেৱ-মনুস্‌সানং বুদ্ধো ভগৱা'তি।" মমং হি ৱো ভিক্‌খৱে অনুস্‌সৰতং, য়ং ভৱিস্‌সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

হে ভিক্ষুসকল! মই এইদৰেই উপদেশ দিওঁ—বনত কিংবা গছৰ তলত নাইবা খোলামেলাদি ঠাইত বাস কৰোঁতে, যদি তোমালোকৰ কোনোপ্ৰকাৰৰ ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশঙ্কা উৎপন্ন হয় তেন্তে মোক সোঁৱৰিবা। "এইবিলাক কাৰণে তেওঁ ভগৱান, অৰহত, সম্যকসম্বুদ্ধ, বিদ্যাচৰণসম্পন্ন, সুগত, লোকবিদ, অনুত্তৰ, পুৰুষদমনৰ সাৰথি, দেৱ-মানৱ সকলৰ গুৰু, ভগৱান বুদ্ধ।" হে ভিক্ষুসকল। এই দৰে মোৰ বিষয়ে সোঁৱৰিলে ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশঙ্কা যিবিলাক উৎপন্ন হব, সেই সকলোবিলাক দূৰীভূত হৱ।

৮। নো চে মং অনুস্‌সৰেয়্যাথ, অথ ধম্মং অনুস্‌সৰেয়্যাথ, "স্বাক্‌খাতো ভগৱতা ধম্মো সন্দিটিঠ্‌কো অকালিকো এহিপসিস্‌কো ওপনায়িকো পচ্চত্তং ৱেদিত্তব্বো ৱিঞ্‌ঞূহী"তি। ধম্মং হি ৱো ভিক্‌খৱে অনুস্‌সৰতং, য়ং ভৱিস্‌স ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

যদি মোক নোসোঁৱৰা তেন্তে মোৰ ধৰ্ম্মক সোৱৰণ কৰিবা। "ভগৱান বুদ্ধৰ দ্বাৰা সুন্দৰকৈ ব্যাখ্যা কৰা ধৰ্ম্ম, প্ৰত্যক্ষফলপ্ৰদ ফললাভৰ সময়াসময় নাই, অহাঁ চোৱাঁহি, নিৰ্ব্বাণ উপনয়নকাৰী আৰু জ্ঞানীসকলৰ জ্ঞাতব্য ধৰ্ম্ম।" হে ভিক্ষুসকল! ধৰ্ম্মক সোঁৱৰিলে, তোমালোকৰ যি কোনো ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশংকা উৎপন্ন হয়, সেইবিলাক সচাঁকৈয়ে দূৰীভূত হব।

৯। নো চে ধম্মং অনুস্‌সৰেয়্যাথ, অথ সঙ্ঘং অনুস্‌সৰেয়্যাথ,

"সুপটিপন্নো ভগৱতো সাৱকসঙ্ঘো, উজুপটিপন্নো ভগৱতো সাৱকসঙ্ঘো ঞায়পটিপন্নো ভগৱতো সাৱকসঙ্ঘো, সামীচিপটিপন্নো ভগৱতো সাৱকসঙ্ঘো, য়দিদং চত্তাৰি পুৰিসয়ুগানি অট্‌ঠপুৰিস পুগ্‌গলা এস ভগৱতো সাৱকসঙ্ঘো, আহুণেয়্যো পাহুণেয়্যো দক্‌খিণেয়্যো অঞ্জলিকৰণীয়ো অনুত্তৰং পুঞ্‌ঞক্‌খেত্তং লোকস্‌সাতি।" সঙ্ঘহিৱো ভিক্‌খৱে অনুস্‌সৰতং য়ং ভৱিস্‌সতি ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহংসো ৱা সো পহীয়িস্‌সতি।

## অনুবাদ

যদি ধৰ্ম্মক নোসোৱঁৰা তেন্তে সংঘক সোৱঁৰিৱা। "ভগৱান বুদ্ধৰ শ্ৰাৱকসকল সু-পথৰ পথিক, নিপুণ পথিক আৰু নিৰ্ব্বাণ গন্তব্যত উপনীত পথিক। গতিকে তেওঁৰশ্ৰাৱক সকল আহ্বানৰ যোগ্য, যোগ্য বস্তু দিয়াৰ পাত্ৰ, দক্ষিণাৰ যোগ্য, নমস্কাৰৰ যোগ্য, অদ্বিতীয়পুণ্য ক্ষেত্ৰ, এই জগতত।" হে ভিক্ষুসকল! সংঘক সোৱঁৰিলে তোমালোকৰ যি ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশংকা উৎপন্ন হয় সেই সকলোবিলাক সচাঁকৈয়ে আঁতৰ হব।

১০। তং কিস্‌স হেতু? তথাগতো হি ভিক্‌খৱে অৰহং সম্মা-সম্বুদ্ধো ৱীতৰাগো, ৱীতদোসো, ৱীতমোহো অভীৰু অচ্ছম্ভী অনুত্ৰাসি অপলায়ী'তি—ইদমাৱোচ ভগৱা ইদং ৱত্বান সুগতো অথাপৰং এতদৱোচ সত্থা।—

## অনুবাদ

তাৰ কাৰণ কি? হে ভিক্ষুসকল! তথাগত অৰহত সম্যক সম্বুদ্ধ ৰাগ-দ্বেষ-মোহৰ পৰা উত্তীৰ্ণ আৰু নিৰ্ভীক, নিচল, অত্ৰাসী আৰু পলায়নকাৰী নহয়। এই কথা ব্যক্ত কৰি ভগৱান বুদ্ধই তলত লিখা গাথাটি ভাষণ কৰিলে।

১১। অৰঞ্‌ঞে ৰুক্‌খমূলে বা সুঞ্‌ঞাগাৰে ৱা ভিক্‌খৱো,
অনুস্‌সৰেথ সম্বুদ্ধং ভয়ং তুম্‌হাকং নো সিয়া।

## অনুবাদ

হে ভিক্ষুসকল! অৰণ্যত, গছৰ তলত কিংবা মুকলি ঠাইত যি কোনো ক্ষেত্ৰতে আৰু যি কোনো সময়তে সম্যক সম্বুদ্ধক সোঁৱৰিবা। তেতিয়া তোমালোকে সকলো ভয়ৰ পৰা ৰক্ষা পাবা।

১২। নো চে বুদ্ধং সৰেয়্যাথ, লোকজেট্‌ঠং নৰাসভং,
অথ ধম্মং, সৰেয়্যাথ ; নীয়্যানিকং সুদেসিতং।

## অনুবাদ

যদি ভগৱান বুদ্ধক স্মৰণ নকৰা তেন্তে নিৰ্ব্বাণ পথ প্ৰদৰ্শক সুন্দৰকৈ দেশিত ধৰ্ম্মক স্মৰণ কৰিবা।

১৩। নো চে ধম্মং সৰেয়্যাথ নীয়ানিকং সুদেসিতং,
অথ সংঘং সৰেয়্যাথ পুঞ্‌ঞক্‌খেত্তং অমুত্তৰং।

## অনুবাদ

যদি নিৰ্ব্বণ পথ প্ৰদৰ্শক সুদেশিত ধৰ্ম্মক স্মৰণ নকৰা তেন্তে অদ্বিতীয় পুণ্যক্ষেত্ৰ সংঘক সোঁৱৰিবা।

১৪। এৱং বুদ্ধং সৰন্তানং ধম্মং সজ্ঘং চ ভিক্‌খৱো,
ভয়ং ৱা ছম্ভিতত্তং ৱা লোমহং সো ন হেস্‌সতীতি।

## অনুবাদ

হে ভিক্ষুসকল! এইদৰে যিয়ে বুদ্ধ, ধৰ্ম্ম আৰু সংঘক সোঁৱৰে তেওঁলোকৰ ভয়-সংশয় বা ৰোমাঞ্চিতকৰ আশংকা সকলোবিলাক দূৰ হয়।

# মৈত্ৰী সূত্ৰ

## নিদান

অগ্‌গিক্‌খন্ধোপমং সুত্বা জাতসংৱেগ ভিক্‌খূনং,
অস্‌সাদত্থায় দেসেসি য়ং পৰিত্তং মহামুনি ;
সব্বলোকহিতত্থায় পৰিত্তং তং ভণাম হে।

## অনুবাদ

অগ্নিশিখা উপমাযুক্ত সূত্রটি শুনি ভিক্ষুসকলৰ যি তিনি প্ৰকাৰৰ দুঃখ উৎপন্ন হৈছিল, মহামুনি ভগৱান বুদ্ধই সেই ভিক্ষুসকলক মৈত্ৰীভাৱনা প্ৰদান কৰি সুখ-উৎপাদনৰ কাৰণে, এই মৈত্ৰীসূত্ৰটি দেশনা কৰিছিল। সেই সূত্ৰটি ত্ৰিভুৱনৰ হিতৰ কাৰণে তোমালোকৰ আগত পাঠ কৰিম।

## সূত্ৰ

এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্‌স আৰামে। তত্র খো ভগৱা ভিক্‌খূ আমন্তেসি। ভিক্‌খৱোতি! ভদন্তেতি তে ভিক্‌খূ ভগৱতো পচ্চস্‌সোস্সুং। ভগৱা এতদৱোচ। মেত্তায় ভিক্‌খৱে চেতো ৱিমুত্তিয়া, আসেৱিতায় ভাৱিতায় ৱহুলীকতায়, য়ানিকতায় ৱত্থুকতায় অনুটি্ঠতায় পৰিচিতায় সুসমাৰদ্ধায়, একাদসানিসংসা পাটিকঙ্খা। কত মে একাদস? সুখং সুপতি, সুখং পটিবুজ্ঝতি, ন পাপকং সুপিনং পস্‌সতি, মনুস্‌সানং পিয়ো হোতি, অমনুস্‌সানং পিয়ো হোতি, দেৱতা ৰক্‌খন্তি, নাস্‌স অগ্‌গিংৱা ৱিসং ৱা সত্থং ৱা খমতি, তুৱটং চিত্তং সমাধীয়তি, মুখৱণ্ণো ৱিপ্পসীদতি, অসম্মুল্‌হো কালং কৰোতি, উত্তৰিং অপটিৱিজ্ঝন্তো ব্ৰহ্ম-লোকূপগো হোতি। মেত্তায় ভিক্‌খৱে চেতো ৱিমুত্তিয়া, আসেৱিতায় ভাৱিতায় ৱহুলীকতায়, য়ানিকতায় ৱত্থুকতায় অনুটি্ঠতায় পৰিচিতায় সুসমাৰদ্ধায় ইমে একাদসানিসংসা পাটিকঙ্‌খাতি। ইদমবোচ ভগৱা, অত্তমনা তে ভিক্‌খূ ভগৱতো ভাসিতং অভিনন্দুন্তি।

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ অনাথপিণ্ডিক শ্ৰেষ্ঠীৰ নিৰ্ম্মিত জেতৱন বিহাৰত বাস কৰিছিল। সেই সময়ত ভগৱান বুদ্ধই—হে ভিক্ষুসকল! বুলি আহ্বান

কৰি কলে। ভিক্ষুসকলেও ভগৱান বুদ্ধৰ আহ্বানত আনন্দ লভি প্ৰত্যুত্তৰ প্ৰদান কৰিলে। হে ভিক্ষুসকল! মৈত্ৰী চিন্তাৰ দ্বাৰা চিত্তবিমুক্তি, আদৰযুক্ত সেৱা, ভাৱনা ক্ৰমে বৃদ্ধি, পুনঃ পুনঃ ভাৱনাত নিবিষ্ট হোৱা, যুক্ত ৰথৰ দৰে, প্ৰতিষ্ঠিত বস্তুৰ দৰে, জাগৰীত শীল, চাৰিওফালে পৰিচয়, এইবিলাক সুন্দৰকৈ পালন কৰিলে, এঘাৰ প্ৰকাৰ ফল সজ্ঞানে দেখিবলৈ পায়। সেই এঘাৰ প্ৰকাৰ ফল কি কি? (১) সুখেৰে শয়ন কৰিব পাৰে আৰু প্ৰলাপাদি নবকে, (২) সুখেৰে হাৰ পায় আৰু কোনো উদ্বেগ ভাৱ মনত নাথাকে, (৩) পাপজনক সপোন নেদেখি ভাল সপোন দেখে, (৪) সকলোৰে প্ৰিয়পাত্ৰ হয়, (৫) অমানুষ্যসকলৰ প্ৰিয়-মিত্ৰ হয়, (৬) দেৱতা-সকলে ৰক্ষা কৰে, (৭) এই দেহ জুই, বিষ বা অস্ত্ৰাদিৰ দ্বাৰা ক্ষতিসাধন নহয়, (৮) অতি শীঘ্ৰে চিত্ত একাগ্ৰতা হয়, (৯) মুখমণ্ডলৰ সৌন্দৰ্য্য বৃদ্ধি হয়, (১০) যথাসময়ত শোৱাৰ দৰে মৃত্যুবৰণ কৰে, (১১) এই ভাৱনাৰ দ্বাৰা অৰহত ফল লাভ কৰিব নোৱাৰিলেও ব্ৰহ্মালোক পৰ্য্যন্ত লাভ কৰিব পাৰে। হে ভিক্ষুসকল! মৈত্ৰীৰ দ্বাৰা, চিত্তবিমুক্তি, আনৰ আদৰ অভ্যৰ্থনা, ভাৱনা ক্ৰমে বৃদ্ধি, পুনঃ পুনঃ ভাৱনাত নিবিষ্ট, সংযুক্ত ৰথৰ দৰে, প্ৰতিষ্ঠিত বস্তুৰ দৰে, জাগৰীত শীল, চাৰিওফালে পৰিচয়, ভালদৰে এইবিলাক পালন কৰিলে উক্ত এঘাৰ প্ৰকাৰ ফল হাতে হাতে লাভ কৰা যায়। ভগৱান বুদ্ধৰ এই কথা শুনি, ভিক্ষুসকলে আনন্দ প্ৰকাশ কৰি, তেওঁৰ ব্যক্ত বাণীৰ অনুমোদন জনালে।

## মৈত্ৰীৰ অনিশংস সূত্ৰ

### নিদান

পূৰেন্তো বোধিসম্ভাৰে নাথো তেমিয়জাতিয়ং,
মিত্তানিসংসং য়ং আহ সুনন্দং নাম সাৰথিং;
সব্বলোক হিতত্থায় পৰিত্তং তং ভণামহে।

## অনুবাদ

লোকনাথ ভগৱান বুদ্ধই তেমিয় কুমাৰ জন্মত বোধিজ্ঞান পূৰ্ণ কৰিবৰ কাৰণে সুনন্দ সাৰথিক উপলক্ষ্য কৰি য়ি মৈত্ৰী সূত্ৰটি পাঠ কৰিছিল, এতিয়া জগতৰ হিতাৰ্থে সেই সূত্ৰটি মই তোমালোকৰ আগত পাঠ কৰিম।

## সূত্ৰ

১। পহূতভক্খো ভৱতি ৱিপ্পৱুত্থো সকা ঘৰা,
বহূনং উপজীৱন্তি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি যি মানুহে জ্ঞাতি-বন্ধু সকলৰ অহিত চিন্তা নকৰে, তেওঁলোকে বিদেশলৈ গলেও নানা খাদ্য সামগ্ৰী লাভ কৰে আৰু তেওঁৰ আশ্ৰয়ত বহুত মানুহে বাস কৰি থাকে।

২। য়ং য়ং জনপদং য়াতি নিগমে ৰাজধানিয়ো,
সব্বত্থ পূজিতো হোতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত চিন্তা নকৰে, তেওঁলোকে যিকোনো নগৰ, চহৰ, বা ৰাজধানী আদিলৈ নাযাওক লাগিলে, সকলো ঠাইতে তেওঁলোকে সেৱাপূজা আৰু সন্মান লাভ কৰে।

৩। নাস্স চোৰা পসহন্তি নাতিমঞ্ঞেতি খত্তিয়ো,
সব্বে অমিত্তে তৰতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত কামনা নকৰে, তেওঁলোকক চোৰে অত্যাচাৰ কৰিব নোৱাৰে আৰু ক্ষত্ৰীয়

সকলে বলেৰে কোনো সা-সম্পত্তি কাঢ়ি নিব নোৱাৰে। সেই জ্ঞাতি-বন্ধুৰ হিতাকাঙ্ক্ষী সকলৰ কোনো অমিত্ৰকৰ ঘটনা নহয়।

৪। অক্কুদ্ধো সঘৰং এতি সভায় পটিনন্দিতো,
ঞাতীনং উত্তমো হোতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত চিন্তা নকৰে, তেওঁলোকে ভ্ৰমণলৈ গৈ কোনো দোষ-কষ্টাদি নোপোৱাকৈ নিজ ঘৰলৈ ঘূৰি আহে। সভা-সমিতি আদিত প্ৰশংসাৰ পাত্ৰ হয় আৰু জ্ঞাতিসকলৰ মাজত সসম্মানে শ্ৰেষ্ঠ স্থান লাভ কৰে।

৫। সক্কত্বা সক্কতো হোতি গৰু হোতি সগাৰৱো,
ৱণ্ণকিত্তিভতো হোতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত চিন্তা নকৰে, আৰু আনক সেৱা-পূজা কৰে, মানে, প্ৰশংসা কৰে, তেওঁকো আনে সেৱা-পূজা সন্মান প্ৰশংসা কৰে আৰু তেওঁৰ নাম-যশ চাৰিওফালে বিয়পী পৰে।

৬। পূজকো লভতে পূজং ৱন্দকো পটিৱন্দনং,
য়সো কিত্তিঞ্চ পপ্পোতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত চিন্তা নকৰে, তেওঁলোকে আনক পূজা-সেৱা কৰি, নিজেও সেৱা-পূজা লাভ কৰে আৰু তেওঁলোকে জ্ঞানী-মানী-ধনী-দানী আৰু গুণী আদি সৎকুলত জন্মগ্ৰহণ কৰি, নিজেও যশস্বী হয়।

৭। অগি্‌গ য়থা পজ্জলতি দেৱতাৱ ৱিৰোচতি,
সিৰিয়া অজহিতো হোতি য়ো মিত্তানং ন'দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুৰ অহিত কামনা নকৰে, তেওঁলোকৰ দেহৰ পৰা অগ্নিৰ দৰে জ্যোতি বাহিৰ হয়, দেৱতাৰ দৰে দিব্য-মূৰ্ত্তি বিকাশ পায় আৰু তেওঁলোকৰ শ্ৰীসম্পন্নৰ কথা চাৰিও ফালে ঘোষিত হয়।

৮। গাৱো তস্‌স পজায়ন্তি খেত্তে বুত্থং ৱিৰূহতি,
বুত্থানং ফলমস্নাতি য়ো মিত্তানং ন' দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত কামনা নকৰে, তেওঁলোকৰ গোহালীত—গৰু, পথাৰত—ধান, বাৰীত—তাঁমোল, খুঁটিত—পান, ভৰাঁলত—ধান আৰু সকলো প্ৰকাৰ সম্পত্তিয়ে উভৈনদী হয়। এই ফল তেওঁলোকে ভোগ কৰি থাকে।

৯। দৰিতো পব্বততো ৱা ৰুক্‌খতো পতিতো নৰো,
চুতো পতিট্‌ঠং লভতি য়ো মিত্তানং ন' দূভতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত কামনা নকৰে তেওঁলোকে পানীত বা পৰ্ব্বতৰ পৰা বা গছৰ পৰা পৰিলেও ৰক্ষা পায়।

১০। ৱিৰূলহ্‌মূলসন্তানং নিগ্ৰোধমিৱ মালুতো,
অমিত্তা নপ্পসহন্তি য়ো মিত্তানং ন' দূভতীতি।

## অনুবাদ

হে সাৰথি! যি মানুহে জ্ঞাতি-বন্ধুসকলৰ অহিত চিন্তা নকৰে, তেওঁলোকক, যেনেকৈ শিপাযুক্ত বৰগছ প্ৰৱল বতাহে উভালিব নোৱাৰে, তেনেকৈ জ্ঞাতি-বন্ধুসকলৰ পৰা বিচ্ছেদ কৰিব নোৱাৰে।

## চন্দ্ৰ সূত্ৰ

### নিদান

বাহুনা গহিতো চন্দো মুত্তো য়স্‌সানুভাৱতো,
সব্বৱেৰি ভয়ং নাসং পৰিত্তং তং ভণাম হে।

### অনুবাদ

বুদ্ধ-ভাষিত যি পৰিত্ৰাণৰ প্ৰভাৱত ৰাহুৱে গিলা চন্দ্ৰ মুক্ত হৈছিল; সেই নিচিনা বিঘ্ন নাশক সূত্ৰ বা পৰিত্ৰাণ মই তোমা-লোকৰ আগত পাঠ কৰিম।

### সূত্ৰ

এৱং মে সুতং একং সময়ং ভগৱা সাৱথিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্‌স আৰামে। তেন খো পন সময়েন, চন্দিমা দেৱ-পুত্তো ৰাহুনা অসুৰিন্দেন গহিতো হোতি। অথ খো চন্দিমা দেৱপুত্তো ভগৱন্তং অনুস্‌সৰমানো, তায়ং ৱেলায়ং ইমং গাথং অভাসি।

### অনুবাদ

মই এই দৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ অনাথপিণ্ডিক শ্ৰেষ্ঠীয়ে সজোৱা জেতৱন ৱিহাৰত বাস কৰিছিল। সেই সময়ত চন্দ্ৰ-গ্ৰহণ অৰ্থাৎ চন্দ্ৰিমা দেৱপুত্ৰক ৰাহুৱে গ্ৰাস কৰিছিল। তাৰ পাচত চন্দ্ৰিমা দেৱপুত্ৰই ভগৱান বুদ্ধক সোঁৱৰি এই গাথা কৈছিল।

১। নমো তে বুদ্ধৱীৰত্থু ৱিপ্পমুত্তোসি সব্বধী,
সম্বাধ পটিপন্নোস্মি তস্‌স মে সৰণং ভৱা'তি।

### অনুবাদ

হে বুদ্ধবীৰ! আপুনি সকলো পাপ-তৃষ্ণাৰ পৰা মুক্ত, মই এতিয়া ভয়-সংকুল ঠাইত উপস্থিত হৈছোহি। গতিকে এই বিপদ-

সংকুলৰ পৰা মুক্ত হবৰ কাৰণে আপোনাক সোঁৱৰি আপোনাৰ শৰণাপন্ন হৈছো।

অথ খো ভগৱা চন্দিমং দেৱপুত্তং আৰম্ভ ৰাহুং অসুৰিন্দং গাথায় অজ্ঝভাসি।

২। তথাগতং অৰহন্তং চন্দিমা সৰণং গতো,
ৰাহু চন্দং পমুঞ্চস্সু বুদ্ধা লোকানুকম্পকাতি।

## অনুবাদ

তাৰ পাচত ভগৱান বুদ্ধই চন্দ্রিমা দেৱপুত্র আৰু অসুৰিন্দ্র ৰাহুক উপলক্ষ্য কৰি এই গাথ পাঠ কৰিলে।

হে ৰাহু! তথাগত অৰহত সম্যক সম্বুদ্ধৰ চন্দ্রিমা দেৱপুত্রই শৰণাপন্ন হৈছে। গতিকে তথাগত আৰু চন্দ্রিমা দেৱপুত্রৰ প্রতি অনুকম্পা কৰি আৰু জগতৰ হিতৰ কাৰণে চন্দ্রিমা দেৱপুত্রক এৰি দিয়া।

অথ খো ৰাহু অসুৰিন্দো চন্দিমং দেৱপুত্তং মুঞ্চিত্বা তৰমানৰূপো, য়েন ৱেপচিত্তি অসুৰিন্দো তেনুপসংকমি। উপসঙ্কমিত্বা সংৱিগ্গো লোমহট্ঠজাতো একমন্তং অট্ঠাসি। এক মন্তং ঠিতং খো ৰাহুং অসুৰিন্দং ৱেপচিত্তি অসুৰিন্দো গাথায় অজ্ঝভাসি—।

৩। কিন্নু সন্তৰমানো'ৱ ৰাহু চন্দং পমুঞ্চসি,
সংৱিগ্গৰূপো আগম্ম কিন্নু ভীতোৱ তিট্ঠসীতি।

## অনুবাদ

তথাগতৰ এই বাক্য শুনি, অসুৰেন্দ্র ৰাহুৱে চন্দ্রিমাদেৱপুত্রক এৰি বিজুলী সঞ্চাৰে আহি য'ত ৱেপচিত্ত অসুৰেন্দ্র আছিল তাত সংবিগ্ন আৰু ৰোমাঞ্চিত হৈ উপস্থিত হলহি আৰু একাষে থিয় হৈ অসুৰিন্দ্র বেপচিত্তিয়ে গাথাৰে কলে।

হে ৰাহু! চন্দ্রক শীঘ্রে এৰি দি সংবেগ আৰু ভয়াতুৰৰ দৰে কিয় ইয়াত উপস্থিত হৈছাহি?

৪। সত্তধা মে ফলে মুদ্ধা জীৱন্তো ন সুখং লভে,
বুদ্ধগাথাভি গীতোম্হি নোচে মুঞ্চেয্য চন্দিমন্তি।

## অনুবাদ

মই ভগৱান বুদ্ধৰ দেশিত গাথাৰ অনুপ্ৰাণিত হৈ, যদি চন্দ্ৰক বিমান পথ এৰি নিদিওঁ তেন্তে মোৰ মূৰটো সাতফাল হব। ভৱিষ্যতলৈ জীৱন ধাৰণ কৰিব পাৰিলেও আৰু সুখ-শান্তি লাভ কৰিব নোৱাৰিম।

# সূৰ্য্য পৰিত্ৰাণ

## নিদান

সূৰিয়ো ৰাহু গহিতো মুত্তো য়স্সানুভাৱতো,
সব্বৱেৰি ভয়ং নাসং পৰিত্তং তং ভণাম হে।

## অনুবাদ

যি ভগৱান বুদ্ধৰ পৱিত্ৰ গুণৰ প্ৰভাৱত ৰাহুৱে গ্ৰাস কৰা সূৰ্য্যদেৱপুত্ৰ মুক্ত হৈছিল, সেই পৱিত্ৰ পৰিত্ৰাণ মই এতিয়া পাঠ কৰিম।

এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্স আৰামে। তেন খো পন সময়েন সূৰিয়ো দেৱপুত্তো ৰাহুনা অসুৰিন্দেন গহিতো হোতি। অথ খো সূৰিয়ো দেৱপুত্তো ভগৱন্তং অনুস্সৰমানো তায়ং ৱেলায়ং ইমং গাথং অভাসি—

১। নমোতে বুদ্ধৱীৰত্থু ৱিপ্পমুত্তোসি সব্বধী,
সম্বাধপটিপন্নোস্মি তস্স মে সৰণং ভৱাতি।

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ অনাথপিণ্ডিক শ্ৰেষ্ঠীয়ে সজোৱা জেতৱন বিহাৰত বাস কৰিছিল।

সেই সময়ত ৰাহু অসুৰেন্দ্ৰই সূৰ্য্যদেৱপুত্ৰক ধৰিছিল। তাৰ পাচত সূৰ্য্যদেৱপুত্ৰই ভগৱান বুদ্ধক সোঁৱৰণ কৰি এই গাথা পাঠ কৰিছিল।

হে বুদ্ধবীৰ। মোৰ নমস্কাৰ গ্ৰহণ কৰক। আপুনি তৃষ্ণা বিমুক্ত। মই বন্ধনযুক্ত। গতিকে এই ভয়সংকুল ঠাইত মোক আশ্ৰয় দিয়ক।

অথ খো ভগৱা সূৰিয়ং দেৱপুত্তং আৰব্ভ ৰাহুং অসুৰিন্দং গাথাহি অজ্ঝভাসি।

২। তথাগতং অৰহন্তং সূৰিয়ো সৰণং গতো,
ৰাহু সুৰিয়ং পমুঞ্চস্সু বুদ্ধা লোকানুকম্পকাতি।

## অনুবাদ

তাৰ পাচত সূৰ্য্যদেৱপুত্ৰক উদ্দেশ্য কৰি ৰাহু অসুৰিন্দ্ৰক গাথাৰে এইদৰে কলে—

হে ৰাহু! তথাগতৰ প্ৰতি দয়াদ্ৰচিত্তে জগতৰ হিতৰ কাৰণে সূৰ্য্যদেৱপুত্ৰক এৰি দিয়া। কাৰণ সূৰ্য্যদেৱপুত্ৰই তথাগত অৰহত সম্যক সম্বুদ্ধৰ আশ্ৰয় গ্ৰহণ কৰিছে।

৩। য়ো অন্ধকাৰে তমসী পভঙ্কৰো,
ৱেৰোচনো মণ্ডলী উগ্‌গতেজো।
মা ৰাহু গিলি চৰং অন্তলিক্‌খে,
পজং মম ৰাহু পমুঞ্চ সুৰিয়ন্তি।

## অনুবাদ

হে ৰাহু। যি সূৰ্য্যই চক্ষুবিজ্ঞান উৎপত্তি নীৱৰণ ঘোৰ অন্ধকাৰ ৰাতিকো পোহৰ বিলায়, সেই দিব্যৰশ্মীযুক্ত, গোল, আকাশমাৰ্গত বিচৰণকাৰী সূৰ্য্যক গ্ৰাস নকৰিবা। হে ৰাহু! সূৰ্য্য মোৰ শিষ্য, গতিকে তুমি এৰি দিয়া।

অথ খো ৰাহু অসুৰিন্দো সুৰিয়ং দেৱপুত্তং মুঞ্চিত্বা তৰমানৰূপো

য়েন ৱেপচিত্তি অসুৰিন্দো তেনুপসঙ্কমি। উপসঙ্কমিত্বা সংবিগ্‌গো লোমহট্‌ঠজাতো একমন্তং অট্‌ঠাসি। একমন্তং ঠিতং খো ৰাহুং ৱেপচিত্তি অসুৰিন্দো গাথায় অজ্ঝভাসি—

৪। কিন্নু সন্তৰমানোৱ ৰাহু সূৰিয়ং পমুঞ্চসি,
সংবিগ্‌গৰূপো আগম্ম কিন্নু ভীতো ৱতিট্‌ঠসী'তি।

## অনুবাদ

তাৰ পাচত অসুৰেন্দ্ৰ ৰাহুৱে সূৰ্য্যদেৱপুত্ৰক এৰি ক্ষিপ্ৰ গতিৰে য'ত ৱেপচিত্তি দেৱপুত্ৰ আছিল তাত উপস্থিত হলগৈ আৰু সংবিগ্ন ৰোমাঞ্চিত হৈ একাষে থিয় হলগৈ। একাষে থিয় হোৱাত অসুৰেন্দ্ৰৱেপচিত্তিয়ে এইদৰে গাথাৰে কলে—

হে ৰাহু! সূৰ্য্যক শীঘ্ৰে এৰি সংবিগ্ন মনে ভয়ত কিয় ইয়াত থিয় দিলাহি?

৫। সত্তধা মে ফলে মুদ্ধা জীৱন্তো ন সুখং লভে,
বুদ্ধগাথাভি গীতোম্হি নোচে মুঞ্চেয্য সুৰিয়ন্তি।

## অনুবাদ

মই ভগৱান বুদ্ধৰ গাথাৰ অনুপ্ৰাণিত হৈছো। যদি সূৰ্য্যদেৱ-পুত্ৰৰ আকাশমাৰ্গ ত্যাগ নকৰো, তেন্তে মোৰ মূৰটো সাতফাল হব আৰু ভৱিষ্যত জীয়াই থাকিও সুখ শান্তি লাভ কৰা সম্ভৱ নহব।

## পৰাভৱ সূত্ৰ

এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্‌স আৰামে। অথখো অঞ্ঞতৰা দেৱতা অভিক্কন্তায় ৰত্তিয়া অভিক্কন্তৱণ্ণা কেৱলকপ্পং জেতৱনং ওভাসেত্বায়েন ভগৱা তেনু-পসঙ্কমি, উপসংকমিত্বা ভগৱন্তং অভিৱাদেত্বা একমন্তং অট্‌ঠাসি, একমন্তং ঠিতা খো সা দেৱতা ভগৱন্তং গাথায় অজ্ঝভাসি—

১। পৰাভৱন্তং পুৰিসং ময়ং পুচ্ছাম গোতমং,
ভগৱন্তং পুট্‌ঠুমাগম্ম কি পৰাভৱতো মুখং?

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ অনাথপিণ্ডিক শ্ৰেষ্ঠীয়ে সজোৱা জেতৱন বিহাৰত বাস কৰিছিল। সেই সময়ত এদিন মাজনিশা এজন সুন্দৰ দেৱতাই গোটেই জেতৱন বিহাৰখন পোহৰ কৰি ভগৱানৰ ওচৰত উপস্থিত হলহি। একাষত থিয় হৈ দেৱতাজনে ভগৱান বুদ্ধক গাথাৰে কলে—

আমি ভগৱান গৌতমবুদ্ধক মানুহৰ পৰাজয়ৰ প্ৰকৃত কাৰণ সম্বন্ধে সুধিবৰ কাৰণে ইয়াত সমৱেত হৈছোহি। প্ৰভু! আপুনি অনুগ্ৰহ কৰি সেই পৰাজয়ৰ কাৰণ বৰ্ণনা কৰক।

২। সুৱিজানো ভৱংহোতি অৱিজানো পৰাভৱো,
ধম্মকামো ভৱংহোতি ধম্মদেস্‌সী পৰাভৱো।

## অনুবাদ

জ্ঞানীসকলৰ জয়, অজ্ঞানীসকলৰ পৰাজয়, ধাৰ্ম্মীকসকলৰ জয় আৰু ধৰ্ম্মবিৰুধীসকলৰ পৰাজয় ঘটে।

৩। ইতি হেতং ৱিজানাম পঠমো সো পৰাভৱো,
দুতিয়ং ভগৱা ব্ৰূহি কিং পৰাভৱতো মুখং?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ প্ৰথম কাৰণ বুজিলো, এতিয়া দ্বিতীয় পৰাজয়ৰ কাৰণটো কওক।

৪। অসন্তস্‌স পিয়াহোন্তি সন্তে ন কুৰুতে পিয়ং,
অসতং ধম্মংৰোচেতি তং পৰাভৱতো মুখং।

## অনুবাদ

অসৎলোকৰ প্ৰিয়পাত্ৰ হয়, সৎপুৰুষসকলক অপ্ৰিয় বুলি ভাবে আৰু বাৰ প্ৰকাৰ মিথ্যাদৃষ্টি, বৰ প্ৰকাৰ অকুশল কৰ্ম্মৰ প্ৰতি অভিৰুচী হয়, তাকেই পৰাজয় বুলি কোৱা হয়।

৫। ইতিহেতং ৱিজানাম দুতিয়ো সো পৰাভৱো,
ততিয়ং ভগৱাব্রূহি কি পৰাভৱতো মুখং ?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ দ্বিতীয় কাৰণ বুজিলো, এতিয়া তৃতীয় কাৰণটো কওক।

৬। নিদ্দাসীলী সভাসীলী অনুট্ঠাতা চয়ো নৰো,
অলসো কোধমঞ্ঞানো তং পৰাভৱতো মুখং।

## অনুবাদ

উঠুতে-বহুতে, ফুৰুতে-চাকুতে টোপনিযুক্ত স্বভাৱ, মিচা আলাপ আলোচনাত মত্ত, উদ্যমবিহীন, এলেহুৱা আৰু খঙত হিতাহিত জ্ঞান নথকা। এই পাঁচ প্ৰকাৰ লোকক পৰাজয় বুলি কোৱা হয়।

৭। ইতি হেতং ৱিজানাম ততিয়ো সো পৰাভৱো,
চতুত্থং ভগৱা ব্রূহি কিং পৰাভৱতো মুখং ?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ তৃতীয় কাৰণ বুজিলো, এতিয়া চতুৰ্থ কৰণটো কওক।

৮। য়ো মাতৰং ৱা পিতৰং বা জিণ্ণকং গতয়োব্বনং,
পহূসন্তো নভৰতি তং পৰাভৱতো মুখং।

## অনুবাদ

যিয়ে যৌৱনকালত বুঢ়া পিতৃ-মাতৃক বহু সা-সম্পত্তিৰ অধিকাৰী হৈও ভৰণ-পোষণাদি নকৰে, তেওঁ ও তেনে সেৱা-শুশ্রূষাৰ পৰা বঞ্চিত হয় আৰু ইহলোকত নিন্দাৰ পাত্ৰ হৈ পৰলোকত দূৰ্গতি ভোগ কৰে। এনে লোককো পৰাজয় বুলি কোৱা হয়।

৯। ইতি হেতং ৱিজানাম চতুত্থো সো পৰাভৱো,
পঞ্চমং ভগৱা ব্রূহি কিং পৰাভৱতো মুখং।

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ চতুৰ্থ কাৰণ বুজিলো। এতিয়া পঞ্চম কাৰণটো কওক।

১০। য়ো ব্ৰাহ্মণং ৱা সমণং ৱা অঞ্ঞংৱা'পি ৱণিব্বকং,
মুসাৱাদেন ৱঞ্চেতি তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহে তৃষ্ণামুক্ত শ্ৰমণ-ব্ৰাহ্মণক নাইবা আন ভিক্ষাৰীক মিছাকথাৰে প্ৰৱঞ্চনা কৰে, তেওঁক পৰাজয় বুলি কোৱা হয়।

১১। ইতিহেতং ৱিজানাম পঞ্চমো সো পৰাভৱো,
ছট্‌ঠমং ভগৱা ব্ৰূহি কিং পৰাভৱতো মুখং?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ পঞ্চম কাৰণ বুজিলো। এতিয়া ষষ্ঠ কাৰণটো কওক।

১২। পহূতৱিত্তো পুৰিসো—সহিৰঞ্ঞো সভোজনো,
একো ভূঞ্জতি সাদূনি—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহৰ সা-সম্পত্তিয়ে উভৈনদীকৈ থাকিও আনক ফুটা-কড়ি এটাও নিদিয়ে আৰু নিজে গোপনে ভাল ভাল খাদ্য-দ্ৰব্যাদি পৰিভোগ কৰে, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

১৩। ইতি হেতং ৱিজানাম—ছট্‌ঠমো সো পৰাভৱো,
সত্তমং ভগৱা ব্ৰূহি—কিং পৰাভৱতো মুখং।'

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ ষষ্ঠ কাৰণ জানিলো। এতিয়া সপ্তম কাৰণটো কওক।

১৪। জাতিত্থদ্ধো ধনত্থদ্ধো—গোত্তত্থদ্ধো চ য়ো নৰো,
তং ঞাতিং অতিমঞ্ঞেঞতি—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহে জাত্যাভিমানী, গোত্ৰাভিমানী, ধনাভিমানী আৰু বংশধৰ সকল দুখীয়া বুলি ঘৃণা কৰে, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

১৫। ইতি হেতং বিজানাম—সত্তমো সো পৰাভৱো,
অট্‌ঠমং ভগৱা ব্ৰূহি—কিং পৰাভৱতো মুখং?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ সপ্তম কাৰণ বুজিলো। এতিয়া অষ্টম কাৰণটো কওক।

১৬। ইত্থীধুত্তো সুৰাধুত্তো অক্‌খধুত্তো চ য়ো নৰো,
লদ্ধং লদ্ধং ৱিনাসেতি—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহে পৰস্ত্ৰীৰ প্ৰতি আসক্ত, মদাহী, জুৱাৰী নানা ক্ৰিয়াসক্ত আৰু আৰ্জ্জন কৰিব পৰা সম্পত্তিৰ প্ৰতি অৱহেলা, সম্পত্তি পায়ো ৰক্ষা কৰিব নোৱাৰে, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

১৭। ইতি হেতং ৱিজানাম—অট্‌ঠমো সো পৰাভৱো,
নৱমং ভগৱা ব্ৰূহি—কিং পৰাভৱতো মুখং?

## অনুবাদ

ভন্তে ভগবান। পৰাজয়ৰ অষ্টম কাৰণ বুজিলো। এতিয়া নবম কাৰণটো কওক।

১৮। সেহি দাৰেহি সন্তুট্‌ঠো—ৱেসিয়াসু পদিস্‌সতি,
দিস্‌সতি পৰদাৰেসু—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহে নিজৰ স্ত্ৰী থকা সত্ত্বেও বেশ্যা আৰু পৰস্ত্ৰীৰ প্ৰতি আসক্ত হয়, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

১৯। ইতি হেতং ৱিজানাম নৱমো সো পৰাভৱো,
দসমং ভগৱা ব্ৰূহি—কিং পৰাভৱতো মুখং ?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ নবম. কাৰণ বুজিলো। এতিয়া দশম কাৰণটো কওক।

২০। অতীত যোব্বনো পোসো—আনেতি তিম্বৰুত্থনিং,
তস্‌সা ইস্‌সা ন সুপতি—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহে বৃদ্ধ অৱস্থাত তৰুণী ভাৰ্য্যা বিবাহ কৰে, যদি সেই ভাৰ্য্যা আন পুৰুষৰ প্ৰতি আসক্ত হয়, আৰু এনে কাৰ্য্য দেখি বৃদ্ধাৰ হিংসা উদয় হয়। তাৰ ফলত খোৱা শুৱাদিত তেওঁৰ অশান্তি হয়, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

২১। ইতি হেতং ৱিজানাম দসমো সো পৰাভৱো,
একাদসমং ভগৱা ব্ৰূহি কিং পৰাভৱতো মুখং ?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ দশম কাৰণ বুজিলো। এতিয়া একাদশ কাৰণটো কওক।

২২। ইত্থী সোণ্ডিং ৱিকিৰণিং—পুৰিসং ৱা'পি তাদিনং,
ইস্‌সৰিস্মিং ঠপাপেতি—তং পৰাভৱতো মুখং।

## অনুবাদ

মাছ-মাংস, মদ-পানী, খাদ্য-ভোজ্যাদি অৱাৱত অৰ্থ নষ্টকাৰী স্ত্ৰী বা তেনে পুৰুষক সম্পত্তিৰ উত্তৰাধিকাৰী বা বাণিজ্যৰ ভাৰ অৰ্পণ

কৰিলে অতি শীঘ্রে সম্পত্তি বিনষ্ট হয়। এনে লোককো পৰাজয় বুলি কোৱা হয়।

২৩। ইতি হেতং ৱিজানাম—একাদসমো সো পৰাভৱো,
দ্বাদসমং ভগৱা ব্রূহি—কিং পৰাভৱতো মুখং ?

## অনুবাদ

ভন্তে ভগৱান! পৰাজয়ৰ একাদশ কাৰণটো বুজিলো। এতিয়া দ্বাদশ কাৰণটো কওক।

২৪। অপ্পভোগো মহাতণ্‌হো—খত্তিয়ে জায়তে কুলে,
সোচ ৰজ্জং পত্থয়তি—তং পৰাভৱতো মুখং।

## অনুবাদ

যি মানুহৰ অলপ সম্পত্তি কিন্তু মহাতৃষ্ণাপৰায়ণ, ক্ষত্রীয় বংশত জন্মগ্রহণ কৰিও যদি লোভৰ বশৱৰ্ত্তী হৈ শক্তিশালী আনৰ ৰাজ্য জয় কৰিবলৈ ইচ্ছা প্রকাশ কৰে, এনে মানুহকো পৰাজয় বুলি কোৱা হয়।

২৫। এতে পৰাভৱে লোকে—পণ্ডিতো সমৱেক্‌খিয়,
অৰিয়দস্‌সনসম্পন্নো—সলোকং ভজতে সিৱং'তি।

## অনুবাদ

এই জগতত আৰ্য্য পুৰুষ দৰ্শনাকাঙ্ক্ষী পণ্ডিতসকলে পৰাজয়ৰ কাৰণবিলাক পৰ্য্যাবেষণ কৰি ত্যাগ কৰিব লগা বিষয়বিলাক ত্যাগ কৰে আৰু গ্রহণীয় বিষয়বিলাক গ্রহণ কৰে আৰু মঙ্গল সূত্রত বৰ্ণিত কুশল কৰ্ম্মাদি সম্পাদন কৰে, এনে মানুহহে এই সংসাৰত জয়ী হয় আৰু মৃত্যুৰ পাচত দেৱলোক-স্বৰ্গলোকত জন্মগ্রহণ কৰি মহাসুখভোগ কৰি থাকেগৈ।

## তিৰোকুড্ড সূত্ৰ

"মতকভত্তাদীসু তিৰোকুড্ডাদি অনুমোদনং। ইদং পন তিৰোকুড্ড সুত্তং ৰঞ্ঞো মগধস্স পেতানং উদিস্স দিন্নদানানুমোদনত্থং বুত্তং।"

১। তিৰোকুড্ডেসু তিট্ঠন্তি সন্ধি-সিঙ্ঘাটকেসু চ
দ্বাৰবাহাসু তিট্ঠন্তি আগন্ত্বান সকং ঘৰং।

### অনুবাদ

যি মানুহে মৃত্যুৰ পাচত পাপ-কৰ্ম্মৰ ফলত প্ৰেতযোনীত জন্ম-গ্ৰহণ কৰে, সিহঁতে নিজ ঘৰলৈ অথবা বংশ পৰিয়াল আপোন-জনৰ ঘৰলৈ আহি বেৰৰ কাষত, ঘৰৰ কৈতালীত, বাটৰ মূৰত নাইবা দুৱাৰৰ কাষত থিয় হৈ থাকেহি।

২। পহূতে অন্নপানম্হি খজ্জভোজ্জে উপট্ঠিতে,
নতেসং কোচি সৰতি সত্তানং কম্মপচ্চয়া।

### অনুবাদ

অন্ন-পানীয়, খাদ্যভোজ্যাদি প্ৰচুৰ পৰিমাণে থাকিলেও পাপ-কৰ্ম্মৰ ফলত সিহঁতলৈ কাৰো মনত নপৰে।

৩। এৱং দদন্তিঞাতীনং য়ে হোন্তি অনুকম্পকা,
সুচিং পণীতং কালেন কপ্পিয়ং পানভোজনং;
ইদং ৱো ঞাতীনং হোতু সুখিতা হোন্তু ঞাতয়ো।

### অনুবাদ

যি সকল মৃত জ্ঞাতিৰ প্ৰতি দয়ালু, তেওঁলোকে মৃত্যুকৰ উদ্দেশ্যে উত্তম উত্তম অন্ন-পানীয় খাদ্যভোজ্যাদি যথা সময়ত পুণ্যানুস্থান আয়োজনযোগে উৎসৰ্গ কৰি দি থাকে।

৪। তে চ তত্থ সমাগন্ত্বা ঞাতিপেতা সমাগতা,
পহুতে অন্নপানম্হি সক্কচ্চং অনুমোদৰে।
চিৰং জীৱন্তু নো ঞাতী য়েসং হেতু লভামসে,
অম্হাকঞ্চ কতা পূজা দায়কা চ অনিপ্‌ফলা।

## অনুবাদ

জ্ঞাতি-প্ৰেতবিলাকে আপোন জনে তেওঁলোকৰ উদ্দেশ্যে কৰা পুণ্যানুস্থানত যোগদান কৰি প্ৰচুৰ অন্ন-পানীয়, খাদ্যভোজ্যৰ ভাগী হয় আৰু জ্ঞাতিসকলে কৰা উৎসৰ্গ কাৰ্য্যক অনুমোদন জনায়, চিৰদিন সুখে-শান্তিতে বাস কৰিবলৈ আৰু দীৰ্ঘায়ু হবলৈ প্ৰাৰ্থনা কৰে। এই প্ৰেত পূজাৰ দ্বাৰা জ্ঞাতি-প্ৰেতবিলাকক স্মৰণ কৰা হল, ভিক্ষুসংঘক সেৱা কৰা হল আৰু দাতায়ো পুণ্যৰ ভাগী হল।

৫। নহি তত্থ কসী অত্থি, গোৰক্‌খেত্থ নৱিজ্জতি,
বণিজ্জা তাদিসী নত্থি হিৰঞ্ঞেন কয়াক্কয়ং ;
ইতো দিন্নেন য়াপেন্তি পেতা কালকতা তহিং।

## অনুবাদ

প্ৰেতলোকত গৰুপালনৰ ব্যৱস্থা নাই, খেতি-বাতিৰ স্থান নাই, বেহা-বেপাৰ নাই আৰু নাই টকা-পইচা আদিৰ দ্বাৰা ক্ৰয়-বিক্ৰয়ৰ ৰীতি-নীতি। গতিকে জ্ঞাতিসকলে তেওঁলোকক সোঁৱৰি ইয়াৰ পৰা যি অকণ উৎসৰ্গ কৰি দিয়ে তাৰেই সিহঁতে জীৱন ধাৰণ কৰি থাকে।

৬। উন্নমে উদকং ৱট্‌টং য়থা নিন্নং পৱত্ততি,
এৱমেৱ ইতো দিন্নং পেতানং উপকপ্পতি।

## অনুবাদ

পৰ্ব্বতৰ পৰা ভৈয়ামৰফালে পানী যেনেকৈ বৈ যায় তেনেকৈ ইয়াৰ পৰা জ্ঞাতি প্ৰেতসকলৰ উদ্দেশ্যে উৎসৰ্গ কৰা খাদ্য-ভোজ্য দ্ৰব্য তেওঁলোকে লাভ কৰি থাকে।

৭। য়থা ৱাৰিৱহা পূৰা পৰিপূৰেন্তি সাগৰং,
এৱমেৱ ইতো দিন্নং পেতানং উপকপ্পতি।

## অনুবাদ

বাঢ়নী নৈৰ পানীয়ে যেনেকৈ সাগৰ পৰিপূৰ্ণ কৰেগৈ, তেনেকৈ ইয়াৰ পৰা উৎসৰ্গ কৰা সামগ্ৰীও প্ৰেতবিলাকে পায়গৈ।

৮। অদাসি মে অকাসি মে ঞাতিমিত্তা সখা চমে,
পেতানং দক্খিণং দজ্জা পুব্বে কতং অনুস্সৰং।

## অনুবাদ

এই জ্ঞাতিপ্ৰেতবিলাকে জীৱিত অৱস্থাত আমাৰ বহুত উপকাৰ কৰিছিল। এওঁলোক আমাৰ জ্ঞাতি-বন্ধু এনেকৈ পূৰ্ব্বৰ কথা সোঁৱৰি প্ৰেতৱিলাকক অন্ন-বস্ত্ৰাদি দান দিয়া একান্ত প্ৰয়োজন।

৯। নহি ৰুণ্ণং ৱা সোকো ৱা য়া চ অঞ্ঞা পৰিদেৱনা,
নতং পেতানমত্থায় এৱং তিট্ঠন্তি ঞাতায়ো।

## অনুবাদ

জ্ঞাতি মৃত্যুৰ পাচত দোষ বেজাৰ কৰি কান্দি কাতি থাকিলে প্ৰেতবিলাকৰ একো উপকাৰ নহয়, বৰং নিজৰ দেহৰ কষ্ট হে হয়। গতিকে দুখ বেজাৰ কৰা অনুচিত।

১০। অয়ঞ্চ খো দক্খিণা দিন্না সঙ্ঘম্হি সুপতিট্ঠিতা,
দীঘৰত্তং হিতায়স্স ঠানসো উপকপ্পতি।

## অনুবাদ

প্ৰেতদক্ষিণাৰ দ্বাৰা সংঘক সুপ্ৰতিষ্ঠিত কৰা হল আৰু নিজেও পুণ্যসঞ্চয় কৰা হল। ইয়াৰ ফলত জ্ঞাতি প্ৰেতবিলাকৰ বহুতদিন সুখ-শান্তিৰ হেতু হয়।

১১। সো ঞাতিধম্মো চ অয়ং নিদস্সিতো,
পেতানং পূজা চ কতা উলাৰা।

বলঞ্চ ভিক্খূনং অনুপ্পাদিন্নং
তুম্হেহি পুঞ্ঞং পসুতং অনপ্পকং তি।

### অনুবাদ

এইটোৱেই জ্ঞাতি-ধৰ্ম্ম পালনৰ নিদৰ্শন, প্ৰেতবিলাকক যথেষ্ট সেৱা কৰা হল, ভিক্ষুসংঘক অন্ন দান কৰা হল আৰু নিজেও প্ৰচুৰ পুণ্য সঞ্চয় কৰা হল।

## নিধিকণ্ড সুত্ৰ

১। নিধিং নিধেতি পুৰিসো গম্ভীৰে ওদকন্তিকে,
অত্থে কিচ্চে সমুপ্পন্নে অত্থায় মে ভৱিস্সতি।

### অনুবাদ

আগৰ দিনত মানুহে মাটিৰ ভিতৰত ধন পুতি ৰাখে, কোনো বিপদত সেই ধন প্ৰয়োজন হব বুলি।

২। ৰাজতো ৱা দুৰুত্তস্স চোৰতো পীলতস্সৱা,
ইণস্সৱা পমোক্খায় দুব্ভিক্খে আপদাসু ৱা;
এতদত্থায় লোকস্মিং নিধি নাম নিধীয়তি।

### অনুবাদ

ৰজাৰ উপদ্ৰৱ, চোৰৰ উৎপীড়ন, ধাৰ, দুৰ্ভিক্ষ অথবা নানা বিপদৰ পৰা হাত হাৰিবলৈ বুলি মানুহে ধন পুতি ৰাখে।

৩। তাৱ সুনিহিতো নিধি গম্ভীৰে ওদকন্তিকে,
ন সব্বো সব্বদা এৱ তস্স তং উপকপ্পতি।

### অনুবাদ

যদিও মানুহে দ-গাঁতত ভাল দৰে ধন পুতি ৰাখে, কিন্তু সেই ধন সকলো সময়তে মানুহৰ প্ৰয়োজনত নাহে।

৪। নিধি ৱা ঠানা চৱতি, সঞ্ঞাৱাস্স ৱিমুয্হতি,
নাগা ৱা অপনামেন্তি য়ক্খা ৱাপি হৰন্তিতং।

অপ্পিয়া ৱা পি দায়াদা উদ্ধৰন্তি অপসস্‌তো,
য়দা পুঞ্‌ঞক্‌খয়ো হোতি সব্বমেতং ৱিনস্‌সতি।

## অনুবাদ

কাৰণ, পুতিৰখা ধন স্থানচ্যুত হব পাৰে, পাহৰি যাব পাৰে, নাগে বা যক্ষই হৰণ কৰিব পাৰে কিম্বা চোৰে সন্ধান পাই চুৰি কৰি নিব পাৰে আৰু যেতিয়া পুণ্য ক্ষয় হৈ যায় নাইবা গ্ৰহদোষ হলে, সেই ধন আপোনা-আপুনি বিনষ্ট হৈ যায়।

৫। য়স্‌স দানেন সীলেন সঞ্‌ঞমেন দমেন চ,
নিধি সুনিহিতো হোতি ইত্থিয়া পুৰিসস্‌সৱা।
চেতিয়ম্হি চ সঙ্ঘে ৱা পুগ্‌গলে অতিথীসুৱা,
মাতৰি পিতৰি ৱাপি অথো জেট্‌ঠম্হি ভাতৰি।
এসো নিধি সুনিহিতো অজেয়্যো অনুগামিকো,
পহায় গমনীয়েসু এতমাদায় গচ্ছতি।

## অনুবাদ

স্ত্ৰী বা পুৰুষৰ দানশীল, সংযম আৰু দমগুণৰ দ্বাৰা যি পুণ্যৰূপ ধন সঞ্চিত হয়, সেই ধনহে সুপ্ৰতিষ্ঠিত। মঠ-মন্দিৰ প্ৰতিষ্ঠা, শ্ৰমণ-ব্ৰাহ্মণ, অতিথি, পিতৃ-মাতৃ, ভাই-ককাই আদিক ভৰণ-পোষণ আৰু সেৱা-শুশ্ৰূষাদিৰ কাৰণে খৰচ কৰা ধনহে অপৰাজয়। অৰ্থাৎ মৃত্যুৰ পাচত এই ধনহে লগত যায়। এই জগতৰ সকলো পাৰ্থিব সম্পতি ত্যাগ কৰি এই পুণ্য ধনহে পৰলোকলৈ নিব পাৰে।

৬। অসাধাৰণ মঞ্‌ঞেসং অচোৰাহৰণো নিধি,
কয়িৰাথ ধীৰো পুঞ্‌ঞানি য়ো নিধি অনুগামিকো।

## অনুবাদ

এই পুণ্য-ধন কোনো অধিকাৰ কৰিব নোৱাৰে, চোৰে চুৰ কৰিব নোৱাৰে। গতিকে জ্ঞানীসকলে এই পুণ্য-ধন সঞ্চয় কৰি

লগত লৈ যায় আৰু তেওঁলোকৰ প্ৰধান কৰ্ত্তব্য এইটোৱেই বুলি ভাবে।

৭। এস দেৱমনুসস্‌সানং সব্বকামদদো নিধি,
য়ং য়দেৱাভিপত্থেন্তি সব্বমেতেন লব্ভতি।

## অনুবাদ

এই পুণ্য-ধনে দেৱতা আৰু মানৱৰ মনোবাঞ্ছা পূৰণ কৰে। তেওঁলোকে যিহকে বাঞ্ছা কৰে তাকেই লাভ কৰিব পাৰে।

৮। সুৱণ্ণতা সুস্‌সৰতা সুসণ্ঠান সুৰূপতা,
আধিপচ্চপৰিৱাৰা সব্বমেতেন লব্ভতি।

## অনুবাদ

সুন্দৰ বৰ্ণ, সুমধুৰ কণ্ঠস্বৰ, শৰীৰৰ গঠন সুন্দৰ, সৌন্দৰ্য্য, অধিপতি হোৱা, স্ত্ৰী-পুত্ৰ আৰু চাকৰ-চাকৰণী আদি সকলোবিলাক ইয়াৰ দ্বাৰা লাভ কৰিব পাৰে।

৯। পদেসৰজ্জং ইস্‌সৰিয়ং চক্কৱত্তিসুখং পিয়ং,
দেৱৰজ্জং পি দিব্বেসু সব্বমেতেন লব্ভতি।

## অনুবাদ

প্ৰদেশ শাসকৰ সুখ, ৰাজচক্ৰবৰ্ত্তী সুখ আৰু ইন্দ্ৰত্ব সুখ ইত্যাদিও ইয়াৰ দ্বাৰা লাভ কৰা যায়।

১০। মানুসিকা চ সম্পত্তি দেৱলোকে চ য়া ৰতি,
য়া চ নিব্বান সম্পত্তি সব্বমেতেন লব্ভতি।

## অনুবাদ

মনুষ্য সম্পত্তি, দেৱসম্পত্তি আন কি নিৰ্ব্বাণ সম্পত্তি ও ইয়াৰ দ্বাৰা লাভ কৰিব পৰা যায়।

১১। মিত্তসম্পদং আগম্ম য়োনিসো ৱে পয়ুঞ্জতো,
ৱিজ্জা বিমুত্তি বসীভাৱো সব্বমেতেন লব্ভতি।

## অনুবাদ

সংমিত্রৰ লগত জ্ঞানৰে যোগ-সাধনা কৰিলে তেওঁ বিমক্তি সুখ আদিও ইয়াৰ দ্বাৰা লাভ কৰিব পাৰিব।

১২। পটিসম্ভিদা বিমোক্খা চ য়া চ সাৱকপাৰমী,
পচ্চেকবোধি বুদ্ধভূমি সব্বমেতেন লব্ভতি।

## অনুবাদ

চাৰিপ্ৰকাৰ প্ৰটিসম্ভিদা, অষ্টবিমোক্ষ্য, শ্ৰাৱক পাৰামী, প্ৰত্যক বুদ্ধত্ত্ব আৰু সম্যক সম্বোধি জ্ঞান, এই সকলোবিলাক ইয়াৰ দ্বাৰা লাভ কৰিব পৰা যায়।

১৩। এৱং মহিদ্ধিয়া এসা য়দিদং পুঞ্ঞসম্পদা,
তস্মা ধীৰা পসংসন্তি পণ্ডিতা কতপুঞ্ঞতন্তি।

## অনুবাদ

এই পুণ্য-সম্পদ বিলাক অসাধাৰণ অলৌকিক শক্তি সম্পন্ন। গতিকে জ্ঞানীপণ্ডিতসকলে পুণ্যকৰ্ম্ম সম্পাদনকাৰীসকলক প্ৰশংসা কৰে।

১৪। সঙ্ঘ ভত্তাদীসু দানানিসংসপটিসংয়ুত্তং,
নিধিকণ্ডসুত্তং অনুমোদনং।

## অনুবাদ

সংঘ দানাদি পুণ্যকাৰ্য্যত নিধিকণ্ড সুত্ৰ দেশনা বা অনুমোদন কৰাৰ গুণ অশেষ।

# আটানাটিয় সুত্ৰ

## নিদান

১। অপ্পসন্নেহি নাথস্স, সাসনে সাধুসম্মতে,
অমনুস্সেহি চণ্ডেহি, সদা কিব্বিসকাৰীভি।

২। পৰিসানং চতস্সন্নং, অহিংসায় চ গুত্তিয়া,
যং দেসেসি মহাৰীৰো পৰিত্তং তং ভণাম হে।

## অনুবাদ

ভগৱান বুদ্ধৰ নিয়মানুৱৰ্ত্তীতা অনুশাসনৰ প্ৰতি অপ্ৰসন্ন, হিংসা আৰু সদায় বিদ্বেষ পোষণ কৰা অমনুষ্যসকলৰ পৰা, চাৰিটা পৰিষদত অহিংসা আৰু ৰক্ষাৰ কাৰণে ভগৱান বুদ্ধই যি উপদেশ বাণী দেশনা কৰিছিল, সেই উপদেশবাণীৰ সূত্ৰটো মই এতিয়া তোমালোকৰ আগত পাঠ কৰিম।

## সূত্ৰ

১। ৱিপস্সিস্‌স নমত্থু, চক্খুমন্তস্‌স সিৰীমতো,
সিখিস্সম্পি নমত্থু, সব্বভূতানুকম্পিনো।

## অনুবাদ

পঞ্চচকুসম্পন্ন ৰূপ আৰু জ্ঞানশ্ৰীৰে পৰিশোভিত 'বিপস্সি বুদ্ধক মই নমস্কাৰ কৰো। সকলো প্ৰাণীৰ হিতৈষী সিখী বুদ্ধকো মই নমস্কাৰ কৰো।

২। ৱেস্সভুস্‌স নমত্থু, নহাতকস্‌স তপস্সিনো,
নমত্থু কক্কুসন্ধস্‌স মাৰসেনাপ্পমদ্দিনো।

## অনুবাদ

নিৰ্ব্বাণ অমৃতত স্নান কৰা তপস্বী বেস্সভু বুদ্ধক মই নমস্কাৰ কৰো। মাৰ সৈন্য মৰ্দ্দনকাৰী কুকুসন্ধ বুদ্ধকো মই নমস্কাৰ কৰো।

৩। কোনাগমনস্‌স নমত্থু, ব্ৰাহ্মণস্‌স ৱুসীমতো,
কস্সপস্‌স নমত্থু, ৱিপ্পমুত্তস্‌স সব্বধি।

## অনুবাদ

পাপ বিৰহিত ব্রাহ্মণ আৰু পৰিপূর্ণ ব্রহ্মচর্য্য পালন কৰা কোণা-গমন বুদ্ধক আৰু সকলো ভৱ-বন্ধন বিমুক্ত কাশ্যপ বুদ্ধক মই নমস্কাৰ কৰো।

৪। অঙ্গীৰসস্‌স নমত্থু, সক্যপুত্তস্‌স সিৰীমতো,
য়ো ইমং ধম্মং দেসেসি, সব্বদুক্‌খপনুদনং।

## অনুবাদ

যি সকলো প্রকাৰ দুখ বিনাশ কৰি, সদ্ধর্ম্ম উপদেশ দিওঁতা ৰূপশ্রী, বিমণ্ডিত জ্ঞানশ্রী আৰু কায়শ্রীসম্পন্ন শাক্যপুত্র গৌতম বুদ্ধক মই নমস্কাৰ কৰো।

৫। য়ে চাপি নিব্বুতালোকে, য়থাভূতং ৱিপস্‌সিসুং,
তে জনা অপিসুনাথ, মহন্তা ৱীতসাৰদা।

## অনুবাদ

জীৱজগতত যি সকল নির্ব্বাণলাভী, যথাভূতদর্শী, সেই মধুৰ-ভাষী সংসাৰৰ ভয় বিৰহিত মহাত্মাসকলক মই নমস্কাৰ কৰিছোঁ।

(৬) হিতং দেৱমনুস্‌সানং, য়ং নমস্‌সন্তি গোতমং,
ৱিজ্জাচৰণ সম্পন্নং, মহন্তং ৱীতসাৰদং।

## অনুবাদ

বিদ্যাচৰণসম্পন্ন, মহাপুৰুষ, অনন্তগুণসম্পন্ন, সংসাৰ ভয়বিৰহিত, দেৱমানৱ সকলৰ মঙ্গলকামী গৌতম বুদ্ধক যি কাৰণে অভিবাদন কৰে, ময়ো সেই কাৰণেই তেওঁক নমস্কাৰ কৰিছোঁ।

(৭) এতে চঞ্ঞে চ সম্বুদ্ধা, অনেক সতকোটিয়ো,
সব্বে বুদ্ধাসমসমা, সব্বে বুদ্ধা মহিদ্ধিকা।

## অনুবাদ

এওঁলোক আৰু আন আন শকোটী সম্বুদ্ধ অদ্বিতীয়, সকলোৱেই মহাঋদ্ধিসম্পন্ন আৰু সর্ব্বশক্তিমান।

(৮) সব্বে দসবলূপেতা, ৱেসাৰজ্জেহুপাগতা,
সব্বে তে পটিজানন্তি, আসভট্‌ঠান মুত্তমং।

### অনুবাদ

বুদ্ধসকল দশবলধাৰী, চতুবিশাৰদ সম্পন্ন, আৰু সকলো বুদ্ধই নিৰ্ভয় পথ নিৰ্দ্দেশ কৰি গৈছে।

(৯) সীহনাদং নাদন্তে তে পৰিসাসু বিসাৰদা,
ব্ৰহ্মচক্কং পৱত্তেন্তি, লোকে অপ্পটিৱত্তিয়ং।

### অনুবাদ

বুদ্ধসকলে বিশাৰদ চাৰি পৰিষদৰ মাজত, এই জগতত আগতে প্ৰচাৰ নকৰা ব্ৰহ্মচৰ্য্যধৰ্ম্ম সিংহৰ দৰে প্ৰৱৰ্ত্তন কৰে।

(১০) উপেতা বুদ্ধধম্মেহি, অট্‌ঠাৰসহি নায়কা,
বত্তিংসলক্‌খণূ-পেতাসীতানুব্যঞ্জন ধৰা।

### অনুবাদ

ওঠৰ প্ৰকাৰ বুদ্ধগুণসম্পন্ন বুদ্ধসকলৰ বত্ৰিশ প্ৰকাৰ মহাপুৰুষৰ লক্ষণ আৰু আশী প্ৰকাৰ অনুব্যঞ্জনসম্পন্ন হয়।

(১১) ব্যামপ্পভায় সুপ্পভা, সব্বেতে মুণিকুঞ্জৰা,
বুদ্ধাসব্বঞ্‌ঞূনো এতে, সব্বে খীণাসৱা জিনা।

### অনুবাদ

সেই মণিকুঞ্জৰ সব্বজ্ঞ বুদ্ধসকলৰ ব্যামপ্ৰভাৰ দৰে সমুজ্জ্বল, আৰু সকলোৱেই ক্ষীণাশ্ৰৱ আৰু জিন।

(১২) মহাপ্পভা, মহাতেজা, মহাপঞ্‌ঞা, মহাব্বলা,
মহাকাৰুণিকা ধীৰা, সব্বেসানং সুখাৱহা।

### অনুবাদ

বুদ্ধসকল মহাপ্ৰভাৱশালী, মহাতেজী, মহাজ্ঞানী, মহাবলী, মহাকাৰুণীক, মহাধীশক্তিসম্পন্ন আৰু সকলোৰে কল্যাণকামী।

(১৩) দীপা নাথা পতিট্‌ঠা চ তাণা, লেণা চ পাণীনং,
গতী, বন্ধু, মহস্‌সাসা, সৰণা চ হিতেসিনো।

## অনুবাদ

বুদ্ধসকল ভৱসমুদ্ৰত উটি যোৱা প্ৰাণীবিলাকৰ দ্বীপ, অনাথৰ নাথ, দীন দৰিদ্ৰৰ বন্ধু, নিৰাশ্ৰয়ৰ আশ্ৰয়দাতা, অগতিৰ গতি, নিষ্টৰৰ ত্ৰাণকৰ্ত্তা, নিৰাশাৰ আশাৰস্থল, শৰণহীনৰ শৰণদাতা আৰু জগত হিতৈষী।

(১৪) সদেৱকস্‌স লোকস্‌স, সব্বে এতে পৰায়ণা,
তেসাহং সিৰসা পাদে, ৱন্দামি পুৰিশুত্তমে।

## অনুবাদ

যি দেৱমানৱসকলৰ পৰম আশ্ৰয় সেই পুৰুষোত্তম বুদ্ধৰ শ্ৰীচৰণত অৱনত শিৰে বন্দনা কৰিছোঁ।

(১৫) ৱচসা মনসা চেৱ, ৱন্দামেতে তথাগতে,
সয়নে, আসনে, ঠানে, গমনে চাপি সব্বদা।

## অনুবাদ

মই তথাগত সকলক শোওঁতে, খাওঁতে উঠোঁতে বহোঁতে সকলো সময়তে কায় মনো বাক্যে বন্দনা কৰিছোঁ।

(১৬) সদাসুখেন ৰক্‌খন্তু, বুদ্ধা সন্তিকৰা তুৱং,
তে হি ত্বং ৰক্‌খিতো সন্তো, মুত্তো সব্বভয়েহি চ।

## অনুবাদ

শান্তিকামী বুদ্ধসকলে তোমাক সততে সুখে শান্তিতে ৰক্ষা কৰক। তুমি তেওঁলোকৰ দ্বাৰা সুৰক্ষিত হৈ সকলো ভয়-সংশয়াদি বিপদৰ পৰা মুক্ত হওক।

(১৭) সব্বৰোগ ৱিনিম্মুত্তো সব্বসন্তাপৱজ্জিতো,
সব্বৱেৰমতিক্কন্তো, নিব্বুতো চ তুৱং ভৱং।

## অনুবাদ

সকলো ৰোগ-দুখ-শোক আৰু শত্ৰুৰ পৰা হাত হাৰি তোমাৰ শান্তি লাভ হওক।

(১৮) তেসং সচ্চেন সীলেন, খন্তী মেত্তবলেন চ,
তেপি তুম্হে অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ।

## অনুবাদ

তেওঁলোকৰ সত্য, শীল, ক্ষমা আৰু দয়াৰ বলেৰে তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(১৯) পুৰত্থিমস্মিং দিসাভাগে, সন্তিভূতা মহিদ্ধিকা,
তেপি তুম্হে অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ।

## অনুবাদ

পূবফালে যিবিলাক মহাশক্তিশালী ভূত আছে, সিহঁতেও তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২০) দক্খিণস্মিং দিসাভাগে, সন্তিদেৱা মহিদ্ধিকা,
তেপি তুম্হে অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ।

## অনুবাদ

দক্ষিণৰ ফালে যিবিলাক মহাঋদ্ধিমান দেৱতা আছে, সিহঁতেও তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২১) পচ্ছিমস্মিং দিসাভাগে, সন্তিনাগা মহিদ্ধিকা,
তেপি তুমেহ্ অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ!

## অনুবাদ

পশ্চিমফালে যিবিলাক মহাশক্তিসম্পন্ন নাগ আছে, সিহঁতেও তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২২) উত্তৰস্মিং দিসাভাগে, সন্তি য়ক্খা মহিদ্ধিকা,
তেপি তুম্হে অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ।

## অনুবাদ

উত্তৰ ফালে যিবিলাক মহাশক্তিশালী যক্ষ আছে, সিহঁতেও তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২৩) পুৰত্থিমেন ধতৰট্ঠো, দক্খিণেন ৱিরুল্হকো,
পচ্ছিমেন ৱিরুপক্খো, কুবেৰো উত্তৰং দিসং।

## অনুবাদ

পূবে ধৃতৰাষ্ট্ৰ, দক্ষিণে বিৰূঢ়ক, পশ্চিমে বিৰূপাক্ষ আৰু উত্তৰে কুবেৰ।

(২৪) চত্তাৰো তে মহাৰাজা, লোকপালা য়সস্সিনো,
তেপি তুম্হে অনুৰক্খন্তু, আৰোগ্যেন সুখেন চ।

## অনুবাদ

চাৰিজন যশস্বী লোকপাল মহাৰজাই তোমালোকক আৰোগ্য আৰু সুখে শান্তিতে ৰক্ষা কৰক।

(২৫) আকাসট্ঠা চ ভূম্মট্ঠা, দেৱনাগা মহিদ্ধিকা,
তেপি তুম্হে অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।

## অনুবাদ

আকাশত আৰু ভূমিত যিবিলাক মহাশক্তিশালী দেৱতা আৰু নাগ আছে তেওঁলোকে তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২৬) ইদ্ধিমন্তা চ য়ে দেৱা, ৱসন্তা ইধ সাসনে,
তেপি তুম্হে অনুৰক্খন্তু আৰোগ্যেন সুখেন চ।

## অনুবাদ

ভগৱান বুদ্ধৰ শাসনত যিবিলাক মহাঋদ্ধিমান দেৱতা আছে তেওঁলোকে তোমালোকক আৰোগ্য আৰু সুখেৰে ৰক্ষা কৰক।

(২৭) সব্বীতিয়ো ৱিৱজ্জন্তু, সোকো ৰোগো ৱিনস্সতু,
মাতে ভবত্বন্তৰায়ো, সুখী দীঘায়ুকো ভৱ।

## অনুবাদ

তোমাৰ সকলো বিঘ্ন দূৰ হৈ ৰোগ-শোক নাশ হওক আৰু অন্তৰায় বিনাশ হৈ সুখেৰে দীৰ্ঘায়ু লাভ হওক।

(২৮) অভিৱাদনসীলস্স, নিচ্চং বুড্ঢা-পচায়িনো,
চত্তাৰো ধম্মাৱড্ঢন্তি, আয়ু, ৱণ্ণো, সুখং বলং'তি।

## অনুবাদ

যি সকলে প্ৰত্যেক দিন বয়োবৃদ্ধসকলক মানে-পূজে সেৱা-শুশ্রূষা কৰে তেওঁলোকৰ আয়ু, বৰ্ণ সুখ আৰু বল বাঢ়ি যায়।

## ৱসল সুত্তং

(১) এৱং মে সুতং একং সময়ং ভগৱা সাৱত্থিয়ং ৱিহৰতি জেতৱনে অনাথপিণ্ডিকস্স আৰামে। অথ খো ভগৱা পুব্বণ্হ সময়ং নিৱাসেত্বা পত্তচীৱৰমাদায় সাৱত্থিয়ং পিণ্ডায় পাৱিসি। তেন খো পন সময়েন অগ্গিক ভাৰদ্বাজস্স ব্ৰাহ্মণস্স নিৱেসনে অগ্গি-পজ্জলিতো হোতি আহুতি পগ্গহিতা। অথখো ভগৱা সাৱত্থিয়ং সপদানং পিণ্ডায় চৰমানো য়েন অগ্গিক ভাৰদ্বাজস্স ব্ৰাহ্মণস্স নিৱেসনং তেনুপসংকমি। অদ্দসা খো অগ্গিক ভাৰদ্বাজো ব্ৰাহ্মণো ভগৱন্তং দূৰতো'ৱ আগচ্ছন্তং দিস্বান ভগৱন্তং এতদৱোচ—তত্ৰেৱ মুণ্ডক! তত্ৰে'ৱ সমণক! তত্ৰে'ৱ বসলক। তিট্ঠহী'তি। এৱং ৱুত্তে ভগৱা অগ্গিক ভাৰদ্বাজং ব্ৰাহ্মণং এতদৱোচ—জানাসি পন ত্বং ব্ৰাহ্মণ ৱসলং ৱা ৱসলকৰণে ৱা ধম্মে'তি? ন খ্বাহং ভো গোতম। জানামি ৱসলং ৱা ৱসলকৰণে ৱা ধম্মে; সাধুমে ভৱং গোতমো তথা ধম্মং দেসেতু য়থাহং জানেয়্যং ৱসলং বা ৱসলকৰণে ৱা ধম্মে'তি। তেনহি ব্ৰাহ্মণ! সুণাহি সাধুকং মনসি কৰোহি

ভাসিস্‌সামী'তি। এৱম্ভোতি খো অগ্‌গিক ভাৰদ্বাজো ব্ৰাহ্মণো ভগৱতো পচ্চস্‌সোসি ভগৱা এতদৱোচ—

## অনুবাদ

মই এইদৰে শুনিছো যে এসময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ অনাথপিণ্ডিক শ্ৰেষ্ঠীৰ দ্বাৰা নিৰ্ম্মিত জেতৱন বিহাৰত বাস কৰিছিল। পূৰ্ব্বাহ্ণ সময়ত পাত্ৰচীৱৰ গ্ৰহণ কৰি পিণ্ডপাত কৰিবৰ কাৰণে শ্ৰাৱস্তী নগৰত প্ৰৱেশ কৰিলে। সেই সময়ত অগ্নি পূজক ভৰদ্বাজ ব্ৰাহ্মণৰ ঘৰত অগ্নি প্ৰজ্জ্বলিত হৈ আছিল আৰু আহুতি আদি যজ্ঞৰ নানা উপকৰণাদি যোগাৰ কৰিছিল। ভগৱান বুদ্ধই ভিক্ষা কৰি গৈ ক্ৰমে ভৰদ্বাজ ব্ৰাহ্মণৰ ঘৰত উপস্থিত হ'লগৈ। ভগৱানক দেখিয়েই ব্ৰাহ্মণে—হে মুণ্ডক! তাতেই থিয় হোৱা। হে শ্ৰমণ! তাতেই থিয় হোৱা। হে ৱসল! তাতেই থিয় হোৱা। বুলি কলে। ভগৱান বুদ্ধই ব্ৰাহ্মণক সুধিলে—হে ব্ৰাহ্মণ! বসল বা চণ্ডাল কাক কয় বা চণ্ডালৰ কৰণীয় কি তাক জানানে? হে গৌতম! মই চণ্ডাল বা চণ্ডালৰ কৰণীয়নো কি নাজানো। হে ভগৱান গৌতম! আপুনি সেই ধৰ্ম্মদেশনা কৰক। যাতে মই জানিব পাৰো যে, কোন কাৰ্য্যৰ দ্বাৰা চণ্ডাল হয়। তেন্তে ব্ৰাহ্মণ! শুনা। ভালকৈ মনোযোগ দিয়া, তোমাৰ মঙ্গলাৰ্থে মই এতিয়া সেই ধৰ্ম্ম দেশনা কৰিম। ভাল প্ৰভু। আপুনি কওক মই মনোযোগ দিছো। ভগৱান বুদ্ধই বসল বা চণ্ডাল সূত্ৰ আৰম্ভ কৰিলে—

(২) কোধনো উপনাহী চ—পাপমক্‌খী চ য়ো নৰো,
বিপন্নদিট্‌ঠি মায়াৱী—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহ, হিংসাপৰায়ণ আৰু বহুত দিনলৈ মনত হিংসাভাৱ পোষণ কৰি ৰাখে, পাপী অকৃতজ্ঞ, মিথ্যাদৃষ্টি সম্পন্ন, পৰলোক

আৰু দানফলাদি অবিশ্বাসী আৰু কথা বাগি দিয়া মিছলীয়া তাকেই চণ্ডাল বুলি কোৱা হয়।

(৩) একজং ৱা দ্বিজং ৱা'পি—য়ো'ধ পাণানি হিংসতি,
য়স্‌সপানে দয়া নত্থি—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

এই জগতত যি মানুহৰ পশু-পক্ষীৰ প্ৰতি দয়া নাই আৰু প্ৰাণী হিংসা কৰে, তাকেই চণ্ডাল বুলি কোৱা হয়।

(৪) য়ো হন্তি পৰিৰুন্ধতি—গামানি নিগমানি চ,
নিগ্‌গহকো সমঞ্‌ঞাতো—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে গাওঁ-নগৰ-চহৰাদি ধ্বংস কৰে, বন্ধ কৰে, তেওঁক লগনীয়া বুলি ভালকৈ জানিবা, তাকেই চণ্ডাল বুলি কোৱা হয়।

(৫) গামে ৱা য়দি বা'ৰঞ্ঞে—য়ং পৰেসং মমায়িতুং,
থেয়্যা অদিন্নং আদিয়তি—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে গাৱঁৰ পৰা বা অৰণ্যৰ পৰা আনৰ অধিকাৰভুক্ত সা-সম্পত্তি নিদিয়া বস্তু চোৰ কৰি আনে তাকেই চণ্ডাল বুলি কোৱা হয়।

(৬) য়ো হৱে ইণমাদায়—চুজ্জমানো পলায়তি,
ন হি তে ইণমত্থী'তি—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে ধাৰ লৈ নিদিবৰ মনেৰে পলায়, নাইবা ধাৰ খুজিবলৈ গলে অস্বীকাৰ কৰে, তাকেই চণ্ডাল বুলি কোৱা হয়।

(৭) য়ো ৱে কিঞ্চিক্খকম্যতা—পন্থস্মিং ৱজতং জনং,
হন্ত্বা কিঞ্চিক্খমাদেতি—তং জঞ্‌ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে আমিশাদি লাভৰ ইচ্ছাত বাটকৰা মানুহক হত্যা কৰি কিঞ্চিত বস্তু ও গ্ৰহণ কৰে, তাকেই চণ্ডাল বুলি কোৱা হয়।

(৮) য়ো অত্তহেতু পৰহেতু—ধনহেতু চ য়ো নৰো,
সক্খিপুট্ঠো মুসা ব্ৰূতি—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে, ধনৰ লোভত, নিজৰ লাভৰ কাৰণে, আনৰ প্ৰশংসাৰ কাৰণে মিছা সাক্ষী দিয়ে, তাকেই চণ্ডাল বুলি কোৱা হয়।

(৯) য়ো ঞাতীনং ৱা সখানং ৱা—দাৰেসু পতিদিস্সতি,
সহসা সম্পিয়ায়তি—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে জ্ঞাতিসকলৰ স্ত্ৰীৰ প্ৰতি বা বন্ধুসকলৰ স্ত্ৰীৰ প্ৰতি বা নিজৰ স্ত্ৰীৰ প্ৰতি ক্ষন্তেকতে প্ৰিয় ভাৱ দেখুৱাই বিৰুদ্ধ ভাৱ প্ৰদৰ্শন কৰে বা অন্যায় ব্যৱহাৰ কৰে, তাকেই চণ্ডাল বোলে।

(১০) য়ো মাতৰং ৱা পিতৰং ৱা—জিন্নকং গতয়োব্বনং,
পহূসন্তো ন ভৰতি—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে অসমৰ্থ, বৃদ্ধ পিতৃ-মাতৃক সমৰ্থবান হৈয়ো ভৰণ-পোষণ নকৰে, তাকে চণ্ডাল বোলে।

(১১) য়ো মাতৰং ৱা পিতৰং ৱা—ভাতৰং ভগিনিং সসুং,
হন্তি ৰোসেতি ৱাচায়—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে পিতৃ-মাতৃ, ভাই-ভনী, শশুৰ-শাশুৰক প্ৰহাৰ কৰে, গালি পাৰে আৰু টান কথা কয় তাকেই চণ্ডাল বোলে।

(১২) য়ো অত্থং পুচ্ছিতো সন্তো—অনত্থমনুসাসতি,
পটিচ্ছন্নেন মন্তেতি—তং জঞ্ঞা বসলো ইতি।

## অনুবাদ

যি মানুহক ভাল সত্য কথা সুধিলে অনৰ্থক বেয়া বুদ্ধিৰ শিক্ষা দিয়ে নাইবা ভাল কথা কবলৈ হলেও গোপন ঠাইলৈ মাতি নি অসত্য কথাৰ মন্ত্ৰণা কৰে, তাকেই চণ্ডাল বোলে।

(১৩) য়ো কত্বা পাপকং কম্মং—মামং জঞ্ঞা'তি ইচ্ছতি,
য়ো পটিচ্ছন্নকম্মন্তো—তং জঞ্ঞা বসলো ইতি।

## অনুবাদ

যি মানুহে আনে নজনাকৈ গোপনে পাপ কাম কৰে আৰু আনৰ আগত সাধু আৰু পৱিত্ৰ দেখুৱায়, তাকেই চণ্ডাল বোলে।

(১৪) য়ো বে পৰকুলং গন্ত্বা—ভুত্বান সুচি ভোজনং,
আগতং ন পটিপূজেতি—তং জঞ্ঞা বসলো ইতি!

## অনুবাদ

যি মানুহে আনৰ ঘৰলৈ গৈ ভাল ভাল খাই পূজা সেৱাদি সন্মান লাভ কৰে, কিন্তু সেইজনমানুহ নিজৰ ঘৰলৈ আহিলে বেয়া খোৱা বোৱা দি অসন্মান কৰে, তাকেই চণ্ডাল বোলে।

(১৫) য়ো ব্ৰাহ্মণং বা সমণং বা—অঞ্ঞং বা'পি বণিব্বকং,
মুসাৱাদেন বঞ্চেতি—তং জঞ্ঞা বসলো ইতি।

## অনুবাদ

যি মানুহে শ্ৰমণ-ব্ৰাহ্মণ, খুজনীয়া মগনীয়াক মিছা কথা কৈ প্ৰৱঞ্চনা কৰি খেদি দিয়ে, তাকেই চণ্ডাল বোলে।

(১৬) য়ো ব্ৰাহ্মণং বা সমণং বা—ভত্তকালে উপট্ঠিতে,
ৰোসেতি বাচা ন দেতি—তং জঞ্ঞা বসলো ইতি।

## অনুবাদ

যি মানুহে, খোৱাৰ সময়ত কোনো শ্ৰমণ-ব্ৰাহ্মণ তেওঁৰ ঘৰত উপস্থিত হলে, খোৱা দিয়ক চাৰি কটু কথা কৈ তাৰ পৰা খেদাই দিয়ে, তাকেই চণ্ডাল বোলে।

(১৭) অসতং য়োধ পব্ৰোতি— মোহেন পলিগুণ্ঠিতো,
কিঞ্চিক্খং নিজিগীসানো—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে এই জগতত মোহাভিভূত হৈ অশান্তসকলক নানা প্ৰকাৰৰ কথা কয় আৰু লোভৰ বশৱৰ্ত্তী হৈ আমিষাদি খোৱা-বোৱাৰ প্ৰাৰ্থনা কৰে, তাকেই চণ্ডাল বোলে।

(১৮) য়ো চ'ত্তানং সমুক্কংসে—পৰঞ্চমৱজানতি,
নিহীনো সেন মানেন—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে নিজকে প্ৰশংসা কৰি ওপৰলৈ তুলে, আৰু আনক তুচ্ছ কৰি, আত্মগৌৰৱত অহঙ্কাৰী হয়, তাকেই চণ্ডাল বোলে।

(১৯) ৰোসকো কদৰিয়ো চ—পাপিচ্ছো মচ্ছৰী সঠো,
অহিৰিকো অনোত্তাপী—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে কায়-বাক্যৰ দ্বাৰা প্ৰতিবাদ কৰি দানাদি পুণ্যকাৰ্য্য বন্ধ কৰে, পাপী, কৃপণ, নিলাজী, ভয়হীন, তাকেই চণ্ডাল বোলে।

(২০) য়ো বুদ্ধং পৰিভাসতি—অথৱা তসস্ সাৱকং,
পৰিব্বাজং গহট্ঠং ৱা—তং জঞ্ঞা ৱসলো ইতি।

## অনুবাদ

যি মানুহে বুদ্ধ বা তেওঁৰ শ্ৰাৱকসকলক নাইবা পৰিব্ৰাজক আৰু গৃহস্থক গালি পাৰে, তাকেই চণ্ডাল বোলে।

(২১) য়ো হৱে অনৰহা সন্তো—অৰহং পটিজানতি,
চোৰো সব্রহ্মকে লোকে—এস খো ৱসলাধমো।
এতে খো ৱসলা বুত্তা—ময়া য়ে বো পকাসিতা।

## অনুবাদ

যি মানুহে অৰহত নহৈও অৰহত বুলি প্ৰকাশ কৰে, সব্রহ্মালোকত আৰু দেৱ-মানৱ সমাজত তেওঁৱেই প্ৰকৃত চণ্ডাল। হে ব্ৰাহ্মণ! মই চণ্ডাল সম্পৰ্কে যি বিলাক ব্যাখ্যা কৰিলো সেই বিলাকেই চণ্ডালৰ কাৰ্য্য। চণ্ডালৰ কাৰ্য্য থূলমূলকৈ ইয়াকে কলো। আৰু বহুল হিচাপে তলত দিয়া বিলাক বুলি ধৰিবা।

(২২) ন জচ্চা ৱসলো হোতি ন জচ্চা হোতি ব্ৰাহ্মণো,
কম্মনা ৱসলো হোতি—কম্মনা হোতি ব্ৰাহ্মণো।

## অনুবাদ

জন্মৰ দ্বাৰা চণ্ডাল নহয় আৰু জন্মৰ দ্বাৰা ব্ৰাহ্মণো নহয়। কৰ্ম্মৰ দ্বাৰাহে চণ্ডাল আৰু কৰ্ম্মৰ দ্বাৰাহে ব্ৰাহ্মণ হব পাৰে।

(২৩) তদমিনা ৱিজানাথ—যথা মে'দং নিদসস্নং
চণ্ডালপুত্তো সোপাকো—মাতঙ্গো ইতি বিস্সুতো।

## অনুবাদ

হে ব্ৰাহ্মণ! কিহৰ কাৰণে চণ্ডাল বুলি কোৱা হয় তাক জানিব খুজিছা এই বিলাক কাৰণেই জানিবা। চণ্ডালৰ পুত্ৰও ভাল কাম কৰি এদিন শ্ৰেষ্ঠ মাতঙ্গ বুলি প্ৰসিদ্ধ লাভ কৰিছিল। এই বিলাকেই তাৰ নিদৰ্শন।

(২৪) সো য়সং পৰমং পত্তো—মাতঙ্গো'য়ং সুদুল্লভং,
অগঞ্ছুং তস্সুপট্ঠানং—খত্তিয়া ব্ৰাহ্মণা বহূ।

## অনুবাদ

সেই মাতঙ্গই পৰম যশস্বী আৰু চাৰিও ফালে তেওঁৰ

নামযশ বিয়পি পৰিছিল। তেওঁৰ সেৱা শুশ্রূষা কৰিবলৈ চাৰিও ফালৰ পৰা ক্ষত্রীয় ব্রাহ্মণাদি আহি ভৰি পৰিছিল।

(২৫) সো দেৱয়ানং মাৰুয়্হ—ৱিৰজং সো মহাপথং,
কামৰাগং ৱিৰাজেত্বা—ব্রহ্মলোকূপগো অহু।

## অনুবাদ

সেই মাতঙ্গই নির্ম্মল বাটত দেৱযানত আৰোহণ কামতৃষ্ণা ধ্বংস কৰি ব্রহ্মলোকত উপস্থিত হৈছিল।

(২৬) নতং জাতি নিৱাৰেতি—ব্রহ্মলোকূপপত্তিয়া,
অজ্ঝায়কা কুলেজাতা—ব্রাহ্মণ মন্তবন্ধুনো।

(২৭) তেচ পাপেসু কম্মেসু—অভিণ্হমুপদিস্সৰে,
দিট্ঠেৱ ধম্মে গাৰয়্হ—সম্পৰায়ে দুগ্গত্তিং।
ন তে জাতি নিৱাৰেতি দুগ্গচ্চা গৰহায় ৱা।

## অনুবাদ

(২৬।২৭) সেই মাতঙ্গই ব্রহ্মলোকত জন্ম গ্রহণ কৰাৰ কাৰণেই পুনৰ জন্মগ্রহণ কৰিব লগা নহল। বেদ অধ্যাপকৰ বংশত জন্মগ্রহণ কৰা বেদ মন্ত্ৰৰে অনুপ্রাণিত ব্রাহ্মণ সকলে সদায় পাপ কার্য্যত লিপ্ত থকাৰ হেতুকে বর্ত্তমান জীৱনতো নিন্দাৰ ভাগী হৈছে আৰু পৰকালতো দুৰ্গত প্ৰাপ্ত হৈছে। তেওঁলোকে দুর্গতি আৰু নিন্দাৰ ভাজন হৈ পুনঃ পুনঃ জন্ম গ্রহণ কৰি দুখ ভোগ কৰিব লগাত পৰিছে।

(২৮) ন জচ্চা ৱসলো হোতি—ন জচ্চা হোতি ব্রাহ্মণো,
কম্মনা ৱসলো হোতি—কম্মনা হোতি ব্রাহ্মণো

## অনুবাদ

২২নং অনুবাদ দ্রষ্টব্য।

(২৯) এৱং বুত্তে অগ্গিক ভাৰদ্বাজো ব্রাহ্মণো ভগৱন্তং

এতদৱো চ—অভিক্কন্তং ভো গোতম! অভিক্কন্তং ভো গোতম। সেয়্যথাপি ভো গোতম! নিক্কুজ্জিতং ৱা উক্কুজ্জেয়্য, পটিচ্ছন্নং ৱা ৱিৱৰেয়্য, মূল্‌হস্‌স ৱা মগ্‌গং আচিক্খেয়্য অন্ধকাৰে ৱা তেলপজ্জোতং ধাৰেয়্য, চক্খুমন্তো ৰূপানি দক্খিন্তীতি এৱমেৱং ভোতা গোতমেন অনেক পৰিয়ায়েন ধম্মো পকাসিতো, এসাহং ভগৱন্তং গোতমং সৰণং গচ্ছামি ধম্মঞ্চ ভিক্খুসঙ্ঘঞ্চ। উপাসকং মং ভৱং গোতমো ধাৰেতু অজ্জতগ্‌গে পাণুপেতং সৰণং গতন্তি।

## অনুবাদ

ভগৱান বুদ্ধই চণ্ডাল ধৰ্ম্মৰ কথা শেষ কৰিলত অগ্‌গিক ভৰদ্বাজ ব্ৰাহ্মণে কলে—ভন্তে গৌতম! অতি উত্তম কথা। ভন্তে ভগৱান অতি শ্ৰেষ্ঠ উপদেশ মোক আপুনি প্ৰদান কৰিলে। যেনেকৈ—ঢাক খাই থকাক উবুৰীয়াই দিয়াৰ দৰে, বাট কণামুৰী লগাক বাট দেখুৱাই দিয়াৰ দৰে, অন্ধকাৰত চাকি লগাই পোহৰ কৰি দিয়াৰ দৰে, অন্ধক চকু দান কৰাৰ দৰে, মোৰ হিতৰ কাৰণে যি বিলাক ধৰ্ম্ম ব্যাখ্যা কৰিলে ইয়াতেই মোৰ অজ্ঞান দূৰহৈ জ্ঞান চকুৰে দেখিবলৈ পাইছো। চণ্ডাল কোন। গতিকে মই বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ শৰণ গ্ৰহণ কৰিলো। আজীৱন মোক উপাসক হিচাপে আপুনি গ্ৰহণ কৰক।

## মহাসময় সুত্তং

(১) এৱং মে সুতং একং সময়ং ভগৱা সক্কেসু ৱিহৰতি কপিলৱত্থুস্মিং মহাৱনে, মহতা ভিক্খুসঙ্ঘেন সদ্ধিং পঞ্চমত্তেহি ভিক্খুসতেহি সব্বেহেৱ অৰহন্তেহি। দসহি চ লোকধাতূহি দেৱতা য়েভুয়্যেন সন্নিপতিতা হোন্তি ভগৱন্তং দসস্‌নায় ভিক্খুসঙ্ঘঞ্চ। অথখো চতুন্নং সুদ্ধাৱাসকায়িকানং দেৱানং এতদহোসি। অয়ং খো ভগৱা সক্কেসু ৱিহৰতি কপিলৱত্থুস্মিং মহাৱনে মহতা ভিক্খু-

সঙ্ঘেন সদ্ধিং পঞ্চমত্তেহি ভিক্খুসতেহি সব্বেহেৱ অৰহন্তেহি দসহি চ লোকধাতূহি দেৱতা যেভুয়্যেন সন্নিপতিতা হোন্তি ভগৱন্তং দসস্নায় ভিক্খুসঙ্ঘঞ্চ। য়ন্নূন ময়ম্পি য়েন ভগৱা তেনুপসঙ্কমেয়্যাম-উপসঙ্কামিত্বা ভগৱতো সন্তিকে পচ্চেকগাথং ভাসেয়্যামা'তি। অথখো তা দেৱতা সেয়্যথাপি নাম ৱলৱা পুৰিসো সম্মিঞ্জিতং ৱা ৱাহং পসাৰেয়্য পসাৰিতং ৱা ৱাহং সম্মিঞ্জেয়্য, এৱমেৱ সুদ্ধাৱাসেসু দেৱেসু অন্তৰহিতা ভগৱতো পুৰতো পাতুৰহংসু। অথ খো তা দেৱতা ভগৱন্তং অভিৱাদেত্বা একমন্তং অট্‌ঠংসু, একমন্তং ঠিতা খো একা দেৱতা ভগৱতো সন্তিকে ইমং গাথং অভাসি—

মহাসময়ো পৱনস্মিং দেৱকায়া সমাগতা,
আগতম্হ ইমং ধম্মসময়ং দক্খিতায়ে অপৰাজিত সঙ্ঘন্তি।

## অনুবাদ

মই এইদৰে শুনিছো যে, এসময়ত ভগৱান বুদ্ধই শাক্যসকলৰ কপিলবস্তু নগৰৰ মহাবনত বাস কৰিছিল। তেওঁৰ লগত পাঁচশ ভিক্ষুসংঘ আছিল আৰু এই সূত্ৰ শ্ৰৱণ কৰি সকলোৱেই অৰহত্ত্ব লাভ কৰিছিল। ভগৱান বুদ্ধ আৰু তেওঁৰ শিষ্যসকলক দৰ্শন কৰিবৰ কাৰণে অৰূপদেৱতাসকলৰ বাহিৰে চক্ৰৱালৰ দহ সহস্ৰ দেৱতা সেই বনত উপস্থিত হৈছিল। তাৰ পাচত অনাগামী শুদ্ধবাসৰ দেৱতাসকলেও ভগৱান বুদ্ধৰ ওচৰত উপস্থিত হৈ প্ৰত্যেকে একোটিকৈ গাথা আবৃত্তি কৰিবৰ কাৰণে বলৱান পুৰুষে হাত প্ৰচাৰিত কৰি চপাওঁতে যিমান সময় প্ৰয়োজন, সিমান সময়ৰ ভিতৰতে শুদ্ধবাসদেৱলোকত অন্তৰ্দ্ধান হৈ ভগৱান বুদ্ধৰ সন্মুখত উপস্থিত হৈ অভিৱাদন কৰি একাষত থিয় হৈ এজন দেৱতাই এই গাথা ভাষণ কৰিলে। আজি এই বনত চক্ৰৱালৰ বহুত দেৱতা সমাগত হৈছেহি। আমিও দেৱতাসকলৰ আগমনত ধৰ্ম্ম-সভাত যোগদান কৰিবৰ উদ্দেশ্যে ইয়াত উপস্থিত হৈছোহি। আৰু

অপৰাজিত ভিক্ষুসংঘক দৰ্শন কৰিবৰ কাৰণে। এই গাথা কৈ ব্ৰহ্মাই পূৰ্ব্ব চক্ৰৱালত থিয় হ'ল।

( ২ ) অথখো অপৰাদেৱতা ভগৱতো সন্তিকে ইমং গাথং অভাসি—
তত্ৰ ভিকৃখৱো সমাদহংসু চিত্তমত্তনো উজুকং অকংসু,
সাৰথীৱ নেত্তানি গহেত্বা ইন্দ্ৰিয়ানি ৰকৃখন্তি পণ্ডিতাতি।

## অনুবাদ

তাৰ পাচত আন এজন দেৱতাই ভগৱান বুদ্ধৰ ওচৰত এই গাথা ভাষণ কৰিলে। এই সভাত ভিক্ষুসকলে ধ্যানত নিবিষ্ট হৈ চিত্ত সংযম কৰিব পাৰিছে। সাৰথিয়ে যেনেকৈ লাগামত ধৰি ঘোঁৰাক দমন কৰে তেনেকৈ এই পাঁচশ অৰহত ভিক্ষু সকলেও ইন্দ্ৰিয়বিলাক ৰক্ষা কৰিছে। এইদৰে কৈ সেইজন দেৱতাও দক্ষিণ চক্ৰৱালত থিয় হ'লগৈ।

( ৩ ) অথখো অপৰাদেৱতা ভগৱতো সন্তিকে ইমং গাথং অভাসি—
ছেত্বাখীলং ছেত্বাপলিঘং ইন্দ্ৰখীলং উহচ্ছমনেজা,
তে চৰন্তি সুদ্ধা ৱিমলা চকৃখুমন্তাসুদন্তা সুসুনাগাতি।

## অনুবাদ

তাৰ পাচত আন এজন দেৱতাই এই গাথা ভাষণ কৰিলে—তৃষ্ণাবিহীন ভিক্ষুসকলে ৰাগ, দ্বেষ, মোহৰ খুঁতি ছেদন কৰি, অবিদ্যা ধ্বংস কৰি স্তম্ভৰ মূল উৎঘাটন, ক্লেশহীন নিৰ্ম্মল, তৰুণ নাগৰ দৰে ছয়ইন্দ্ৰিয় দমন কৰি পঞ্চচক্ষু সম্পন্ন হৈ বিচৰণ কৰিছে। সেই অনুত্তৰ গুণসম্পন্ন ভিক্ষুসকলক চাবলৈ ইয়ালৈ আহিছো। এইদৰে কৈ সেই দেৱতাজনেও পশ্চিম চক্ৰৱালত থিয় হ'ল গৈ।

( ৪ ) অথ খো অপৰাদেৱতা ভগৱতো সন্তিকে ইমং গাথং অভাসি
য়ে কেচি বুদ্ধং সৰণং গতাসে নতে গমিসসৃন্তি অপায়ং,
পহায় মানুসং দেহং দেৱকায়ং পৰিপূৰেস্‌সন্তী'তি।

## অনুবাদ

তাৰ পাচত আন এজন দেৱতাই ভগৱান বুদ্ধৰ ওচৰত এই গাথা ভাষণ কৰিলে—যি নিঃসন্দেহে বুদ্ধৰ শৰণ গ্ৰহণ কৰে তেওঁ অপায়গামী কেতিয়াও নহয়। মানুষ্য দেহত্যাগ কৰি দেৱলোকত জন্মগ্ৰহণ কৰিব পাৰে। এই গাথাটি কৈ তেওঁ ও উত্তৰ চক্ৰৱালত থিয় হলগৈ।

(৫) অথ খো ভগৱা ভিক্খু আমন্তেসি, য়েভুয়্যেন ভিক্খৱে দসসু লোকধাতূসু দেৱতা সন্নিপতিতা ; তথাগতং দস্সনায় ভিক্খু-সংঘঞ্চ। য়ে'পি তে ভিক্খৱে অহেসুং অতীত-মদ্ধানং অৰহন্তো। সম্মাসম্বুদ্ধা, তেসম্পি ভগৱন্তানং এতপৰমায়েৱ দেৱতা সন্নিপতিতা অহেসুং সেয়্যথাপি ময়্হং এতৰহি। য়েপিতে ভিক্খৱে ভৱিস্সন্তি অনাগতমদ্ধানং অৰহন্তো সম্মাসম্বুদ্ধা তেসম্পি ভগৱন্তানং এত পৰমায়েৱ দেৱতা সন্নিপতিতা ভৱিস্সন্তি, সেয়্যথাপি ময়হ্ং এতৰহি। আচিক্খিস্সামি ভিক্খৱে দেৱকায়ানং নামানি, কিত্তয়িস্সামি ভিক্খৱে দেৱকায়ানং নামানি, দেসিস্সামি ভিক্খৱে দেৱকায়ানং নামানি। তং সুনাথ, সাধুকংমনসিকৰোথ, ভাসিস্সামী'তি। এৱম্ভন্তে'তি খো তে ভিক্খু ভগৱতো পচ্চস্সোসুং ভগৱা এতদৱোচ।

## অনুবাদ

তাৰ পাচত ভগৱান বুদ্ধই ভিক্ষুসকলক সম্বোধন কৰি কলে— হে ভিক্ষুসকল! দহ সহস্ৰ লোকধাতুৰ দেৱতাসকলে তথাগত আৰু ভিক্ষুসংঘক দৰ্শন কৰিবলৈ একত্ৰিত হৈছেহি। হে ভিক্ষু-সকল! অনাগত যিসকল বুদ্ধ হব তেওঁলোকৰ সন্মুখলৈ ও আজি মোৰ সন্মুখত উপস্থিত হোৱাৰ দৰে দেৱতাসকল সমাগম হব। মই এতিয়া তোমালোকৰ আগত সেই দেৱতাসকলৰ নাম-গুণ বৰ্ণনা কৰিম। তাক ভালদৰে শ্ৰৱণ কৰা। 'কওক ভন্তে' বুলি

ভিক্ষুসকলে প্ৰাৰ্থনা কৰি মনোযোগ দিলে আৰু ভগৱান বুদ্ধই এইদৰে কবলৈ আৰম্ভ কৰিলে।

(৬) সিলোক মনুকস্‌সামি য়্যথভুম্মাতদস্‌সিতা,
য়ে সিতা গিৰিগম্ভাৰং পহিতত্তা সমাহিতা।

## অনুবাদ

যিবিলাক ঠাইত ভূমিবাসী দেৱতাসকলে আশ্ৰয় কৰি আছে আৰু যিসকল ভিক্ষুৱে নিৰ্ব্বাণ সাধনা চিত্ত আৰু অবিচলিত চিত্ত-পৰায়ণ হৈ গিৰি-গুহাত আশ্ৰয় কৰি আছে, তেওঁলোক গুণ-কীৰ্ত্তনৰ পাত্ৰ, যেহেতু তেওঁলোকৰ আখৰ-পদ আৰু নিয়মিত বচনযুক্ত সকলো কথাতে।

(৭) পুথূ সীহাৱসল্লীনা লোমহংসাভি সম্ভূনো,
ওদাত মনসা সুদ্ধা ৱিপ্পসন্নমনাৱিলা।

## অনুবাদ

তেওঁলোকৰ অধিকসংখ্যকে সিংহৰ দৰে অকলশৰে বাস কৰে। তেওঁলোক নিৰ্ভীক, শ্ৰদ্ধাৱান, পৰিশুদ্ধ, প্ৰসন্নচিত্ত আৰু পাপ-মলহীন।

(৮) ভীয়্যো পঞ্চসতে ঞত্বা ৱনে কপিলৱত্থৱে,
ততো আমন্তয়ী সত্থা সাৱকে সাসনেৰতে।

## অনুবাদ

কপিলবস্তুৰ কাষৰ এডোখৰ গহন বনত ভগৱান বুদ্ধৰ লগত অতিৰিক্ত পাঁচশ ভিক্ষু আছে বুলি বুজিব পাৰি; তিনি প্ৰকাৰ শাসন ৰক্ষাৰ শিক্ষাকামী ভিক্ষুসকলক সম্বোধন কৰিলে।

(৯) দেৱকায়া অভিক্কন্তা তে ৱিজানাথ ভিক্খৱো,
তে চ আতপ্পমকৰুং সুত্বা বুদ্ধসস্ সাসনং।

## অনুবাদ

হে ভিক্ষুসকল! আগত সেই দেৱতাসকলক দিব্যচকুৰে দৰ্শন কৰা। ভিক্ষুসকলে ভগৱান বুদ্ধৰ কথা শুনি ততালিকে উৎসাহৰে চাবলৈ ধ্যানত নিমগ্ন হল।

(১০) তেসং পাতুৰহুঞানং অমনুস্‌সান দস্‌সনং,
অপ্পেকে সতমদ্দক্‌খুং সহস্‌সং অথ সত্ততিং।

## অনুবাদ

সেই ধ্যান নিমগ্ন ভিক্ষুসকলে অমনুষ্যসকলক দৰ্শন কৰাৰ জ্ঞান উৎপন্ন হল। কোনো কোনোৱে এশ, কোনো কোনোৱে এহেজাৰ আৰু কোনো কোনোৱে সপ্ততিংশ হেজাৰ দেখিবলৈ পালে।

(১১) সতং একে সহস্‌সানং অমনুস্‌সানমদ্দস্ংুং,
অপ্পেকেনন্ত মদ্দক্‌খুং দিসা সব্বা ফুটা অহু।

## অনুবাদ

কোনোৱে লক্ষ্য আৰু কোনোৱে অসংখ্য অমনুষ্য দেখিবলৈ পালে। কাৰণ সেই সময়ত অমনুষ্যই ঠাইখনি পৰিপূৰ্ণ হৈ আছিল।

(১২) তঞ্চ সব্বং অভিঞ্ঞায় পৰক্খিত্বান চক্‌খুমা,
ততো আমন্তয়ী সত্থা সাৱকে সাসনেৰতে।

## অনুবাদ

পঞ্চচক্ষুষ্মান বুদ্ধই নিজৰ হাতৰ ৰেখাৰ দৰে সকলো বিষয় দেখিবলৈ পাই, শ্ৰাৱকসকলক সম্বোধন কৰি কলে।

(১৩) দেৱকায়া অভিক্‌খন্তা তে ৱিজানাথ ভিক্‌খৱো,
য়েৱোহং কিত্তয়িস্‌সামি গিৰাহি অনুপুব্বসো।

## অনুবাদ

হে ভিক্ষুসকল! সেই দেৱতাসকলক তোমালোকে ভালদৰে চোঁৱা। মই এজন এজনকৈ তেওঁলোকৰ গুণ-কীৰ্ত্তন কৰিম।

(১৪) সত্তসহস্‌সা য়ক্‌খা ভুম্মা কাপিলৱথৱা,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্‌সিনো;
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

## অনুবাদ

সপ্ত সহস্ৰ দিব্য ঋদ্ধিযুক্ত, শক্তি সম্পন্ন, শৰীৰৰ সুন্দৰ বৰ্ণ, যশস্বী সম্পন্ন ভূমিবাসী যক্ষসকলে তুষ্ট মনৰে কপিলবস্তুৰ মহাবনত বাসকৰা ভিক্ষুসকলৰ সভাত উপস্থিত হৈ, দৰ্শন কৰিবলৈ সমবেত হৈছেহি।

(১৫) ছসহস্‌সা হেমৱতা য়ক্‌খা নানত্তৱণ্ণিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সসিস্‌নো;
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

## অনুবাদ

নানাপ্ৰকাৰ বৰ্ণৰ ভিতৰত ছয়হেজাৰ হেমৱতী পৰ্ব্বতবাসী নীলবৰণীয়া যক্ষসকল। দিব্য ঋদ্ধিযুক্ত, শক্তি সম্পন্ন, বৰ্ণযুক্ত যশস্বী যক্ষসকলে সন্তোষ মনেৰে কপিলবস্তুৰ মহাবনত বাস কৰা ভিক্ষুসকলক দৰ্শন কৰিবলৈ ইয়াত উপস্থিত হৈছেহি।

(১৬) সাতাগিৰা তিসহস্‌সা য়ক্‌খা নানত্তৱণ্ণিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সসিস্‌নো;
মোদমানা অভিক্কামুং ভিক্‌খুনং সমিতিং ৱনং।

## অনুবাদ

তিনি সহস্ৰ সাতগিৰি পৰ্ব্বতবাসী নানাবৰ্ণৰ যক্ষসকল। দিব্য ঋদ্ধিযুক্ত......উপস্থিত হৈছিল।

(১৭) ইচ্চেতে সোলসসহসস্‌া য়কৃখা নানত্তৱগ্নিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সসিস্‌নো ;
মোদমানা অভিক্কামুং ভিকৃখূনং সমিতিং ৱনং

## অনুবাদ

এইদৰে নানা বৰ্ণৰ যোল হেজাৰ যক্ষ। দিব্য ঋদ্ধিযুক্ত...... উপস্থিত হৈছিল।

(১৮) ৱেস্‌সামিত্তা পঞ্চসতা য়কৃখা নানত্তৱগ্নিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সসি্সনো ;
নোদমানা অভিক্কামুং ভিকৃখূনং সমিতিংৱনং।

## অনুবাদ

পাঁচশ বেস্‌সমিত্র পৰ্ব্বতবাসী যক্ষ। দিব্যঋদ্ধিযুক্ত............ উপস্থিত হৈছিল।

(১৯) কুম্ভীলো ৰাজগহিকো ৱেপুল্লস্‌স নিৱেসনং,
ভীয়্যো নং সতসহস্‌সং য়কৃখানং পয়িৰুপাসতি ;
কুম্ভীলো ৰাজগহিকো সোপাগ সমিতিং ৱনং

## অনুবাদ

ৰাজগৃহ নগৰৰ ওচৰত থকা কুম্ভীৰ যক্ষ। তেওঁৰ বাসস্থান বেপুল পৰ্ব্বতৰ মাজত। তেওঁক প্ৰায় একলক্ষমান যক্ষে সেৱা শুশ্ৰূষা কৰে। ৰাজগৃহবাসী সেই কুম্ভীৰ আৰু সপৰিবাৰে ভিক্ষু সকলৰ সভা দৰ্শন কৰিবৰ কাৰণে এই বনত উপস্থিত হৈছেহি।

(২০) পুৰিমঞ্চ দিসং ৰাজা ধতৰট্‌ঠো তম্পসাসতি,
গন্ধব্বানং অধিপতি মহাৰাজা য়সসি্স সো।

## অনুবাদ

পূবফালৰ ৰজা ধৃতৰাষ্ট্ৰই সেই দিকটো অনুশাসন কৰে।

তেওঁ তিনি চাৰি ফালৰ গন্ধৰ্ব্বসকলৰ অধিপতি, সকলোৱেই তেওঁৰ কৰতলীয়া। সেই মহাৰাজো মহাপৰিবাৰ সম্পন্ন যশস্বী।

(২১) পুত্তাপি তস্স বহৱো ইন্দনামা মহব্বলা,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্খূনং সমিতিং ৱনং।

## অনুবাদ

সেই ধৃতৰাষ্ট্ৰৰ মহাবল সম্পন্ন শক্ৰ দেৱেন্দ্ৰ নামধাৰী পুত্ৰ সকলেও আছে। দিব্যঋদ্ধিযুক্ত·········উপস্থিত হৈছেহি।

(২২) দক্খিণঞ্চ দিসং ৰাজা বিৰূল্হো তপ্পসাসতি,
কুম্ভণ্ডানং অধিপতি মহাৰাজা য়সস্সি সো।

## অনুবাদ

ৰজা বিৰূলহ্ই দক্ষিণ দিকটো অনুশাসন কৰে। তেওঁ কুম্ভণ্ডসকলৰ ৰজা। সেই মহাৰজাও মহাপৰিবাৰ সম্পন্ন।

(২৩) পুত্তাপি তস্স বহৱো ইন্দনামা মহব্বলা,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্খূনং সমিতিং ৱনং।

**অনুবাদ**—২১নং অনুৰূপ।

(২৪) পচ্ছিমঞ্চ দিসং ৰাজা ৱিৰূপক্খো তপ্পসাসতি,
নাগানং অধিপতি মহাৰাজা য়সস্সি সো।

## অনুবাদ

ৰজা বিৰূপক্ষই পশ্চিম দিকটো অনুশাসন কৰে। তেওঁ নাগবিলাকৰ ৰজা সেই মহাৰজাও মহাপৰিবাৰ সম্পন্ন।

(২৫) পুত্তাপি তস্স বহৱো ইন্দনামা মহব্বলা,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্খূনং সমিতিং ৱনং।

**অনুবাদ**—২১ আৰু ২৩ নং অনুৰূপ।

(২৬) উত্তৰং চ দিসং ৰাজা কুৱেৰো তম্পসাসতি,
য়ক্খানং অধিপতি মহাৰাজা য়সস্সিসো।

## অনুবাদ

ৰজা কুবেৰই উত্তৰ দিকটো অনুশাসন কৰে। তেওঁ যক্ষ বিলাকৰ ৰজা। সেই মহাৰজাও মহাপৰিবাৰ সম্পন্ন।

(২৭) পুত্তাপি তস্‌স ৱহৱো ইন্দনামা মহব্বলা,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

**অনুবাদ**—২১, ২৩, আৰু ২৫নং অনুৰূপ।

(২৮) পুৰত্থিমেন ধতৰট্‌ঠো দক্খিণেন ৱিৰুলহ্‌কো,
পচ্ছিমেন ৱিৰূপক্খো কুৱেৰো উত্তৰং দিসং।

## অনুবাদ

পূবফালে ধৃতৰাষ্ট্ৰ, দহ সহস্ৰ চক্ৰৱালৰ ধৃতৰাষ্ট্ৰ মহাৰজাসকলে তেওঁলোকৰ কোটি শত সহস্ৰ পৰিয়ালবৰ্গক লগত লৈ কপিল বস্তুৰ মহাবনখনিৰপৰা চক্ৰবাল পূৰ্ণ কৰি থিয় হৈ আছেহি। সেইদৰে দক্ষিণফালে বিৰূলহক, পশ্চিমফালে বিৰূপকৃখ, আৰু উত্তৰফালে কুবেৰসকলে থিয় হৈ আছেহি।

(২৯) চত্তাৰো তে মহাৰাজা সমন্তা চতুৰো দিসা,
দদ্দল্লমানো অট্‌ঠংস্থুং ৱনে কাপিলৱত্থৱে।

## অনুবাদ

এই চাৰিজন মহাৰজাই গোটেই চক্ৰৱালৰপৰা আহি কপিলবস্তু বনৰ চাৰিওফালে মহা অগ্নিস্কন্ধৰ দৰে দীপ্তিমান কৰি থিয় হৈ আছেহি।

(৩০) তেসং মায়াৱিনো দাসা আগু ৱঞ্চনিকা সঠা,
মায়া কুটেণ্ড ৱেটেণ্ডু ৱিটুচ্চ ৱিটুডো সহ।

## অনুবাদ

তেওঁলোকৰ চাকৰবিলাকো মায়াবী, প্ৰৱঞ্চনাকাৰী আৰু ঠগৰামী। সেই চাকৰবিলাক মায়াকাৰক। বিটুড দাসৰ লগত কুটেণ্ড, বেটেণ্ড আৰু বিটুচ্চ ও আহিছে।

(৩১) চন্দনো কামসেট্‌ঠো চ কিন্নুঘণ্ডু নিঘণ্ডু চ,
পনাদো ওপমঞ্ঞো চ দেৱসূতো চ মাতলী।

## অনুবাদ

চন্দনো, কামসেটেঠো, কিন্নুঘণ্ডু, নিঘণ্ডু, পনাদো ওপমঞ্ঞো, দেৱসূতো আৰু মাতলী।

(৩২) চিত্তসেনো চ গন্ধব্বো নলোৰাজা জনেসভো,
আগুপঞ্চ সিখোচে'ৱ তিম্বৰু সুৰিয়-ৱচ্ছসা।

## অনুবাদ

চিত্ত, সেন, চিত্তসেন, গন্ধবে, নলকাৰক এজন দেৱৰাজ পুত্ৰ, জনেসভ বা জনসভদেৱপুত্ৰ, পঞ্চসিখ, তিম্বৰু নামক গন্ধৰ্ব্ব দেৱৰাজ আৰু সুৰিয় বচ্চসা নামৰ তিম্বৰুৰ কন্যা; আগু ও আহিছে।

(৩৩) এতে চ'ঞ্ঞে চ ৰাজানো গন্ধব্বা সহ ৰাজুভি,
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱমং।

## অনুবাদ

এওঁলোক আৰু অন্যান্য ৰজাসকলৰ লগত বহুত গন্ধৰ্ব্ব ৰজা সমবেত হৈছেহি। ২১ নং অনুৰূপ।

(৩৪) অথাগু নগসা নাগা ৱেসালা সহ তচ্ছকা,
কম্বলস্‌সতৰা আগু পায়াগা সহ ঞাতিভি।

## অনুবাদ

তাৰ পাচত নাগ, হ্ৰদবাসী নাগবিলাক; বেসালবাসী নাগ-বিলাক, আৰু নাগ পৰিষদৰ লগত আগু ও আহিছে। প্ৰয়াগ তীৰ্থবাসী জ্ঞাতিসকলৰ লগত সিনেৰু পৰ্ব্বতপাদত বাস কৰা কম্বল আৰু অস্সতৰ নাগবিলাক আহিছে।

( ৩৫ ) যমুনা ধতৰট্‌ঠা চ আগু নাগা য়সিস্সনো,
এৰাৱণো মহানাগো সোপাগ সমিতিং ৱনং।

## অনুবাদ

যমুনাবাসী ধৃতৰাষ্ট্ৰ বংশজাত নাগবিলাকো সপৰিবাৰে আহিছে আৰু মহানাগদেৱপুত্ৰও এই সমিতি বনলৈ আহিছে।

( ৩৬ ) য়ে নাগৰাজে সহসা হৰন্তি
দিব্বা দিজা পকৃখী বিসুদ্ধ চকৃখু,
বেহাসয়া তে বনমজ্ঝ পত্তা
চিত্ৰা সুপণ্ণা ইতি তেসং নামানি।

## অনুবাদ

যিবিলাক দিব্য দ্বিজ বিশুদ্ধ চক্ষুষ্মান পক্ষী, কম্বল আৰু অস্সতৰৰ বাহিৰে বাকী নাগৰজাবিলাকক হঠাতে ধৰি খাই, সিহঁতেও আকাশ মাৰ্গে এই মহাবনলৈ আহিছে। সিহঁতৰ নাম চিত্ৰ সুপন্ন।

( ৩৭ ) অভয়ং তদা নাগৰাজানমাসি
সুপণ্ণতো খেমমকাসি বুদ্ধো,
সণহাহি বাচাহি উপব্হয়ন্তা
নাগা সুপণ্ণা সৰণমগংসু বুদ্ধং।

## অনুবাদ

ভগৱান বুদ্ধই সেই সময়ত সুপন্নবিলাকৰ পৰা নিৰাপদ বুলি অভয় প্ৰদান কৰি সিহঁতৰ মাজত মিত্ৰালাপ যুক্ত মৃদু বাক্যৰ

দ্বাৰা আলিঙ্গন কৰুৱাইছিল। সকলোৱেই বুদ্ধৰ শৰণ গ্ৰহণ কৰিছিল।

( ৩৮ ) জিতা ৱজিৰ হত্থেন সমুদ্দং অসুৰাসিতা,
ভাতৰো বাসৱস্সেতে ইদ্ধিমন্তো য়সস্সিনো।

## অনুবাদ

বজ্ৰ হস্তধাৰী ইন্দ্ৰৰ দ্বাৰা, মহাসমুদ্ৰত বাস কৰা অসুৰসকল সুজা নামৰ অসুৰ কন্যাৰ কাৰণে পৰাজিত হৈছিল। এই ঋদ্ধিমান পৰিবাৰসম্পন্ন অসুৰেন্দ্ৰ ভ্ৰাতৃবিলাকো বাসৱৰ ওচৰত পৰাজিত হৈছিল।

( ৩৯ ) কালকঞ্জা মহাভিংসা অসুৰা দানৱেঘসা,
ৱেপচিত্তিসুচিত্তি চ পহাৰাদো নমুচী সহ।

## অনুবাদ

মহৎ, ভীষণ দেহধাৰী কালকঞ্জ অসুৰবিলাক, দান বেঘস নামৰ ধনুৰ্দ্ধাৰী অসুৰবিলাক, বেপচিত্তি, সুচিত্তি, পহাৰাদো বা দেবপুত্ৰ মাৰ নামুচীৰ লগত আহিছিল।

( ৪০ ) সতঞ্চ বলিপুত্তানং সব্বে ৱেৰোচ নামকা,
সন্নয়্হিত্বা বলিং সেনং ৰাহুভদ্দ মুপাগমুং;
সময়োদানি ভদ্দন্তে ভিক্খূনং সমিতিং ৱনং।

## অনুবাদ

মহা অসুৰ বলিৰজাৰ এশ পুত্ৰ নিজ মোমায়েক ৰাহু নামধাৰী। বলিৰজাৰ সৈন্য আৰু পৰিচ্ছদ সুসজ্জিত কৰিবলৈ নিৰ্দ্দেশ পাই প্ৰস্তুত হৈ ৰাহু অসুৰেন্দ্ৰৰ ওচৰত উপস্থিত হলহি। আৰু ৰজাক খবৰ দিলেগৈ—ভদন্ত এতিয়া ভিক্ষুসকলৰ সমিতি-বনলৈ যোৱা আপোনাৰ আদেশ হওক।

( ৪১ ) আপো চ দেৱা পঠৱী চ তেজো ৱয়ো তদাগমুং,
ৱৰুণা ৱাৰুণা দেৱা সোমো চ য়সসা সহ।

## অনুবাদ

পানী, পৃথিৱী, তেজ আৰু বায়ু কসিন ভাৱনাৰ দ্বাৰা দেৱলোকত উৎপন্ন দেৱতাসকলো তেতিয়া আহিছিল। বৰুণা, বাৰুণা আৰু সোম দেৱতাসকল যস্‌সদেৱতাৰ লগত আহিছিল।

( ৪২ ) মেত্তা কৰুণা কায়িকা আগুদেৱা য়সস্‌সিনো,
দসেতে দসধা কায়া সব্বে নানত্তৱণ্ণিনো।

## অনুবাদ

মত্রী আৰু কৰুণা ভাৱনা কৰি দেৱলোকত উৎপন্ন যশস্বী দেৱতাসকলো আহিছে। এওঁলোক দহ ভাগত বিভক্ত হৈ স্থিত আছিল আৰু দহ প্ৰকাৰ নীল বৰ্ণাদি পোষাক ধাৰণ কৰি আহিছিল।

( ৪৩ ) ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্‌সিনো,
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

**অনুবাদ**—২১ নং অনুৰূপ।

( ৪৪ ) ৱেণ্‌হূচ দেৱা সহলী চ অসমা চ দ্বুৱে য়মা,
চন্দস্‌সুপনিসা দেৱা চন্দমাগু পুৰক্‌খত্বা।

## অনুবাদ

বেনহূ, সহলী, অসম আৰু দুজন যমক দেৱতাসকলে, চন্দ্ৰক আশ্ৰয় কৰি ইয়ালৈ আহিছে।

( ৪৫ ) সুৰিয়স্‌সুপনিসা দেৱা সুৰিয়মাগু পুৰক্‌খত্বা,
নক্‌খত্তানি পুৰক্‌খত্বা আগুমন্দৱলাহকা।

## অনুবাদ

সূৰ্য্যৰ আশ্ৰয়ত থকা দেৱতাবিলাকে সূৰ্য্যক আগত লৈ নক্ষত্ৰৰ আশ্ৰয়ত থকা দেৱতাবিলাক নক্ষত্ৰক আগত লৈ আৰু বায়ু, মেঘ, উষ্ণ, বলাহক দেৱতাবিলাকো ইয়ালৈ আহিছে।

(৪৬) ৱসূনং ৱাসৱো সেট্‌ঠো সক্কোপাগ পুৰিন্দদো,
দসেতে দসধা কায়া সব্বে নানত্তৱণ্ণিনো।

## অনুবাদ

বসু দেৱতাসকলৰ লগত বাস কৰা শ্ৰেষ্ঠ সেই পুৰন্দৰ শক্ৰও আহিছে।

(৪৭) ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো,
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

**অনুবাদ**—২১ নং অনুৰূপ।

(৪৮) অথাগু সহভূদেৱা জলমগ্‌গিসিখাৰিব,
অৰিট্‌ঠকা চ ৰোজা চ উম্মা পুপ্‌ফ নিভাসিনো।

## অনুবাদ

তাৰ পাচত সহভূনামক দেৱতাসকল আহিছে। অগ্নি শিখাৰ দৰে দীপ্তিমান জলমগ্‌গি আৰু সিখাৰি দেৱতাসকল, উমা ফুলৰ দৰে শৰীৰ প্ৰভাধাৰী দেৱতাসকলো ইয়ালৈ আহিছে।

(৪৯) ৱৰুণা সহ ধম্মা চ অচ্চুতা চ অনেজকা,
সুলেয়্য ৰুচিৰা আগু আগু ৱাসৱনেসিনো।

## অনুবাদ

বৰুণা, সহধম্মা, অচ্চুতা, অনেজকা, সুলেয়্য আৰু ৰুচিৰা দেৱতাসকল, আগু আৰু বাসৱনেসি দেৱতাসকলো সমবেত হৈছেহি।

(৫০) দসেতে দসধাকায়া সব্বে নানত্তৱণ্ণিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

## অনুবাদ

এওঁলোক দহ ভাগত বিভক্ত হৈ দহ প্ৰকাৰৰ নীলাদি নানা বৰ্ণৰ পোষাক পৰিধান কৰি উপস্থিত হৈছেহি। বাকী ২১ নং অনুৰূপ।

(৫১) সমানা মহাসমানা মানুসা মানুস্সুত্তমা,
খিড্ডা পদূসিকা আগু আগু মনোপদূসিকা।

### অনুবাদ

সমানা, মহাসমানা, মানুসা, মানুস্সুত্তমা খিড্ডপদূসিকা, আগু আৰু মনোপদূসিকা আগু দেৱতাসকলো ইয়ালৈ আহিছে।

(৫২) অথাগু হৰয়ো দেৱা য়েচ লোহিত ৱাসিনো,
পাৰগা মহাপাৰগা আগু দেৱ য়সস্সিনো।

### অনুবাদ

তাৰ পাচত হৰি দেৱতাসকল, যিসকল লোহিতবাসী, পাৰগা আৰু মহাপাৰগা যশস্বী দেৱতাসকলো ইয়ালৈ আহিছে।

(৫৩) দসেতে দসধাকায়া সব্বে নানত্তৱণ্ণিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্সিনো;
মোদমানা অভিক্কামুং ভিক্খূনং সমিতিং ৱনং।

**অনুবাদ**—৫০ নং অনুৰূপ।

(৫৪) সুক্কা কৰুমহ্যা অৰুণা আগু ৱেঘনসা সহ,
ওদাত গয়্হা পামোক্খা আগু দেৱা ৱিচক্খণা।

### অনুবাদ

সুক্কা, কৰুমহ্যা, অৰুণা দেৱতাসকলৰ লগত ৱেঘনসা দেৱতাসকলো আহিছে। প্ৰমোক্ষা, শ্ৰেষ্ঠ, ওদাত, গয়হ্যা আৰু বিচক্ষণ নামৰ দেৱতাসকলো ইয়াত সমৱেত হৈছেছি।

(৫৫) সদামত্তা হাৰগজা মিস্সকা চ য়সস্সিনো,
থনয়ং আগুপজুন্নো য়ো দিসা অভিৱস্সতি।

## অনুবাদ

সদামত্তা আৰু হাৰগজা, যশস্বী মিস্‌স্‌ক দেৱতাসকল, মেঘৰাজে যি ফালে গৰ্জ্জন কৰে সেইফালে বৰষুণ দিয়ে, সেই মেঘৰাজ আৰু আগু ও আহিছে।

(৫৬) দসেতে দসধাকায়া সব্বে নানত্তৱণ্ণিনো,
ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্‌সিনো ;
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

**অনুবাদ**—৫৩ নং অনুৰূপ।

(৫৭) খেমিয়া তুসিতা য়ামা কট্‌ঠকাচ য়সস্‌সিনো,
লম্বিতকা লামসেট্‌ঠা জোতিনামা চ আসরা।

## অনুবাদ

খেমিয় আৰু তুসিত দেৱতাসকল, যাম দেৱতাসকল, যশস্বী কট্‌ঠক দেৱতাসকল, লম্বিতক আৰু লাম শ্ৰেষ্ঠদেৱতাসকল, পৰ্ব্বতৰ ওপৰত দীপ্তিমান জ্যোতি নামৰ দেৱতাসকল আৰু আসৰ দেৱতা-সকলো ইয়ালৈ আহিছে।

(৫৮) নিম্মাণৰতিনো আগু অথাগু পৰনিম্মিতা,
দসেতে দসধাকায়া সব্বে নানত্তৱণ্ণিনো।

## অনুবাদ

তাৰ পাচত নিৰ্ম্মাণৰতি আৰু পৰনিৰ্ম্মিত দেৱতাসকলে দহ প্ৰকাৰৰ নানা বৰ্ণৰ পোষাক পৰিধান কৰি দহ ভাগত বিভক্ত হৈ ইয়াত আছেহি।

(৫৯) ইদ্ধিমন্তো জুতীমন্তো ৱণ্ণৱন্তো য়সস্‌সিনো,
মোদমানা অভিক্কামুং ভিক্‌খূনং সমিতিং ৱনং।

**অনুবাদ**—২১ নং অনুৰূপ।

(৬০) সট্ঠেতে দেৱনিকায়া সব্বে নানত্তৱণ্ণিনো,
নামন্বয়েন আগঞ্চুং য়ে চ'ঞ্ঞে্ঞ সদিসা সহ।

## অনুবাদ

এই আপ প্রভৃতি ষাঠি প্রকাৰ নানা বৰ্ণধাৰী দেৱতাসকল, নিজ নিজ নাম গোত্র হিচাপে অন্যান্য দেৱতাসকলৰ মাজত যি সকল এক, তেনে আন চক্রবালত বাস কৰা দেৱতাসকলৰ লগত দহ সহস্র চক্রবালবাসী দেৱতাসকল নিজৰ পৰিচয় দি ইয়ালৈ যি কাৰণে আহিছে তেওঁলোকক দেখুৱাবলৈ ভগৱানে কৈছে—

(৬১) পৱুত্থজাতিং অখিলং ওঘতিণ্ণমনাসৱং.
দক্খেম ওঘতৰং নাগং চন্দং ৱ অসিতাতিগং।

## অনুবাদ

জন্মনিৰোধ আৰ্য্য সংঘ, ৰাগ দ্বেষ আৰু মোহ বিহীন নিৰ্ম্মল, চাৰি সোঁত উত্তীৰ্ণ, চাৰি আস্রৱ বিহীন, ভৱসমুদ্র উত্তীৰ্ণ, পাপ বিহীন ভিক্ষু নাগক, উজ্বল চন্দ্রৰ দৰে শ্ৰীসম্পন্ন বুদ্ধক দৰ্শন কৰিবৰ উদ্দেশ্যে দেৱতাসকলে ইয়ালৈ আহিছে।

(৬২) সুব্ৰহ্মা পৰমত্তো চ পুত্তা ইদ্ধিমতো সহ,
সনংকুমাৰো তিস্সো চ সোপাগ সমিতিং ৱনং।

## অনুবাদ

এতিয়া ব্ৰহ্মাসকলক দেখুৱাবলৈ কৈছে,—এজন সুব্ৰহ্মা, আন জন পৰমত্তো। এওঁলোকো ঋদ্ধিমান বুদ্ধ ভগৱানৰ আৰ্য্যপুত্র সকলৰ দৰে। তেওঁলোকো ব্ৰহ্মাসকলৰ লগত এই সমিতি বনলৈ আহিছে।

(৬৩) সহস্সং ব্রহ্মলোকানং মহাব্রহ্মাভিতিট্ঠতি,
উপ্পন্নো জুতীমন্তো ভীস্মাকায়ো য়সস্সি সো।

## অনুবাদ

ব্ৰহ্মলোক অধিবাসীসকলৰ ভিতৰত যি সকলে দহ আঙ্গুলিত দহ সহস্র চক্রবাল পোহৰ কৰে, তেনে শক্তি সম্পন্ন এক সহস্র

আহিছে। এজন মহাব্ৰহ্মাই আন ব্ৰহ্মাসকলক বৰ্ণ, যশ, আয়ু আৰু ৰাজত্ব কৰি শ্ৰেষ্ঠত্ব হৈ থাকে। মহাশৰীৰ সম্পন্ন দুই তিনিখনি মগধৰাজ্যৰ সমান শৰীৰ, যশস্বী আৰু শ্ৰীযুক্ত, প্ৰাণীবিলাকেই ব্ৰহ্মালোকত উৎপন্ন হয়।

(৬৪) দসেথ ইস্সৰা আগু পচ্চেক ৱসৱত্তিনো,
তেসঞ্চ মজ্ঝতো আগহাৰিতো পৰিৱাৰিতো।

## অনুবাদ

এই সহস্ৰ ব্ৰহ্মাৰ ভিতৰত বেলেগ বেলেগকৈ বাস কৰা, দহজন ঐশ্বৰ্য্যশালী মহাব্ৰহ্মা আহিছে। সেই ব্ৰহ্মা সকলৰ ভিতৰত হৰিত নামক মহাব্ৰহ্মাই লক্ষ ব্ৰহ্মা সপৰিয়াল লগতলৈ আহিছে।

(৬৫) তে চ সব্বে অভিক্কন্তে সইন্দে দেৱে সব্ৰহ্মকে,
মাৰসেনা অভিক্কামুং পস্স কণ্হস্স মন্দিয়ং।

## অনুবাদ

ইন্দ্ৰৰাজক শ্ৰেষ্ঠ স্থানত স্থাপন কৰি, হৰিত ব্ৰহ্মক জ্যেষ্ঠ আসন প্ৰদান কৰি দেৱতাসকলে অহা দেখি মাৰ সৈন্যসকলেও আহিছে। কালক মাৰৰ পৰাক্ৰম চোৱাঁ।

(৬৬) এথ গণ্হথ বন্ধথ ৰাগেন ৱদ্ধ মত্থুৱে,
সমন্তা পৰিৱাৰেথ মা ৱো মুঞ্চিত্থ কোচিকং।

## অনুবাদ

নিজ নিজ পৰিষসক কবলৈ ধৰিছে—আহাঁ, ধৰা, বাঁধা এই দেৱতাসকলৰ ধৰ্ম্মশ্ৰবণত ব্যাঘাট কৰা। চাৰিওফালে বেৰি লোৱা, তোমালোকে শত্ৰুপক্ষৰ কোনো এজনকো বাদ নিদিবা।

(৬৭) ইতি তত্থ মহাসেনো কণ্হসেনং অপেসয়ি,
পাণিনা থল মাহচ্চ সৰং কত্বান ভেৰ্ৱং।

## অনুবাদ

এই দৰে সেই সমিতিত থকা মহাসেন নামক মাৰে দুষ্ট মাৰ সৈন্যক হাতবে পৃথিৱী ভুকুৱাই ভয় দেখুৱাই সেই বনৰ পৰা বাহিৰ কৰি খেদাই দিলে।

(৬৮) য়থা পাৱুস্সকো মেঘো থনয়ন্তো সৱিজ্জুকো,
তদা সো পচ্চুদাৱত্তি সংকুদ্ধো অসয়ংৱসি।

## অনুবাদ

এতিয়া সেই শব্দ উপমাৰ দ্বাৰা দেখুৱাইছে, যেনেকৈ বতাহ বৰষুণ অনা মেঘ গৰ্জ্জন কৰাৰ দৰে, সেই মাৰবিলাকক গৰ্জ্জন কৰিও নোৱাৰি, খণ্ডত নিজৰ বশীভূত কৰিব নোৱাৰি নিৰবে বহি পৰিলে।

(৬৯) তঞ্চ সব্বং অভিজ্ঞায় ৱৰক্খিতৱান চক্খুমা,
ততো আমন্তয়ী সত্থা সাৱকে সাসনেৰতে।

## অনুবাদ

দিব্যচক্ষুসম্পন্ন বুদ্ধই এইবিলাক জানিব পাৰি, যেনেকৈ আন দেৱতাসকলে পাপীমাৰৰ শব্দ শুনিবলৈ নাপাই অধিষ্ঠান কৰি শাস্তাৰ শাসনত থকা শ্ৰাৱকসকলক সম্বোধন কৰি কলে—

(৭০) মাৰসেনা অভিক্কন্তা তে ৱিজানাথ ভিক্খৱো,
তে চ আতপ্পমকৰুং স্মুত্ৱা বুদ্ধস্স সাসনং।

হে ভিক্ষুসকল! মাৰসৈন্য ইয়াৰ পৰা আতঁৰি গৈছে, এতিয়া তোমালোকে নিজ নিজ ফল সমাপত্তি প্ৰাপ্তৰ বিষয়ে অভিজ্ঞতা লাভ কৰা। ভগৱান বুদ্ধৰ আদেশ পাই ভিক্ষুসকলে ফল সমাপত্তিত অধিষ্ঠিত হবলৈ বীৰ্য্য উৎপাদন কৰিলে।

(৭১) ৱীতৰাগেহপক্কামুং নেসং লোমম্পি ইঞ্জয়ুং,
সব্বে ৱিজিত সঙ্গামা ভয়াতীতা য়সস্সিনো,
মোদন্তি সহ ভূতেহি সাৱকা তেজনে স্মুতা'তি।

## অনুবাদ

মাৰ আৰু মাৰৰ অনুচৰবিলাকে তাৰ পৰা পলাই গল। সেই বীততৃষ্ণা ভিক্ষুসকলৰ নোম এডালো কম্পিত নহ'ল। তাৰ পাচত মাৰে ভিক্ষুসকলক উদ্দেশ্য কৰি এই দুটি পংক্তি গাথা ভাষণ কৰিলে। সকলো প্ৰকাৰৰ ভয়হীন, সংগ্ৰাম জয়ী যশস্বী ভিক্ষু-সকলে দশবলৰ শাসনত প্ৰৱেশ কৰি সকলো জ্ঞাত হৈ আনন্দিত। সেই শ্ৰাৱক সকলক সকলোৱে চিনি পায় আৰু অভিজ্ঞ।

[ এই 'মহাসময়' সূত্ৰটি সকলোৰে প্ৰিয়। গতিকে নতুন ঘৰ দোৱাৰ লওঁতে এই সূত্ৰটি পাঠ কৰা ভাল। ]

# ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন সূত্ৰ

## নিদান

ভিক্‌খূনং পঞ্চৱগ্‌গীনং ইসিপতন নামকে,
মিগদায়ে ধম্মৱৰং য়ং তং নিব্বান পাপকং।
সহম্পতি নামকেন মহাব্রহ্মেন য়াচিতো,
চতুসচ্চং পকাসেন্তো লোকনাথো অদেসয়ি।
নন্দিতং সব্বদেৱেহি সব্বসম্পত্তি সাধকং,
সব্বলোক হিতত্থায় ধম্মচক্কং ভণাম হে।

## অনুবাদ

চাৰি আৰ্য্যসত্য প্ৰৱৰ্ত্তক লোকনাথ বুদ্ধই সহম্পতি মহাব্ৰহ্মাৰ প্ৰাৰ্থনাত, ঋষিপতন মৃগবনত, পঞ্চবৰ্গীয় ভিক্ষুসকলৰ সম্মুখত, এই নিৰ্ব্বাণপ্ৰদ শ্ৰেষ্ঠ ধৰ্ম্মচক্ৰ সূত্ৰ দেশনা কৰিছিল। এই ধৰ্ম্ম সকলো দেৱতাৰ প্ৰশংসিত, সকলো সম্পত্তি সাধন, আৰু ত্ৰিলোকৰ হিতাৰ্থে মই তোমালোকৰ আগত সেই সূত্ৰটি পাঠ কৰিম।

## সুত্ৰ

(১) এবং মে সুতং, একং সময়ং ভগৱা ৱাৰাণসিয়ং ৱিহৰতি ইসিপতনে মিগদায়ে। তত্ৰ খো ভগৱা পঞ্চৱগ্গিয়ে ভিক্খু আমন্তেসি।

## অনুবাদ

মই এইদৰে শুনিছো, যে এসময়ত ভগৱান বুদ্ধই বাৰাণসীত ঋষিপতন নামেৰে মৃগবিলাক থকা ঠাইত বাস কৰিছিল। তেতিয়া তেওঁ পঞ্চবৰ্গীয় ( ভদ্ৰিয়, বপ্প, অস্‌সজি, মহানাম আৰু কৌণ্ডিণ্য ) ভিক্ষুসকলক আহ্বান কৰি কলে—

(২) দ্বে মে ভিক্খৱে অন্তা পব্বজিতেন ন সেৱিতব্বা। কতমে দ্বে ? য়ো চায়ং কামেসু কামসুখল্লিকানুয়েগো হীনো গম্মো পোথুজ্জনিকো অনৰিয়ো অনত্থসংহিতো ; য়ো চায়ং অত্তকিলমথানুয়োগো দুক্খো অনৰিয়ো অনত্থসংহিতো। এতে তে ভিক্খৱে উভো অন্তে অনুপগম্ম মজ্ঝিমা পটিপদা তথাগতেন অভিসম্বুদ্ধা, চক্খুকৰণী, ঞাণকৰণী, উপসমায়, অভিজ্ঞায়, সম্বোধায়, নিব্বানায় সংৱত্ততি।

## অনুবাদ

হে ভিক্ষুসকল! প্ৰব্ৰজিতসকলে দুটা বিষয় ত্যাগ কৰি চলিব লাগে অৰ্থাৎ আচৰণ কৰা অযোগ্য। সেই দুটা কি ? প্ৰথমটো হল,—হীন গাৱঁলীয়া, সাধাৰণ মানুহৰ পালনীয় অনাৰ্য্য আৰু অনৰ্থক যিবিলাক কাম্য বস্তু আছে; তাৰ প্ৰতি আসক্ত নোহোৱা। দ্বিতীয়টো হল—অনাৰ্য্য আৰু অনৰ্থকযুক্ত শৰীৰক কষ্ট দি পাবলৈ খোজা মুক্তি। এই দুয়োটি ত্যাগ কৰিলেহে, প্ৰজ্ঞাচকু উৎপাদন জ্ঞান উৎপাদন, উপশম বা শান্তভাৱ উদয়, চাৰি আৰ্য্যসত্য উপলব্ধি আৰু বুজিব পাৰি নিৰ্ব্বাণ সাক্ষাত কৰিবৰ কাৰণে যি মধ্যম পথ ; তথাগত বুদ্ধই নিজে জানিব পাৰিছে।

(৩) কতমা চ সা ভিক্‌খৱে, মজ্ঝিমা পটিপদা তথাগতেন অভি-সম্বুদ্ধা—চক্‌খুকৰণী ঞাণকৰণী উপসমায় অভিঞ্‌ঞায়, সম্বোধায় নিব্বানায় সংৱত্ততি? অয়মেৱ অৰিয়ো অট্‌ঠঙ্গিকো মগ্‌গো। সেয়্যথীদং—সম্মাদিট্‌ঠি, সম্মাসংকপ্পো, সম্মাৱাচা, সম্মাকম্মন্তো, সম্মাআজীৱো, সম্মাৱায়ামো, সম্মাসতি, সম্মাসমাধি। অয়ং খো সা ভিক্‌খৱে মজ্ঝিমা পটিপদা তথাগতেন অভিসম্বুদ্ধা চক্‌খুকৰণী, ঞাণকৰণী, উপসমায়, অভিঞ্‌ঞায়, সম্বোধায়, নিব্বানায়, সংৱত্ততি।

## অনুবাদ

ভিক্ষুসকল! প্রজ্ঞাচক্ষুউৎপন্ন, জ্ঞানউৎপন্ন, ক্লেশদমন, চাৰি-আৰ্য্যসত্যজ্ঞান লাভ কৰা, বুজিব পৰা আৰু নিৰ্ব্বাণ সাক্ষাত কৰিব পৰা, সেই মধ্যম পথেই হৈছে আৰ্য্যঅষ্টাঙ্গিক মাৰ্গ। যেনে—সম্যক দৃষ্টি, সম্যক সঙ্কল্প, সম্যক বাক্য, সম্যক জীৱিকা, সম্যক চেষ্টা, সম্যক স্মৃতি আৰু সম্যক সমাধি। ভিক্ষুসকল! প্রজ্ঞাচক্ষু-উৎপন্ন কৰি, জ্ঞান অৰ্জ্জন কৰি, ক্লেশবিলাক দমন কৰি, চাৰি-আৰ্য্যসত্য জানিব পাৰিছে, বুজিছে আৰু নিৰ্ব্বাণ সাক্ষাত কৰিছে; এই মধ্যম পথ তথাগত বুদ্ধই নিজেই বুজিব পাৰিছে।

(৪) ইদং খো পন ভিক্‌খৱে, দুক্‌খং অৰিয়সচ্চং, জাতিপি দুক্‌খা, জৰাপি দুক্‌খা, ব্যাধিপি দুক্‌খা, মৰণম্পিদুক্‌খং, অপ্পিয়েহি-সম্পয়োগো দুক্‌খো, পিয়েহি ৱিপ্পয়োগো দুক্‌খো, য়ম্পিচ্ছং ন লভতি তম্পি দুক্‌খং সঙ্খিত্তেন পঞ্চুপাদানক্‌খন্ধা দুক্‌খা।

## অনুবাদ

এইটোৱেই, হে ভিক্ষুসকল! দুখৰ প্ৰকৃত আৰ্য্যসত্য—জন্মদুখ, জৰাদুখ, ব্যাধিদুখ, মৰণদুখ, অপ্রিয়সংযোগদুখ, প্রিয়বিয়োগদুখ, ইচ্ছা কৰা বস্তু লাভ নকৰা দুখ আৰু সংক্ষেপে কবলৈ গলে, আমাৰ পঞ্চউপাদানস্কন্ধই দুখৰ আকৰ।

(৫) ইদং খো পন ভিক্খৱে, দুক্খসমুদয় অৰিয়সচ্চং—য়ায়ং তণ্হা পোনোব্ভৱিকা নন্দী-ৰাগ-সহগতা তত্র তত্রাভিনন্দিনী। সেয়্যথীদং—কামতণ্হা, ভৱতণ্হা, ৱিভৱতণ্হা।

## অনুবাদ

এইটোৱেই, হে ভিক্ষুসকল। দুখ উদয়ৰ প্ৰকৃত আৰ্য্যসত্য—পুনৰ সংসাৰত জন্মগ্ৰহণৰ কাৰণে—অভিনন্দন কৰে, তৃষ্ণাযুক্তহৈ আনন্দ কৰে—কামতৃষ্ণা, ভৱতৃষ্ণা আৰু বিভৱতৃষ্ণাত বলিয়ান হয়।

(৬) ইদং খো পন ভিক্খৱে, দুক্খনিৰোধং অৰিয়সচ্চং—য়ো তস্সা য়েৱ তণ্হায় অসেস-ৱিৰাগ-নিৰোধ-চাগো পটিনিস্সগ্গো মুত্তি অনালয়ো।

## অনুবাদ

এইটোৱেই, হে ভিক্ষুসকল। দুখ নিৰোধৰ প্ৰকৃত আৰ্য্যসত্য—যি উক্ত তৃষ্ণাসমূহ শেষ কৰিছে, তাৰ প্ৰতি বৈৰাগ্য, তাক বন্ধ কৰিছে, ত্যাগ কৰিছে, বিসৰ্জ্জন দিছে, মুক্তি হৈছে আৰু তৃষ্ণাৰ আলয় নাইকিয়া কৰিব পাৰিছে।

(৭) ইদং খো পন ভিক্খৱে, দুক্খনিৰোধগামিনী পটিপদা অৰিয়সচ্চং—অয়মেৱ অৰিয়ো অট্ঠঙ্গিকো মগেগা। সেয়্যথীদং—সম্মাদিট্ঠি, সম্মাসঙ্কপ্পো, সম্মাৱাচা, সম্মাকম্মন্তো, সম্মাআজীৱো, সম্মাৱায়ামো, সম্মাসতি, সম্মাসমাধি।

## অনুবাদ

এইটোৱেই, হে ভিক্ষুসকল। দুখ নিৰোধৰ প্ৰকৃত আৰ্য্যমাৰ্গ—যেনে—সম্যক দৃষ্টি, সম্যক সঙ্কল্প, সম্যক বাক্য, সম্যক কৰ্ম্ম, সম্যক জীৱিকা, সম্যক চেষ্টা, সম্যক স্মৃতি আৰু সম্যক সমাধি।

(৮) ইদং দুক্খং অৰিয়সচ্চন্তি মে ভিক্খৱে, পুব্বে অনন্নুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞাণং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জাউদপাদি, আলোকো উদপাদি। তং খো পনিদং দুক্খং অৰিয়সচ্চং পৰিঞ্ঞেয়্যন্তি মে ভিক্খৱে, পুব্বে অনন্নুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞাণং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি। তং খো পনি'দং দুক্খং অৰিয়সচ্চং পৰিঞ্ঞাতন্তি মে ভিক্খৱে পুব্বে অনন্নুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞানং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি।

## অনুবাদ

হে ভিক্ষুসকল! এই দুখ আৰ্য্যসত্য মোৰ পূৰ্ব্বে কোনোৱেই শুনা নাছিল। এই অশ্ৰুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু উৎপন্ন হৈছে, দিব্যজ্ঞান উৎপন্ন হৈছে, দিব্যপ্ৰজ্ঞা উৎপন্ন হৈছে, বিদ্যা উৎপন্ন হৈছে আৰু পোহৰ দেখিবলৈ পাইছো। এই দুখ আৰ্যসত্য মোৰ পূৰ্ব্বে জনা উচিত বুলি কোনোৱে নাজানিছিল। এই অজ্ঞাতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু উৎপন্ন হৈছে, দিব্যজ্ঞান উৎপন্ন হৈছে, দিব্যপ্ৰজ্ঞা উৎপন্ন হৈছে, বিদ্যা উৎপন্ন হৈছে আৰু পোহৰ দেখিবলৈ পাইছো। এই দুখ আৰ্যসত্য উপলব্ধি কৰিছো বুলি মোৰ পূৰ্ব্বে কোনোৱে কোৱা নাছিল। এই অশ্ৰুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু উৎপন্ন হৈছে, দিব্যজ্ঞান উৎপন্ন হৈছে, দিব্যপ্ৰজ্ঞা উৎপন্ন হৈছে, বিদ্যা উৎপন্ন হৈছে আৰু পোহৰ দেখিবলৈ পাইছো।

(৯) ইদং দুক্খসমুদয়ং অৰিয়সচ্চন্তি মে ভিক্খৱে, পুব্বে অনন্নুস্সুতেসু ধম্মেসু চকখুং উদপাদি, ঞানং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি। তংখো পনিদং দুক্খসমুদয়ং অৰিয়সচ্চং পহাতব্বন্তি মে ভিক্খৱে, পুব্বে অনন্নুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞানং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা

উদপাদি, আলোকো উদপাদি। তং খো পনিদং দুকৃখসমুদয়ং অৰিয়সচ্চং পহীনন্তি মে ভিকৃখৰে, পুব্বে অনমুস্‌সুতেসু ধম্মেসু চকৃখুং উদপাদি, ঞানং উদপাদি, পঞ্‌ঞা উদপাদি, ৰিজ্জা উদপাদি, আলোকো উদপাদি।

## অনুবাদ

হে ভিক্ষুসকল। এইটোৱেই 'দুখউদ্ভৱৰ' প্ৰকৃত আৰ্য্যসত্য বুলি মোৰ পূৰ্ব্বে কোনোৱেই শুনা নাছিল। এই অশ্ৰুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু উৎপন্ন হৈছে, দিব্যজ্ঞান উৎপন্ন হৈছে, দিব্যপ্ৰজ্ঞা উৎপন্ন হৈছে, বিদ্যা উৎপন্ন হৈছে আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল! দুখ উদ্ভৱ আৰ্য্যসত্য ত্যাগ কৰিব লাগে বুলি মোৰ পূৰ্ব্বে কোনেও কোৱা নাছিল। এই অৱৰ্ণিতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিধ্যচকু, দিব্যজ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্যবিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল! সেই দুখউদ্ভৱ আৰ্য্যসত্য পৰিত্যাগ কৰা হৈছে বুলি মোৰ পূৰ্ব্বে কোনেও কোৱা নাছিল। এই অশ্ৰুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু, দিব্যজ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্যবিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে।

(১০) ইদং দুকৃখনিৰোধং অৰিয়সচ্চন্তি মে ভিকৃখৰে, পুব্বে অনমুস্‌সুতেসু ধম্মেসু চকৃখুং উদপাদি, ঞানং উদপাদি, পঞ্‌ঞা উদপাদি, ৰিজ্জা উদপাদি, আলোকো উদপাদি। তং খো পনিদং দুকৃখনিৰোধং অৰিয়সচ্চং সচ্ছিকাতব্বন্তি মে ভিকৃখৰে, পুব্বে অনমুস্‌সুতেসু ধম্মেসু চকৃখুং উদপাদি, ঞানং উদপাদি, পঞঞ্‌া উদপাদি, ৰিজ্জা উদপাদি, আলোকো উদপাদি। তংখো পনিদং দুকৃখনিৰোধং অৰিয়সচ্চং সচ্চিকতন্তি মে ভিকৃখৰে পুব্বে অনমু-সসুতেসু ধম্মেসু চকৃখুং উদপাদি, ঞানং উদপাদি, পঞ্‌ঞা উদপাদি, ৰিজ্জা উদপাদি, আলোকো উদপাদি।

## অনুবাদ

হে ভিক্ষুসকল! এই টোৱেই দুখনিৰোধৰ আৰ্য্যসত্য বুলি মোৰ পূৰ্ব্বে কোনেও শুনা নাছিল। এই অশ্রুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্য চকু, দিব্য জ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্যবিদ্যা, আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল! দুখ নিৰোধ আৰ্য্যসত্য সাক্ষাত কৰা উচিত বুলি মোৰ পূৰ্ব্বে কোনোৱে জনানাছিল। এই অজ্ঞাত পূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু, দিব্য জ্ঞান, দিব্য প্ৰজ্ঞা, দিব্য বিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল! এই দুখনিৰোধ আৰ্য্য সত্য সাক্ষাত কৰিছো বুলি মোৰ পূৰ্ব্বে কোনোৱে কোৱা নাছিল। এই অশ্রুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু, দিব্যজ্ঞান, দিব্য প্ৰজ্ঞা, দিব্যবিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে।

(১১) ইদং দুক্খনিৰোধগামিনী পটিপদা অৰিয়সচ্চন্তি মে ভিক্খৱে, পুব্বে অননুস্সুতেসু ধম্মেসু চক্খুং উদপাদি ঞাণং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি। তং খো পনিদং দুক্খনিৰোধগামিনী পটিপদা অৰিয়সচ্চং ভাবেত-ব্বন্তি মে ভিক্খৱে, পুব্বে অননুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞাণং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি। তং খো পনি'দং দুক্খনিৰোধগামিনী অৰিয়সচ্চং ভাৱিতন্তি মে ভিক্খৱে, পুব্বে অননুস্সুতেসু ধম্মেসু চক্খুং উদপাদি, ঞাণং উদপাদি, পঞ্ঞা উদপাদি, ৱিজ্জা উদপাদি, আলোকো উদপাদি।

## অনুবাদ

হে ভিক্ষুসকল! এইটোৱেই দুখনিৰোধৰ প্ৰকৃত আৰ্য্যসত্য পথ বুলি মোৰ পূৰ্ব্বে কোনেও জনা নাছিল। এই অজ্ঞাত পূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু, দিব্যজ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্যবিদ্যা

আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল! এই দুখ নিৰোধৰ মাৰ্গ প্ৰকৃত আৰ্য্যসত্য ভাৱনা কৰা উচিত বুলি মোৰ পূৰ্ব্বে কোনেও কোৱা নাছিল। এই অশ্ৰুতপূৰ্ব্ব ধৰ্ম্মত মোৰ দিব্যচকু, দিব্যজ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্যবিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে। ভিক্ষুসকল। এই দুখ নিৰোধৰ মাৰ্গ প্ৰকৃত আৰ্য্যসত্য ভাৱনা কৰিছো বুলি মোৰ পূৰ্ব্বে কোনেও কোৱা নাছিল। এই অশ্ৰুতপূৰ্ব্বধৰ্ম্মত মোৰ দিব্যচকু, দিব্যজ্ঞান, দিব্যপ্ৰজ্ঞা, দিব্য বিদ্যা আৰু জ্যোতি উৎপন্ন হৈছে।

(১২) য়াৱকীৱঞ্চ মে ভিক্খৱে, ইমেসু চতূসু অৰিয়সচ্চেসু এৱং তি-পৰিৱট্টং দ্বাদসাকাৰং যথাভূতং ঞানদসসনং ন সুৱিসুদ্ধং অহোসি, নেৱ তাৱাহং, ভিকখৱে, সদেৱকে লোকে সমাৰকে সব্ৰহ্মকে, সস্সমণব্ৰহ্মণিয়া পজায় সদেৱমনুস্সায় অনুত্তৰং সম্মাসম্বোধিং অভিসম্বুদ্ধো’তি পচ্চঞ্ঞাসিং।

## অনুবাদ

হে ভিক্ষুসকল! এই চাৰি আৰ্য্যসত্য তিনিপ্ৰকাৰ পৰিবৰ্ত্তন হিচাপে বাৰপ্ৰকাৰ দৰ্শনজ্ঞান সুৱিশুদ্ধ নোহোৱা লৈকে মই দেৱলোক, মাৰলোক, ব্ৰহ্মলোক, শ্ৰমন-ব্ৰাহ্মণ-জনসমাজত কোনো দিন মই অনুত্তৰ সম্যক সম্বোধি জ্ঞান লাভ কৰিছো বুলি প্ৰকাশ কৰা নাছিলো।

(১৩) য়তো চ খো মে ভিক্খৱে ইমেসু চতূসু অৰিয়সচ্চেসু এৱং তি-পৰিৱট্টং দ্বাদসাকাৰং যথাভূতং ঞানদসসনং সুৱিসুদ্ধং অহোসি, অথাহং ভিক্খৱে, সদেৱকে লোকে সমাৰকে সব্ৰহ্মকে সস্সমণ ব্ৰাহ্মণিয়া পজায় সদেৱমনুস্সায় অনুত্তৰং সম্মাসম্বোধিং অভিসম্বুদ্ধোতি পচ্চঞ্ঞাসিং।

## অনুবাদ

হে ভিক্ষুসকল! এই চাৰি আৰ্য্য সত্য তিনি প্ৰকাৰ পৰিবৰ্ত্তন হিচাপে বাৰ প্ৰকাৰ দৰ্শনজ্ঞান যেতিয়া সুবিশুদ্ধ হ'ল, তেতিয়াহে মই দেৱলোক, মাৰলোক, ব্ৰহ্মলোক, শ্ৰমণ-ব্ৰাহ্মণ আৰু জন-সমাজৰ মাজত অনুত্তৰ সম্যক সম্বোধি জ্ঞান লাভ কৰিছো। বুলি প্ৰকাশ কৰিছো।

(১৪) ঞাণঞ্চ পন মে দস্‌সনং উদপাদি। "অকুপ্পা মে চেতোৱিমুত্তি, অয়মন্তিমাজাতি, নত্থিদানি পুনব্ভৱো'তি"।

ইদমাৱোচ ভগৱা, অত্তমনা পঞ্চৱগ্‌গিয়া ভিক্‌খূ ভগৱতো ভাসিতং অভিনন্দুন্তি।

## অনুবাদ

মোৰ দৰ্শনজ্ঞান উৎপন্ন হৈছে। মই অৰহত হৈ বিমুক্তি লাভ কৰিছো, প্ৰকম্পিত হোৱাৰ শঙ্কা আৰু নাই। এইটোৱেই মোৰ শেষ জন্ম। এই জন্মৰ পৰা আৰু দ্বিতীয় বাৰ এই সংসাৰত জন্মগ্ৰহণ নকৰো। ভগৱান বুদ্ধৰ, এই বাক্য শুনি, পঞ্চবৰ্গীয় ভিক্ষুসকলে আনন্দত তেওঁৰ ভাষণত সাধুবাদ জনাই অনুমোদন কৰিলে।

(১৫) ইমস্মিঞ্চ পন ৱেয়্যকৰণস্মিং ভঞ্ঞমানে আয়স্মতো কোণ্ডঞ্ঞস্‌স ৱিৰজং ৱীতমলং ধম্মচক্‌খুং উদপাদি,—"য়ং কিঞ্চি সমুদয়ধম্মং সব্বং তং নিৰোধ ধম্মন্তি।"

## অনুবাদ

এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন সূত্ৰ, দেশনা শেষ হোৱা লগে লগেই আয়ুষ্মান কৌণ্ডণ্যৰ সকলো পাপমল ধ্বংস হৈ ধৰ্ম্মচকু অৰ্থাৎ শ্ৰোতাপত্তিফলত প্ৰতিষ্ঠিত হ'ল, আৰু "যিবিলাক বস্তু উৎপন্নশীল সেই সকলোবিলাকেই ক্ষয়শীল।"

(১৬) পৱত্তিতে চ পন ভগৱতা ধম্মচক্কে ভুম্মা দেৱা সদ্দমনু সৃসাৱেসুং,—"এতং ভগৱতা ৱাৰাণসিয়ং ইসিপতনে মিগদায়ে অনুত্তৰং ধম্মচক্কং পৱত্তিতং, অপ্পত্তিৱত্তিয়ং সমণেন ৱা ব্রাহ্মণেন ৱা দেৱেন ৱা মাৰেন ৱা ব্রহ্মুণা ৱা কেনচি ৱা লোকস্মিন্তি।"

## অনুবাদ

ভগৱান বুদ্ধই ধৰ্ম্মচক্র প্রৱৰ্ত্তন সূত্র শেষ কৰিলত ভূমি বাসী দেৱতাসকলো সাধুবাদৰ ধ্বনিত জগত মুখৰিত কৰি তুলিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন কোনো শ্রমণ-ব্রাহ্মণ, দেৱ-মাৰ-ব্রহ্মাই প্রৱৰ্ত্তন কৰা সম্ভৱ নহয় আৰু পৰিৱৰ্ত্তন কৰাও তেনেকৈ অসম্ভৱ। সেই ধৰ্ম্মচক্র প্রৱৰ্ত্তন সূত্র ভগৱান বুদ্ধই বাৰাণসীৰ ঋষিপতন মৃগ-বিলাক বাস কৰা বনত প্রচাৰ কৰিছিল।"

(১৭) ভুম্মানং দেৱানং সদ্দং সুত্ৱা চাতুম্মহাৰাজিকা দেৱা সদ্দমনুসৃসাৱেসুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

ভূমিবাসী দেৱতাসকলৰ সাধুবাদৰ শব্দ শুনি চতুৰ্ম্মহাৰাজিক দেৱাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন ··· ··প্রচাৰ কৰিছিল।"

(১৮) চাতুম্মহাৰাজিকানং দেৱানং সদ্দং সুত্ৱা তাৱতিংসা দেৱা সদ্দমনুসৃসাৱেসুং,—এতং ভগৱতা ·····পে······লোকস্মিন্তি।"

## অনুবাদ

চতুৰ্ম্মহাৰাজিক দেৱতাসকলৰ সাধুবাদৰ শব্দ শুনি এয়োতিংস দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন······প্রচাৰ কৰিছিল।"

(১৯) তাৱতিংসানং দেৱানং সদ্দং সুত্ৱা য়ামা দেৱা সদ্দ-মনুসৃসাৱেসুং,—"এতং ভগৱতা······পো······লোকস্মিন্তি।"

## অনুবাদ

এয়োতিংসবাসী দেৱতাসকলৰ শব্দ শুনি যামবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন ……প্ৰচাৰ কৰিছিল।"

(২০) য়ামানং দেৱানং সদ্দং সুত্ৱা তুসিতা দেৱা সদ্দমনুস্সা-ৱেস্নুং,—"এতং ভগৱতা……পে……লোকস্মিন্তি।"

## অনুবাদ

যামবাসী দেৱতাসকলৰ শব্দ শুনি তুষিতবাসী দেৱতাসকলে সাধুৱাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ……প্ৰচাৰ কৰিছিল।"

(২১) তুসিতানং দেৱানং সদ্দং সুত্ৱা নিম্মাণৰতী দেৱা সদ্দমনুস্সাৱেস্নুং,—"এতং ভগৱতা……পে……লোকস্মিন্তি।"

## অনুবাদ

তুষিতবাসী দেৱতাসকলৰ শব্দ শুনি নিৰ্ম্মাণৰতি দেৱতা সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন ……প্ৰচাৰ কৰিছিল।"

(২২) নিম্মাণৰতীনং দেৱানং সদ্দং সুত্ৱা পৰনিম্মিতাৱসৱত্তিনো দেৱা সদ্দমনুস্সাৱেস্নুং,—"এতং ভগৱতা……পে……লোকস্মিন্তি।"

## অনুবাদ

নিৰ্ম্মাণৰতিবাসী দেৱতাসকলৰ শব্দ শুনি পৰনিৰ্ম্মিতৱসৱৰ্ত্তি দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন……প্ৰচাৰ কৰিছিল।"

(২৩) পৰনিম্মিত ৱসৱত্তীনং দেৱানং সদ্দং সুত্ৱা ব্ৰহ্ম-পাৰিসজ্জা দেৱা সদ্দমনুস্সাৱেস্নুং,—"এতং ভগৱতা……পে…… লোকস্মিন্তি।"

## অনুবাদ

পৰনিৰ্ম্মিতৱসৱৰ্ত্তী দেৱতাসকলৰ শব্দ শুনি ব্ৰহ্মপাৰিসজ্জা দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন ······প্ৰচাৰ কৰিছিল।"

(২৪) ব্ৰহ্মপাৰিসজ্জানং দেৱানং সদ্দং সুত্ৱা ব্ৰহ্মপুৰোহিতা দেৱা সদ্দমনুস্‌সাৱেস্থং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

ব্ৰহ্মপাৰিসজ্জাবাসী দেৱতাসকলৰ শব্দ শুনি ব্ৰহ্ম পুৰোহিত দেৱতা সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ ······প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।"

(২৫) ব্ৰহ্মপুৰোহিতানং দেৱানং সদ্দং সুত্বা মহাব্ৰহ্মাদেৱা সদ্দমনুস্‌সাৱেস্থং—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

ব্ৰহ্মপুৰোহিতবাসী দেৱতাসকলৰ শব্দ শুনি মহাব্ৰহ্মবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।"

(২৬) মহাব্ৰহ্মাণং দেৱানং সদ্দং সুত্বা পৰিত্তাভা দেৱা সদ্দমনুস্‌সাৱেস্থং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

মহাব্ৰহ্মাবাসী দেৱতাসকলৰ শব্দ শুনি পৰিত্তাভবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন ····· প্ৰচাৰ কৰিছিল।"

(২৭) পৰিত্তাভানং দেৱানং সদ্দং সুত্বা অপ্পমাণাভা দেৱা সদ্দমনুস্‌সাৱেস্থং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

পৰিত্তাভবাসী দেৱতাসকলৰ শব্দ শুনি অপ্পমানাভবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে।” এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।”

(২৮) অপ্পমাণাভানং দেৱানং সদ্দং সুত্বা আভস্সৰা দেৱা সদ্দমনুস্সাৱেস্সুং,—“এতং ভগৱতা······পে······লোকস্মিন্তি।”

## অনুবাদ

অপ্পমাণাভবাসী দেৱতাসকলৰ শব্দ শুনি আভস্সৰবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। “এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।”

(২৯) আভস্সৰানং দেৱানং সদ্দং সুত্বা পৰিত্তসুভা দেৱা সদ্দমনুস্সাৱেস্সুং,—“এতং ভগৱতা······পে······লোকস্মিন্তি।”

## অনুবাদ

আভস্সৰবাসী দেৱতাসকলৰ শব্দ শুনি পৰিত্তসুভাবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। “এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।”

(৩০) পৰিত্তসুভানং দেৱানং সদ্দং সুত্বা অপ্পমাণসুভা দেৱা সদ্দমনুস্সাৱেস্সুং,—“এতং ভগৱতা······পে······লোকস্মিন্তি।”

## অনুবাদ

পৰিত্তসুভবাসী দেৱতাসকলৰ শব্দ শুনি অপ্পমাণসুভবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। “এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।”

(৩১) অপ্পমাণসুভানং দেৱানং সদ্দং সুত্বা সুভকিণ্হকা দেৱা সদ্দমনুস্সাৱেস্সুং—“এতং ভগৱতা······পে······লোকস্মিন্তি।”

## অনুবাদ

অপ্পমাণসুভবাসী দেৱতাসকলৰ শব্দ শুনি সুভকিণবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন······ প্রচাৰ কৰিছিল।"

(৩২) সুভকিণ্হকানং দেৱানং সদ্দং সুত্বা বেহপ্‌ফলা দেৱা সদ্দমনুস্‌সাৱেসুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

সুভকিণবাসী দেৱতাসকলৰ শব্দ শুনি বেহপ্‌ফলবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন······ প্রচাৰ কৰিছিল।"

(৩৩) বেহপ্‌ফলানং দেৱানং সদ্দং সুত্বা অৱিহা দেৱা সদ্দমনুস্‌সাৱেসুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

বেহপ্‌ফলবাসী দেৱতাসকলৰ শব্দ শুনি অৱিহাবাসী দেৱতা-সকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন······ প্রচাৰ কৰিছিল।

(৩৪) অৱিহানং দেৱানং সদ্দং সুত্বা অতপ্পা দেৱা সদ্দমনুস্‌সা-ৱেসুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

অৱিহাবাসী দেৱতাসকলৰ শব্দ শুনি অতপ্পাবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্র প্রৱৰ্ত্তন······প্রচাৰ কৰিছিল।"

(৩৫) অতপ্পানং দেৱানং সদ্দং সুত্‌ৱা সুদস্‌সা দেৱা সদ্দমনুস্‌সা-ৱেসুং—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

অতপ্পাবাসী দেৱতাসকলৰ শব্দ শুনি সুদস্সাবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।"

(৩৬) সুদস্সানং দেৱানং সদ্দং সুত্বা সুদস্সী দেৱা সদ্দমনুস্সৱেস্সুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

## অনুবাদ

সুদস্সবাসী দেৱতাসকলৰ শব্দ শুনি সুদস্সীদেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।"

(৩৭) সুদস্সীনং দেৱানং সদ্দং সুত্বা অকনিট্ঠকা দেৱা সদ্দমনুস্সাৱেস্সুং,—"এতং ভগৱতা······পে······লোকস্মিন্তি।"

সুদস্সীবাসী দেৱতাসকলৰ শব্দ শুনি অকনিষ্ঠবাসী দেৱতাসকলে সাধুবাদ কৰি মুখৰিত কৰিলে। "এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন······প্ৰচাৰ কৰিছিল।"

(৩৮) এতং ভগৱতা ৱাৰাণসিয়ং ইসিপতনে মিগদায়ে; অনুত্তৰং ধম্মচক্ক পৱত্তিতং অপ্পতিৱত্তিয়ং সমণেনৱা ব্ৰাহ্মণেনৱা; দেৱে নৱা মাৰেনৱা ব্ৰহ্মুণাৱা কেনচি ৱা লোকস্মিন্তি।

## অনুবাদ

এই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন কোনো শ্ৰমণ-ব্ৰাহ্মণ, দেৱ-মাৰ-ব্ৰহ্মাই প্ৰৱৰ্ত্তন কৰা সম্ভৱ নহয় আৰু পৰিৱৰ্ত্তন কৰাও অসম্ভৱ। সেই ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন সূত্ৰ ভগৱান বুদ্ধই বাৰাণসীৰ ঋষিপতন মৃগদাবনত প্ৰচাৰ কৰিছিল।

(৩৯) ইতি'হ তেন খণেন তেন মুহুত্তেন য়াৱব্ৰহ্মলোকা সদ্দো অব্ভুগগঞ্ছি। অয়ঞ্চ দসসহস্সী লোকধাতু সঙ্কম্পি সম্পকম্পি

সম্পৱেধি, অপ্পমাণো চ উলাৰো ওভাসো লোকে পাতুৰহোসি, অতিক্কম্ম দেৱানং দেৱানুভাৱন্তি। অথ খো ভগৱা উদানং উদানেসি—"অঞ্ঞাসি ৱত ভো কোণ্ডঞ্ঞো, অঞ্ঞাসি ৱত ভো কোণ্ডঞ্ঞো'তি।" ইতিহিদং আয়স্মতো কোণ্ডঞ্ঞস্স 'অঞ্ঞা কোণ্ডঞ্ঞো'ত্বেৱ নামং অহোসী তি।

## অনুবাদ

এই দৰে ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন কৰা সময়ৰ মুহূৰ্ত্তত ইয়াৰ ধ্বনি ব্ৰহ্মালোক প্ৰৰ্য্যন্ত মুখৰিত হৈ উঠিল। লগে লগে দহ সহস্ৰ লোক ধাতু কঁপি উঠিবলৈ ধৰিলে আৰু চাৰিওফালে এই কপঁনি বিয়পি পৰিবলৈ ধৰিলে। জগতত সীমাহীন ভাৱে উজ্জ্বল হবলৈ ধৰিলে। এই জ্যোতি দেৱতাসকলৰ জ্যোতিকো ম্লান কৰি পেলাইছিল। তাৰ পাচত ভগৱান বুদ্ধই সুমধুৰ কণ্ঠেৰে কৈছিল—"অন্যকৌণ্ডন্য অদ্বিতীয়, উঠৰ কোটি ব্ৰহ্মাৰে সৈতে তেওঁ শ্ৰোতপত্তি-ফল আসনত প্ৰতিষ্ঠিত হল আৰু লগে লগেই অৰহত ফলত প্ৰতিষ্ঠিত হৈ তেতিয়াৰে পৰা অন্যকৌণ্ডন্য নামেৰে জনাজাত হল।

[ ত্ৰিপৰিৱৰ্ত্তন আৰু দ্বাদসাকাৰৰ বিভাগ ]

| | সত্যজ্ঞান | কৃত্যজ্ঞান | কৃতজ্ঞান |
|---|---|---|---|
| (১) | দুখসত্য | পৰিজ্ঞেয় | পৰিজ্ঞাত |
| (২) | দুখউদ্ভব সত্য | প্ৰহীতব্য | প্ৰহীন। |
| (৩) | দুখনিৰোধ সত্য | প্ৰত্যক্ষিতব্য | প্ৰত্যক্ষ |
| (৪) | মাৰ্গ সত্য | ভাৱিতব্য | ভাৱিত। |

( ইয়াৰ অংশ হিচাপে তিনিটা আৰু প্ৰকাৰ হিচাপে বাৰ টা )

## মহাজয় মঙ্গল গাথা

(১) মহাকারুণিকো নাথো হিতায় সব্বপাণিনং,
পূৰেত্বা পাৰমী সব্বা পত্তো সম্বোধিমুত্তমং ;
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

### অনুবাদ

মহাকৰুণাময় ভগৱান বুদ্ধই সকলো প্ৰাণীৰ হিতৰ কাৰণে পাৰমী পূৰ্ণ কৰি শ্ৰেষ্ঠ সম্যক সম্বোধিজ্ঞান লাভ কৰিছিল। এই সত্য বাক্যৰ প্ৰভাৱত তোমালোকৰ জয়মঙ্গল হওক।

(২) জয়ন্তো বোধিয়া মূলে সক্যানং নন্দিবড্ঢনো,
এৱং তুয়্হং জয়ো হোতু জয়স্সু জয়মঙ্গলং।

### অনুবাদ

শাক্যবংশৰ আনন্দ বৰ্দ্ধনকাৰী শাক্যসিংহই যেনেকৈ জয়শ্ৰী বোধিগছৰ তলত জয়লাভ কৰিছিল, তেনেকৈ তোমালোকৰো জয়মঙ্গল হওক।

(৩) সক্কত্বা বুদ্ধৰতনং ওসধং উত্তমং ৱৰং,
হিতং দেৱ-মনুস্সানং বুদ্ধতেজ্জেন সোত্থিনা ;
নস্সন্তুপদ্দৱা সব্বে দুক্খা ৱূপসমেন্তুতে।

### অনুবাদ

শ্ৰেষ্ঠ আৰু উত্তম ঔষধৰ তুল্য দেৱ-মানৱৰ হিতৈশী বুদ্ধ ৰত্নক নমস্কাৰ কৰোঁ। তোমালোকৰ যি বিলাক উপদ্ৰৱ আৰু দুখ আছে, সেই সকলোবিলাক ভগৱান বুদ্ধৰ তেজোদীপ্ত মঙ্গল বাক্যৰ প্ৰভাৱত উপসম হওক।

(৪) সক্কত্বা ধম্মৰতনং ওসধং উত্তমং ৱৰং,
পৰিলাহূপসমনং ধম্মতেজ্জেন সোত্থিনা ;
নস্সন্তুপদ্দৱা সব্বে ভয়া ৱূপসমেন্তুতে।

## অনুবাদ

শ্ৰেষ্ঠ আৰু উত্তম ঔষধৰ তুল্য দেৱ-মানৱৰ হিতৈষী ধৰ্ম্মৰত্নক নমস্কাৰ কৰো। তোমালোকৰ যি বিলাক দাহ, পাপমল, উপদ্ৰৱ আৰু ভয় আছে, সেই সকলো বিলাক ধৰ্ম্মৰ তেজোদীপ্ত গুণৰ প্ৰভাৱত উপসম হওক।

(৫) সক্কত্বা সঙ্ঘৰতনং ওসধং উত্তমং ৱৰং,
আহুণেয়্যং পাহুণেয়্যং সঙ্ঘতেজেন সোত্থিনা;
নস্‌সন্তুপদ্দৱা সব্বে ৰোগা ৱ্‌পসমেন্তুতে।

## অনুবাদ

শ্ৰেষ্ঠ আৰু উত্তম ঔষধ তুল্য দেৱ-মানৱৰ হিতৈষী সঙ্ঘৰত্নক নমস্কাৰ কৰো। তোমালোকৰ যি বিলাক উপদ্ৰৱ আৰু ৰোগ আছে, সেই সকলোবিলাক আহ্বানৰ যোগ্য আৰু গ্ৰহণৰ যোগ্য সংঘ শীলৰ তেজোদীপ্তৰ প্ৰভাৱত উপসম হওক।

(৬) য়ং কিঞ্চি ৰতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
ৰতনং বুদ্ধ সমং নত্থি তস্মা সোত্থি ভৱন্তু তে।

(৭) য়ং কিঞ্চি ৰতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
ৰতনং ধম্ম সমং নাত্থি তস্মা সোত্থি ভৱন্তু তে।

(৮) য়ং কিঞ্চি ৰতনং লোকে ৱিজ্জতি ৱিৱিধা পুথু,
ৰতনং সঙ্ঘ সমং নত্থি তস্মা সোত্থি ভৱন্তু তে।

## অনুবাদ

(৬, ৭, ৮) জগতত যি বিলাক মহাৰ্ঘ সম্পত্তি আৰু ৰত্ন আছে, তাৰ কোনোটিয়েই বুদ্ধ, ধৰ্ম্ম আৰু সংঘ ৰত্নৰ তুল্য শ্ৰেষ্ঠ হব নোৱাৰে। ইয়াৰ প্ৰভাৱত তোমালোকৰ জয়মঙ্গল হওক।

(৯) নত্থি মে সৰণং অঞ্ঞং বুদ্ধো মে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

(১০) নত্থি মে সৰণং অঞ্‌ঞং ধম্মো মে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

(১১) নত্থি মে সৰণং অঞ্‌ঞং সঙ্ঘো মে সৰণং ৱৰং,
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

## অনুবাদ

( ৯, ১০, ১১ ) এই জগতত মোৰ একমাত্র আশ্রয়ৰ স্থল ( শৰণ ) বুদ্ধ, ধৰ্ম্ম আৰু সংঘ। ইয়াৰ বাহিৰে মই অন্য কোনো আশ্রয় গ্রহণ কৰা নাই। এই সত্য বাক্যৰ প্ৰভাৱত তোমালোকৰ জয়মঙ্গল হওক।

(১২) সব্বীতিয়ো ৱিৱজ্জন্তু সব্বৰোগো ৱিনস্‌সতু,
মাতে ভৱত্বন্তৰায়ো স্থুখী দীঘায়ুকো ভৱ।

## অনুবাদ

সকলো প্ৰকাৰ বিলৈ বিপতি আৰু ৰোগৰ পৰা হাত সাৰি দীৰ্ঘায়ু হৈ সকলো উপদ্ৰৱৰ পৰা মুক্ত হওক এই মঙ্গল কামনা কৰিছো।

(১৩) ভৱতু সব্বমঙ্গলং ৰক্‌খন্তু সব্ব দেৱতা,
সব্ববুদ্ধানুভাৱেন সদা সোত্থি ভৱন্তু তে।

(১৪) ভৱতু সব্বমঙ্গলং ৰক্‌খন্তু সব্ব দেৱতা,
সব্বধম্মানুভাৱেন সদা সোত্থি ভৱন্তু তে।

(১৫) ভৱতু সব্বমঙ্গলং ৰক্‌খন্তু সব্ব দেৱতা,
সব্বসঙ্ঘানুভাৱেন সদা সোত্থি ভবন্তু তে।

## অনুবাদ

( ১৩, ১৪, ১৫ ) বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ সত্য গুণৰ প্ৰভাৱত সকলো দেৱতাই সততে ৰক্ষা কৰক আৰু জয়মঙ্গল হওক।

(১৬) নক্খত্ত য়ক্খভূতানং পাপগ্গহ নিৱাৰণা,
পৰিত্তস্সানুভাৱেন হন্ত তেসং উপদ্দৱে।

## অনুবাদ

এই পৰিত্ৰাণৰ প্ৰভাৱত যাৱতীয় নক্ষত্ৰদোষ, যক্ষ, ভূত, পাপ-গ্ৰহাদি উপদ্ৰৱ দূৰ হওক।

(১৭) য়ং দুন্নিমিত্তং অৱমঙ্গলঞ্চ, য়ো চামনাপো সকুণস্সসদ্দো,
পাপগ্গহো দুস্সুপিনং অকন্তং, বুদ্ধানুভাৱেন ৱিনাসমেন্ত।

(১৮) য়ং দুন্নিমিত্তং অৱসঙ্গলঞ্চ, য়ো চামনাপো সকুণস্সসদ্দো,
পাপগ্গহো দুস্সুপিনং অকন্তং, ধম্মানুভাৱেন ৱিনাসমেন্ত।

(১৯) য়ং দুন্নিমিত্তং অৱমঙ্গলঞ্চ, য়ো চামনাপো সকুণস্সসদ্দো,
পাপগ্গহো দুস্সুপিনং অকন্তং, সঙ্ঘানুভাৱেন ৱিনাসমেন্ত।

## অনুবাদ

( ১৭, ১৮, ১৯ ) যি কোনো প্ৰকাৰ দুৰ্নিমিত্ত, অমঙ্গল, অপ্ৰীতি-জনক চৰাই মাত, পাপগ্ৰহ আৰু বেয়া সপোনাদি সকলোবিলাক বুদ্ধ, ধৰ্ম্ম আৰু সংঘ গুণৰ প্ৰভাৱত বিনাশ প্ৰাপ্ত হওক।

# বিবিধ

## আবাহ-বিবাহ

আবাহ-বিবাহৰ প্ৰথা মানৱসভ্যতাৰ স্মৰণাতীত কালৰ পৰাই সংসাৰধৰ্ম্মত প্ৰৱেশ কৰাৰ প্ৰথম দ্বাৰ আৰু গৃহীজন-সাধাৰণৰ প্ৰধানতম মাঙ্গলিক অনুস্থান হিচাবে স্বীকৃতি লাভ কৰি আহিছে। বিবাহৰ পূৰ্ব্বে কুমাৰ কুমাৰী প্ৰত্যেকৰ জীৱন সম্পূৰ্ণ স্বাধীন আৰু সাংসাৰিক দায়িত্বৰ পৰা মুক্ত হৈ থাকে। কিন্তু বৈবাহিক বন্ধনত আৱদ্ধ হোৱাৰ পৰা সিহঁতৰ ওপৰত স্বাভাৱিকতেই বহুত গুৰুদায়িত্ব আহি পৰে আৰু এই পৰিৱৰ্ত্তনে জীৱনলৈ এটা অভিনৱ ৰূপান্তৰ আনি দিয়ে। সেই কাৰণে ইয়াক কেৱল হাঁহি-ধেমালি বা আমোদ-প্ৰমোদৰ অন্তৰ্ভুক্ত বুলি নাভাবি, ইয়াৰ ভিতৰত যে নৱ-দম্পতিৰ ভাৱী জীৱনৰ সকলো প্ৰকাৰৰ সুখ-দুখ, মিলন-বিচ্ছেদ আৰু পাৰিবাৰিক শ্ৰীবৃদ্ধিৰ বহুত কাৰণ বিদ্যমান আছে, তাৰ প্ৰতি মনোযোগ দিয়া একান্ত প্ৰয়োজন। এই কাৰণে দাম্পত্যজীৱন আৰম্ভ হোৱাৰ পূৰ্ব্বে যাতে নৱদম্পতীৰ ভৱিষ্যত জীৱন মিলন-মধুৰ আৰু সমৃদ্ধিশালী হয়, মনত সেই উদ্দেশ্য লৈ ধৰ্ম্মীয় বিধান অনুযায়ী পুণ্য কৰ্ম্মাদি সম্পাদন কৰা বিশেষ প্ৰয়োজন।

সিংহল-বৰ্ম্মা-শ্যাম প্ৰভৃতি বৌদ্ধ প্ৰধান দেশত বৈবাহিক উৎসৱ কিছু দিনৰ আগৰ পৰাই দৰা-কন্যাৰ ঘৰত বিবিধ পুণ্যকৰ্ম্ম সম্পাদন কৰা হয়। আমাৰ অসমৰ বৌদ্ধ সমাজতো বিবাহৰ সময়ত ভিক্ষু আমন্ত্ৰণ কৰি 'সূত্ৰাদি শুনা কোনো কোনো গাৱঁত দেখিবলৈ' পোৱা যায়, কিন্তু বহুতেই সেই সময়ত পুণ্য অনুস্থানৰ প্ৰতি বিশেষ লক্ষ্য নকৰে। ইয়াৰ উপৰিও পুণ্যানুস্থান যে, বিবাহৰ প্ৰধান অঙ্গ বুলি ধৰি নলয়। মাত্ৰ তেওঁলোকৰ বহুত দিনীয়া

পুৰণি কুসংস্কাৰৰ ওপৰত ভেঁটী কৰি দুঃআষাৰী বিয়া নাম গালেই বিবাহকাৰ্য্য সম্পাদন কৰা হয় বুলি ভাবে। কিন্তু বিয়ানাম কেইষাৰিয়ে নৱদম্পতীৰ ভৱীষ্যত জীৱনৰ কাৰণে যথেষ্ট নহয়।

হিন্দু-মুছলমান খৃষ্টান আদি সম্প্রদায়ৰ মাজত পুণ্যানুস্থান বৈবাহিক কাৰ্য্যৰ প্রধান অঙ্গ হিচাবে গ্রহণ কৰা দেখিবলৈ পোৱা যায়।

বৌদ্ধ ত্রিপিটক শাস্ত্র আলোচনা কৰিলে দেখিবলৈ পোৱা যায়, সেই কালৰ বৌদ্ধসমাজতো গাৰ্হস্থ্য-জীৱনৰ মাঙ্গলিক আনন্দ উৎসৱাদিতো ভিক্ষু-সংঘ নিমন্ত্রণ কৰি পিণ্ডদান আৰু ধৰ্ম্মশ্রৱণ কৰা উৎসৱৰ এটা বিশিষ্ট অঙ্গ আছিল। এই উপলক্ষে ভগবান বুদ্ধই উগ্রহ মেণ্ডকনত্তা নামৰ শ্রেষ্ঠীৰ ঘৰলৈ নিমন্ত্রিত হৈ শশুৰালয়লৈ গমনযোগ্যা কুমাৰীসকলক গৃহীকৰ্ম্ম সম্বন্ধে যি উপদেশ দিছিল, তাক সকলোৰে পালনযোগ্য।

এসময়ত ভগৱান বুদ্ধই ভদ্রিয় নগৰৰ ওচৰত জাতীয়বনত বাস কৰিছিল। তেতিয়া উগ্রহ লেণ্ডকনত্তাই চাৰিজন ভিক্ষুৰ সৈতে ভগৱান বুদ্ধক নিমন্ত্রণ কৰিছিল। বুদ্ধই ভিক্ষুসংঘৰ লগত শ্রেষ্ঠীৰ ঘৰত পদাৰ্পণ কৰিলত উত্তম খাদ্য-ভোজ্যৰ দ্বাৰা আপ্যায়িত কৰিলে। খোৱা সমাপ্তৰ পাচত শ্রেষ্ঠীয়ে কেইগৰাকীমান কুমাৰীৰ প্রতি আঙ্গুলি নিৰ্দ্দেশ কৰি ভগবান বুদ্ধক কলে।

"ইমে ভন্তে কুমাৰিয়ো পতিকুলানি গমিসস্ন্তি, ওৱদতু তাসং ভন্তে ভগৱা অনুসাসতু তাসং ভন্তে ভগৱা, য়ং তাসং অসস্ দীঘৰত্তং হিতায় সুখায়াতি।"

প্রভো, এই কুমাৰীসকল পতিগৃহলৈ যাব লগা। সেই কাৰণে, শশুৰালয়ত স্থায়ী সুখ আৰু শান্তিৰ বাবে আপুনি সিহঁতক উপদেশ প্রদান কৰক আৰু শিক্ষনীয় বিষয় বিলাক শিক্ষা দিয়ক। ইয়াকে কৈ কুমাৰীবিলাকে তেওঁৰ উপস্থিতিত লাজ কৰিব বুলি ভাবি শ্রেষ্ঠীয়ে তাৰপৰা আঁতৰি গলগৈ।

তাৰ পাচত কুমাৰীসকলক ভগৱান বুদ্ধই কবলৈ আৰম্ভ কৰিলে—"তস্মাতিহ কুমাৰিয়ো এবং সিক্খিতব্বং"—হে কুমাৰীসকল! তোমালোকে এইদৰে শিক্ষা কৰা উচিত।

১। "আমাৰ পৰমহিতৈষী আৰু মঙ্গলকামী পিতৃ-মাতৃয়ে অনুগ্ৰহ কৰি আমালোকক স্বামীৰ হাতত অৰ্পণ কৰিছে, ৰাতিপুৱা স্বামী শয্যা ত্যাগৰ পূৰ্ব্বে আমি শয্যা ত্যাগ কৰিম; সূৰ্য্যোদয় পৰ্য্যন্ত শুই নাথাকিম।" এই সঙ্কল্প প্ৰথমেই গ্ৰহণ কৰিব লাগিব। পুৱাতেই কৰ্ম্মচাৰীসকলক যথাযথ কৰ্ম্মত নিযুক্ত কৰি দি, পাচত গাখীৰ-পানী আদি খীৰাব লাগিব। এইদৰে যাৱতীয় গৃহকৰ্ম্ম তত্ত্বাৱধান কৰিব লাগিব। প্ৰত্যেকটি কাম নিজেই পৰিদৰ্শন কৰি সম্পাদন কৰাৰ উপায় উদ্ভাৱন কৰিব লাগে। আৰু সৰু ডাঙৰ সকলোৰে প্ৰতি প্ৰিয়ভাষিণী হোৱা কৰ্ত্তব্য। ৰাতি সকলোৰে শেষত শুব লাগিব। কেতিয়াও গুৰুজনৰ আগত খোৱা উচিত নহয়। ঘৰৰ সকলোৰে খোৱা শেষ কৰি, গৃহসামগ্ৰীবিলাক যথাস্থানত সামৰি থব লাগে। গোহালীৰ গৰুবোৰ আহিছেনে নাই, তাৰ তত্ত্বাৱধান লব লাগে। তাৰ পাচত অহা কাইলৈ কি কি কাম কৰিব লাগিব, মনতে তাৰ এখনি তালিকা ঠিক কৰি লব লাগিব। সকলোৱে খোৱাৰ পিচত ভাত পানী নেজোৰিলে নিজে সিজাই খাব লাগে। বাকচৰ চাবি কাঠি সতৰ্কতাৰ সৈতে ৰাখিব লাগে। কুমাৰীসকল! তোমালোকে এইদৰেই শশুৰৰ ঘৰত যাৱতীয় কাৰ্য্যত নিখুঁত ভাৱে সম্পাদন কৰিবা।

২। হে কুমাৰীসকল! যিসকল তোমাৰ স্বামীৰ গুৰুজন অৰ্থাৎ পিতৃ-মাতৃ আৰু শ্ৰমণ ব্ৰাহ্মণ তেওঁলোকক মান, সৎকাৰ আৰু পূজা কৰিবা। অতিথি আহিলে ভাল দৰে বহিবলৈ দি পানী চাহ জলপান আদিৰে সেৱা কৰিব লাগে। এইটো তোমালোকৰ জনা উচিত।

৩। হে কুমাৰীসকল! তোমালোকৰ পতিৰ ঘৰত লোমৰ

কাৰ্য্য, সূতাঁ কটা, সূতাঁ পকুৱা, তাঁতবোৱা, ছিলাই কৰা, পাঁজি কটা, কাপোৰ ধোৱা, ৰং দিয়া, ৰং কৰা, কপাগুটি ৰুৱা, ধূনা, পেৰাদি কামবিলাক দক্ষতাৰ সৈতে এলাহ্ নকৰি নিজে সম্পাদন কৰিব লাগিব। এইটো তোমালোকৰ জনা উচিত।

৪। হে কুমাৰীসকল! তোমালোকৰ স্বামীৰ ঘৰত যি সকল দাস-দাসী, চাকৰ-নাকৰ আৰু কৰ্ম্মচাৰী থাকে ; তেওঁলোকে কোনে কিমান সময় কাম কৰিছে, কোনে কৰা নাই আৰু কোনে কিমান দৰমহা পোৱাৰ যোগ্য ইত্যাদি বিষয়েও জ্ঞান থকা উচিত। আৰু উক্ত কৰ্ম্মচাৰী সকলৰ প্ৰতি এইদৰে মনোভাৱ পোষণ কৰিব লাগে যে—গৃহস্থই যি খায়, তাকে কৰ্ম্মচাৰী সকলকো দিব লাগিব আৰু সিহঁতৰ কোনো প্ৰকাৰ ৰোগাদি হলে ঔষধপাতি ব্যৱস্থা কৰি দিব লাগে। গৃহস্থৰ যদি চাকৰ বা কৰ্ম্মচাৰী সকলৰ খোৱা বোৱাদি একে নহয় আৰু ৰোগৰ সময়ত দেৱাই পানীৰ ব্যৱস্থা নকৰে, সেৱা শুশ্ৰূষা নকৰে, তেন্তে সেই গৃহস্থৰ নানা ছুৰ্নাম প্ৰচাৰ হব, ফলত ভবিষ্যত চাকৰাদি পোৱা টান হব। কুমাৰীসকলে এইবিলাক বিষয়ো জনা উচিত।

৫। হে কুমাৰীসকল! ধন-ধান, সোণ-ৰূপ প্ৰভৃতি যিবিলাক স্বামীৰ সঞ্চিত সম্পত্তি সেই বিলাক সযত্নে ৰক্ষা কৰিবা। কেতিয়াও আন পুৰুষৰ প্ৰতি আৰু সুৰাপানাদিত আসক্ত নহবা। স্বামীৰ উপাৰ্জ্জিত ধন চুৰি কৰি হস্তান্তৰ নকৰিবা। আন কোনো প্ৰকাৰ অধৰ্ম্ম কাৰ্য্যত ধন নষ্ট নকৰিবা। কুমাৰী সকলৰ এইবিলাকো শিক্ষণীয় বিষয় বুলি জানিবা।

কুমাৰীসকল! যিসকলে এই প্ৰণালীবিলাক সুচাৰুৰূপে শিক্ষা আৰু পালন কৰে গাৰ্হস্থ্যজীৱন যাপন কৰে, তেওঁলোকে মৃত্যুৰ পাচত নিৰ্ম্মাণৰতী স্বৰ্গলোকত উৎপন্ন হয়গৈ॥

বিবাহৰ পাচত দৰা-কন্যা ছুয়োমিলি দৰা ঘৰত ভিক্ষুসংঘক পিণ্ডদান কৰিবা, খোৱাৰ পাচত পঞ্চশীল গ্ৰহণ কৰি ৰক্ষা কৰিবা।

তাৰ পাচত ভিক্ষুসংঘৰ ভিতৰত এজন পণ্ডিত ভিক্ষুৰ পৰা স্বামী-স্ত্ৰীৰ কৰ্ত্তব্য সম্বন্ধে দেশনা কৰাৰ বিধিৰ বিধান।

## কন্যাৰ উপদেশ

পুৰণিকালত পুণ্যাত্মা ধনঞ্জয় শ্ৰেষ্ঠীৰ কন্যা বিশাখাক শশুৰৰ ঘৰলৈ যাওঁতে যি দহোটা উপদেশ প্ৰদান কৰিছিল, সেই উপদেশ প্ৰত্যেক কন্যাকেই শশুৰৰ ঘৰলৈ যোৱাৰ সময়ত পিতাকহঁতে স্মৰণ কৰি দিয়া উচিত।

(১) অন্ম সস্সুৰকুলে ৱসন্তিয়া নাম অন্তো অগ্গি ন বহি নীহৰিতব্বো—আই, শশুৰৰ ঘৰত বাস কৰা সময়ত ঘৰৰ ভিতৰৰ জুই বাহিৰলৈ নিনিবা; অৰ্থাৎ শশুৰ ঘৰৰ কাৰো দোষ দেখিলে তাক বাহিৰত প্ৰকাশ নকৰিবা।

(২) ৱহি অগ্গি অন্তো ন পৱেসেতবেৱা—বাহিৰৰ জুই ভিতৰলৈ নানিবা। অৰ্থাৎ প্ৰতিবেশী কোনো স্ত্ৰী বা পুৰুষে তে'মাৰ শশুৰৰ ঘৰৰ কাৰোবাৰ দোষ গালে তাক তোমাৰ শশুৰৰ ঘৰৰ কাৰো আগত প্ৰকাশ নকৰিবা।

(৩) দদন্তসস্ য়েৱ দাতব্বং—যি মানুহে ঘৰৰ যি কোনো বস্তু ধাৰ কৰি নি যথাসময়ত ঘূৰাই দিয়ে, তেওঁক যি কোনো বস্তু ধাৰ দিবা।

(৪) অদদন্তসস্ ন দাতব্বং—যি মানুহে কোনো বস্তু ধাৰ কৰি নি যথাসময়ত ঘূৰাই নিদিয়ে আৰু অস্বীকাৰ কৰে, তেনে মানুহক কোনো বস্তু ধাৰলৈ নিদিবা।

(৫) দদন্তসস্াপি অদদন্তসস্াপি দাতব্বং—তোমাৰ বংশৰ বা সম্পৰ্কীয় আত্মীয়স্বজন দৰিদ্ৰ হলে কোনো বস্তু ধাৰ দিলে পুনৰ ঘূৰাই দিয়ক বা নিদিয়ক তেওঁলোকক ধাৰ দিবা।

(৬) সুখং নিসীদিতব্বং—সুখেৰে বহিবা। অৰ্থাৎ যি ঠাইত বহিলে শশুৰ-শাশুৰ, স্বামী আৰু আন কোনো গুৰুজনক দেখি হঠাৎ ব্যস্ত হৈ যাতে উঠিব লগা হয়, তেনে ঠাইত নবহিবা।

(৭) সুখং ভুঞ্জিতব্বং—সুখেৰে খাবা। অৰ্থাৎ শশুৰ-শাশুৰ, স্বামী প্ৰভৃতি গুৰুজনৰ আহাৰৰ শেষত ঘৰৰ আনকোনো খাবলৈ আছেনেকি তাৰ বিচাৰ লৈ নিজে আহাৰ খাব লাগে।

(৮) সুখং নিপজ্জিতব্বং—সুখেৰে শুবা। অৰ্থাৎ শশুৰ-শাশুৰ, স্বামী প্ৰভৃতি গুৰুজনৰ আগত নোশুই তেওঁলোকৰ প্ৰয়োজনীয় কাৰ্য্য শেষ কৰি তেওঁলোকৰ পাচত শুব লাগে।

(৯) অগ্গিং পৰিচৰিতব্বং—অগ্নি পৰিচৰ্য্যা কৰিবা, অৰ্থাৎ শশুৰ-শাশুৰ প্ৰভৃতি গুৰুজনে যদি কনিষ্ঠ সকলৰ প্ৰতি অসন্তুষ্ট হৈ অভিশাপ দিয়ে, তেন্তে সিহঁতৰ অগ্নিদগ্ধৰ দৰে অন্তৰ্দাহ ভোগ কৰিব লগা হয়। সেই কাৰণে তেওঁলোকক অগ্নিৰ দৰে ভাবি যথাসাধ্য সেৱা-শুশ্ৰূষা কৰিবা।

(১০) অন্তো দেৱতা নমসিস্তব্বো—মনত শশুৰ-শাশুৰ আৰু স্বামী প্ৰভৃতি গুৰুজন সকলক দেৱতাৰ দৰে ভক্তি-পূজা কৰিবা।

আই, এই উপদেশ বিলাক সযত্নে প্ৰতিপালন কৰিলে সকলোতে তোমাৰ সুকীৰ্ত্তি প্ৰচাৰিত হব। তাকে শুনি আমিও আনন্দ লাভ কৰিম।

## স্ত্ৰীৰ প্ৰতি স্বামীৰ কৰ্ত্তব্য

(১) সম্মাননা—স্ত্ৰীৰ প্ৰতি স্বামীয়ে সদায় যথোপযুক্ত মৰ্য্যাদা-সূচক বাক্য ব্যৱহাৰ কৰিব লাগে।

(২) অৱমাননা—কেতিয়াও অৱজ্ঞাসূচক বাক্য প্ৰয়োগ কৰা উচিত নহয়।

(৩) অনতিচৰিয়া—অন্য স্ত্ৰীৰ প্ৰতি আসক্ত হোৱা উচিত নহয়, নাইবা নিজ স্ত্ৰীৰ ওপৰত অন্যায়ভাৱে কোনো প্ৰকাৰ অত্যাচাৰ বা উৎপীড়ন কৰা অনুচিত।

(৪) ইসস্ৰিয় বোসসগ্গো—স্ত্ৰীক গৃহকৰ্ম্মৰ যথাযথ কাৰ্য্যভাৰ অৰ্পণ কৰা উচিত।

(৫) অলঙ্কাৰানুপ্পদানং—তাইক যথাসময়ত সাধ্যানুসৰি আ-ভূঅলঙ্কাৰ, কাপোৰ-কানি আদি প্ৰদান কৰিব লাগে।

## স্বামীৰ প্ৰতি স্ত্ৰীৰ কৰ্ত্তব্য

(১) সুসংৱিহিতকম্মন্তা—সুচাৰুৰূপে গৃহকৰ্ম্মাদি সম্পাদন কৰিবা।

(২) সুসঙ্গহিতপৰিজনা—নম্ৰ ব্যৱহাৰ আৰু সুহৃদয়তাৰ দ্বাৰা আত্মীয়স্বজন আৰু ঘৰৰ সকলোৰে অন্তৰ আকৰ্ষণ কৰি লবা।

(৩) অনাতচাৰিণী—আন পুৰুষৰ প্ৰতি কেতিয়াও আসক্ত নহৈ সদায় পতিপৰায়ণা হব লাগে।

(৪) সম্ভতঞ্চ অনুৰক্খনং—স্বামীৰ উপাৰ্জ্জিত সম্পত্তি আৰু ঘৰৰ বয়বস্তু সযত্নে ৰক্ষা কৰিব লাগে।

(৫) দক্খা চ অনলসা সব্বকিচ্চেসু—নিপুণতা আৰু এলাহহীন ভাৱে যাৱতীয় কৰ্ত্তব্য কৰ্ম্ম সম্পাদন কৰিব লাগে।

## বিবাহৰ মন্ত্ৰ

১। উপদ্ৰৱ বন্ধ কৰা মন্ত্ৰ ঃ—অম্হাকং খো পন ভগৱা দীপঙ্কৰ পাদমূলতো পট্‌ঠায় পঠমং দানপাৰমী, দুতিয়ং সীলপাৰমী, ততিয়ং নেক্খম্মপাৰমী, চতুত্থং পঞ্‌ঞাপাৰমী, পঞ্চমং বিৰিয়পাৰমী, ছট্‌ঠং খন্তিপাৰমী, সত্তমং সচ্চপাৰমী, অট্‌ঠমং অধিট্‌ঠান পাৰমী, নৱমং মেত্তা পাৰমী, দসমং উপেক্খাপাৰমীতি দস পাৰমিয়ো, দস উপপাৰমিয়ো, দস পৰমত্থ পাৰমিয়ো'তি সমতিংস পাৰমিয়ো পূৰেসি। তাসং পাৰমীনং অনুভাৱেন ময়্‌হং সব্বে উপদ্দৱা ৱিনাসমেন্তু।

২। দৰা-কন্যাৰ উপদ্ৰৱ বন্ধ কৰা ঃ—পুৰত্থিমায় দিসায়, দক্খিণায় দিসায়, পচ্ছিমায় দিসায়, উত্তৰায় দিসায়, পুৰত্থিমায় অনুদিসায়, দক্খিণায় অনুদিসায়, পচ্ছিমায় অনুদিসায়, উত্তৰায় অনুদিসায়, হেটিঠ্‌মায় দিসায়, উপৰিমায় দিসায়, সব্বে সত্তা, সব্বে

পাণা, সব্বে ভূতা, সব্বে পুগ্‌গলা, সব্বে অত্তভাৱপৰিয়াপন্না, সব্বা ইত্থিয়ো, সব্বে পুৰিসা, সব্বে অৰিয়া, সব্বে অনৰিয়া, সব্বে দেৱা, সব্বে মনুস্‌সা, সব্বে অমনুস্‌সা, সব্বে ৱিনিপাতিকা, অৱেৰা হোন্তু, অব্যাপজ্জা হোন্তু, অনীঘা হোন্তু, সুখী অত্তানং পৰিহৰন্তু, দুক্‌খা মুঞ্চন্তু, য়থালব্ধ সম্পত্তিতো মা ৱিগচ্ছন্তু কম্মস্‌সকা। ইমিনা মেত্তানুভাৱেন জয়পতিনো সব্বে উপদ্দৱা বিনাসমেন্তু।

৩। মন্ত্রদাতাৰ গুৰু প্ৰণাম আৰু শৰণ গমন ঃ—পঠমং দ্বাত্তিংস মহাপুৰিসলক্‌খণ সম্পন্নং অসীতি অনুব্যঞ্জনপতিমণ্ডিতং নিৰোধ সমাপত্তিতো উট্‌ঠহিত্বা নিসিন্নং ৱিয় ভগৱন্তং অৰহন্তং সম্মাসম্বুদ্ধং নমামি, দুতিয়ং আচৰিয়ং নমানি, ততিয়ং তিৰতনং সৰণং গচ্ছামি।

৪। দৰা-কন্যাক ৰক্ষা কৰা মন্ত্ৰ ঃ—

য়ং দুন্নিমিত্তং অৱমঙ্গলঞ্চ য়ো চামনাপো সকুনস্‌স সদ্দো,
পাপগ্‌গহো দুস্‌সুপিনং অকন্তং বুদ্ধানুভাৱেন ৱিনাসমেন্তু।
ধম্মানুভাৱেন ৱিনাসমেন্তু, সঙ্ঘানুভাৱেন বিনাসমেন্তু।

৫। দৰাক কন্যা সম্প্ৰদান ঃ—তুয়্‌হং দীঘৰত্তং হিতায় সুখায় ইমং কঞ্‌ঞং গণ্‌হাহি।

৬। দৰা কন্যাক সম্বন্ধ কৰি দিয়া ঃ—

দ্বিহত্থং সম্বন্ধং ৱিয় তুমেহ্‌পি সব্বকালং সমগ্‌গভাৱেন ৱসথ,
অঞ্‌ঞমঞ্‌ঞং দেৱ-দেৱীনং ৱিয় সংৱাসো চ হোতু।

৭। দৰা কন্যা যোৰ হৈ ঠিয় হোৱা ঃ—ইদং পাদদ্বয়ং সম্বন্ধকৰণং তুম্‌হাকং য়াৱজীৱং অঞ্‌ঞমঞ্‌ঞ গিহীধম্মং সমাদানায় চেৱ কুসল কম্মং কৰণায় চ অৱিসং য়োগস্‌স পচ্চয়ো হোতু।

৮। মন্ত্ৰদাতাই দৰা কন্যাৰ মঙ্গল কামনা কৰা ঃ—

নত্থি তে সৰণং অঞ্‌ঞং বুদ্ধো তে সৰণং ৱৰং,
বুদ্ধতেজেন লোকস্‌স তাণা লেনা পৰায়ণা;
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

নত্থিতে সৰণং অঞ্ঞং ধম্মো তে সৰণং ৱৰং,
ধম্মতেজেন লোকস্‌স তাণা লেনা পৰায়ণা ;
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং
নত্থিতে সৰণং অঞ্ঞং ধম্মো তে সৰণং ৱৰং,
সজ্ঘতেজেন লোকস্‌স তাণা লেনা পৰায়ণা ;
এতেন সচ্চৱজ্জেন হোতু তে জয়মঙ্গলং।

৯। আৱাহ বিৱাহৰ মঙ্গল কামনা :—

[ এই মন্ত্রটি পাঠ কৰি মঙ্গল কলহৰ পানী দৰা-কন্যাক ছটিয়াই দিব লাগে ]।

সিদ্ধিৰাজস্‌স সাসনে সিদ্ধিকিচ্চঞ্চ কাৰত্তো,
সিদ্ধিভাৱা সমিজ্ঝন্তু সিদ্ধিলাভা ভৱন্তু তে।
জয়ন্তো বোধিয়া মূলে সক্যানং নন্দিৱড্‌ঢনো,
এৱমেৱ জয়ো হোতু জয়স্‌সু জয়মঙ্গলে।
অপৰাজিত পল্লঙ্কে সীসে পুথুৱিমুক্‌খলে,
অভিসেকে সম্বুদ্ধানং অগ্‌গপ্পত্তো পমোদতি ;
এতেন সচ্চৱজ্জেন হোতু তে জয় মঙ্গলং।
জয় জয় মঙ্গলং বোধিপল্লঙ্কং'ৱ
জয় জয় মঙ্গলং ধম্মচক্কং'ৱ
জয় জয় মঙ্গলং সব্বগুণ পাণীনং'ৱ
জয় জয় মঙ্গলং ত্রাণদিত্তিং'ৱ
জয় জয় মঙ্গলং সাধু সুপ্পতিটিঠ্‌তানং'ৱ ।।

১০। দৰা-কন্যাক আশীৰ্ব্বাদ কৰা :—

সমসীলা সমসদ্ধা ভৱন্তু উভয়ো সদা,
আয়ু-ৱন্ন-সুখং-ৱল-পটিভাণং ভৱন্তু তে।
ভৱতু সব্বমঙ্গলং ৰক্‌খন্তু সব্বদেৱতা,
সব্ব বুদ্ধানুভাৱেন সদা সোত্থি ভৱন্তুতে।

ভৱতু সব্বমঙ্গলং ৰক্খন্তু সব্বদেৱতা,
সব্ব ধম্মানুভাৱেন সদা সোত্থি ভৱন্তুতে।
ভৱতু সব্বমঙ্গলং ৰক্খন্তু সব্বদেৱতা,
সব্ব ধম্মানুভাৱেন সদা সোত্থি ভৱন্তুতে।

## কুমাৰ প্ৰশ্ন

ভগৱান বুদ্ধৰ সোপাক নামৰ এজন মহাশ্ৰাৱকে সাত বছৰ বয়সতে অৰহত ফল লাভ কৰিছিল আৰু তেওঁ ভগৱান বুদ্ধৰ ওচৰতে উপসম্পদা প্ৰাৰ্থনা কৰে। ভগৱান বুদ্ধই তেওঁৰ জ্ঞান পৰীক্ষা কৰিবৰ কাৰণে এই দহ প্ৰকাৰ প্ৰশ্ন সুধিছিল। সোপাকে যথাযথ উত্তৰ দি ভগৱান বুদ্ধক সন্তোষ প্ৰদান কৰিছিল। সাত বছৰৰ কুমাৰ অৱস্থাত এই প্ৰশ্নৰ উত্তৰ দিয়াৰ কাৰণেই এই প্ৰশ্নৰ নাম ৰখা হ'ল 'কুমাৰ পঞ্ হং'।

১। এক নাম কিং? সব্বেসত্তা আহাৰট্ঠিতিকা।

**অনুবাদ**:—এক কি? সকলো প্ৰাণী আহাৰৰ দ্বাৰা জীৱন ধাৰণ কৰে।

২। দ্বে নাম কিং? নামঞ্চ, ৰূপঞ্চ।

**অনুবাদ**:—দুই কি? নাম (চিত্ত-চৈত্তসিক) আৰু ৰূপ (২৮ প্ৰকাৰ ৰূপ)।

৩। তীণি নাম কিং? তিস্সো বেদনা।

**অনুবাদ**:—তিনি কি? তিনি প্ৰকাৰ বেদনা (সুখ, দুখ, উপেক্ষা)।

৪। চত্তাৰি নাম কিং? চত্তাৰি অৰিয়সচ্চানি (দুখ, সমুদয়, নিৰোধ, মাৰ্গ)।

**অনুবাদ**:—চাৰি কি? চাৰি আৰ্য্যসত্য।

৫। পঞ্চ নাম কিং? পঞ্চুপাদানক্খন্ধা।

**অনুবাদ**ঃ—পাঁচ কি? পঞ্চ উপাদান স্কন্ধ (ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান)।

৬। ছ নাম কিং? ছ অজ্‌ঝত্তিকানি আয়তনানি।

**অনুবাদ**ঃ—ছয় কি? ছয় আধ্যাত্মিক আয়তন (চকু, শ্রোত, ঘ্রাণ জিভা, কায়, মন)।

৭। সত্ত নাম কিং? সত্ত বোজ্‌ঝঙ্গা।

**অনুবাদ**ঃ—সাত কি? সপ্ত বোধ্যঙ্গ (স্মৃতি, ধৰ্ম্মৱিচয়, বীৰ্য্য, প্রীতি, প্রশ্রদ্ধি, সমাধি, উপেক্ষা)।

৮। অট্‌ঠ নাম কিং? অৰিয়ো অট্‌ঠঙ্গিকো মগ্‌গো।

**অনুবাদ**ঃ—আঠ কি? আৰ্য্য অষ্টাঙ্গিক মাৰ্গ (সম্যক দৃষ্টি, সম্যক সংকল্প, সম্যক বাক্য, সম্যক কৰ্ম্ম, সম্যক আজীৱ, সম্যক ব্যায়াম, সম্যক স্মৃতি, সম্যক সমাধি।)

৯। নৱ নাম কিং? নৱ সত্তাৱাসা।

**অনুবাদ**ঃ—ন কি? ন সত্ত্বাৱাস যেনে—(১) নানাকায় নানা সংজ্ঞা, (২) নানা কায় এক সংজ্ঞা, (৩) এক কায় নানা সংজ্ঞা, (৪) এক কায় এক সংজ্ঞা, (৫) অসংজ্ঞসত্ব দেৱতা সকল, (৬) অনন্তাকাশ আয়তন উপগত প্রাণী অৰ্থাৎ যি বিলাক ৰূপভৱৰ পৰা সম্পূৰ্ণ বিমুক্তহৈ 'আকাশানন্ত' এই জ্ঞান প্রাপ্ত হৈছে। (৭) বিজ্ঞানায়তন উপগত প্রাণী অৰ্থাৎ যি বিলাক 'বিজ্ঞানানন্ত' এই জ্ঞান প্রাপ্ত। (৮) 'অকিঞ্চনায়তন' উপগত প্রাণী, অৰ্থাৎ যি বিলাক আকাশ আৰু বিজ্ঞানাতীত একো নাইকীয়া জ্ঞান প্রাপ্ত, (৯) নৈৱসংজ্ঞা নাসংজ্ঞায়তন উপগত প্রাণী, অৰ্থাৎ যি বিলাক অকিঞ্চণ জ্ঞানাতীত সংজ্ঞা আৰু অসংজ্ঞা প্রাপ্ত প্রাণী বিলাক।

১০। দস নাম কিং? দসহঙ্গেহি সমন্নাগতা অৰহন্তেহি বুচ্চতি।

**অনুবাদ**ঃ—দহ কি? দহ অঙ্গৰ দ্বাৰা ভূষিত অৰহত, অৰ্থাৎ (১) অশৈক্ষ্য সম্যক দৃষ্টি, (২) অশৈক্ষ্য সম্যক সঙ্কল্প, (৩) অশৈক্ষ্য সম্যক বাক্য, (৪) অশৈক্ষ্য সম্যক কৰ্ম্ম, (৫) অশৈক্ষ্য সম্যক আজীৱ,

(৬) অশৈক্ষ্য সম্যক ব্যায়াম, (৭) অশৈক্ষ্য সম্যক স্মৃতি, (৮) অশৈক্ষ্য সম্যক সমাধি, (৯) অশৈক্ষ্য সম্যক জ্ঞান, (১০) অশৈক্ষ্য সম্যক বিমুক্তি।

## ৭৫ প্ৰকাৰ সেখিয়া ধৰ্ম্ম বা শিক্ষণীয় বিষয়ঃ—

### ১। পৰিমণ্ডল বৰ্গ

১। পৰিমণ্ডল কৰি অন্তবাস চীৱৰ পৰিধান ·কৰিম, এই শিক্ষা কৰা উচিত। নাভি বা ককালৰ পৰা বৰ আঁঠু বা জানুদ্বয়ৰ আঠ আঙ্গুলি নমাই অন্তৰ্বাস পৰিধান কৰা কৰ্ত্তব্য।

২। পৰিমণ্ডল কৰি উত্তৰাসঙ্গ আৰু সংঘাটি, চীৱৰ পৰিধান কৰিম, এই শিক্ষা পদ গ্ৰহণ কৰা উচিত।

৩। সুপ্ৰতিচ্ছন্নহৈ গাৱঁলৈ বা গৃহস্থৰ ঘৰলৈ যাম, এই শিক্ষা কৰা উচিত।

৪। গৃহস্থৰ ঘৰত বহোঁতে সুপ্ৰতিচ্ছন্নহৈ বহিম, এই শিক্ষা পদ গ্ৰহণ কৰা উচিত।

৫। সুসংযত হৈ গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ যাম, এই শিক্ষা পদ গ্ৰহণ কৰা উচিত।

৬। সুসংযত হৈ গৃহস্থৰ ঘৰত বহিম, এই শিক্ষা পদ গ্ৰহণ কৰা উচিত।

৭। অধোচকু হৈ গৃহস্থৰ ঘৰলৈ যাম, এই শিক্ষা পদ গ্ৰহণ কৰা উচিত।

৮। অধোচকু হৈ গৃহস্থৰ ঘৰত বহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৯। চীৱৰ দাঙি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নেযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। চীৱৰ দাঙি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

## ২। উজ্জগিঘক বৰ্গ

১। উচ্চ হাঁহি মাৰি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

২। উচ্চ হাঁহি মাৰি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৩। অলপ শব্দ কৰি গাঁবলৈ বা গৃহস্থৰ ঘৰলৈ যাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৪। অলপ শব্দ কৰি গৃহস্থৰ ঘৰত বহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৫। গা জোকাৰি জোকাৰি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৬। গা জোকাৰি জোকাৰি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষা-পদ গ্ৰহণ কৰা উচিত।

৭। হাত জোকাৰি জোকাৰি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৮। হাত জোকাৰি জোকাৰি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৯। মূৰ জোকাৰি জোকাৰি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। মূৰ জোকাৰি জোকাৰি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষা-পদ গ্ৰহণ কৰা উচিত।

## ৩। খম্ভকত বৰ্গ

১। ককালত হাত দি গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

২। ককালত হাত দি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৩। মূৰত উৰুণী লৈ গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৪। মূৰত উৰুণী লৈ গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৫। এজেং কাৰি বা উৎকুটত ( ভৰিৰ আগত ভেজা দি ) হৈ গাঁৱলৈ বা গৃহস্থৰ ঘৰলৈ নাযাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৬। আঁঠু দুটা সাৱটি গৃহস্থৰ ঘৰত নবহিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৭। সাদৰে পিণ্ডপাত প্ৰতিগ্ৰহণ কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৮। পাত্ৰৰ প্ৰতি মনোযোগ দি প্ৰতিগ্ৰহণ কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৯। অন্নৰ এক চতুৰ্থাংশৰ একাংশ শাক-দাইলৰ লগত পিণ্ড-পাত গ্ৰহণ কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। পাত্ৰ পূৰ্ণ কৰি পিণ্ডপাত প্ৰতিগ্ৰহণ নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

## ৪। সক্কচ্চ বৰ্গ

১। মনোযোগেৰে পিণ্ডপাত গ্ৰহণ কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

২। পাত্ৰৰ প্ৰতি মনোযোগ দি পিণ্ডপাত গ্ৰহণ কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৩। পাত্ৰত থকা অন্নস্তূপৰ এফালৰ পৰা ভোজন কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৪। অন্নগৰাহৰ চতুৰ্থাংশৰ একাংশ তৰকাৰী লৈ ভোজন কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৫। পাত্ৰত থকা অন্নস্তূপৰ মাজৰ পৰা ভোজন নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৬। শাক-তৰকাৰী বেছি পোৱাৰ আশাত ভাতৰ তলত শাক ঢাকি নাৰাখিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৭। নীৰোগ অৱস্থাত নিজৰ কাৰণে কোনো গৃহীৰ পৰা কোনো শাক-তৰকাৰী খুজি ভোজন নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৮। খোৱাৰ সময়ত আনৰ পাত্ৰৰ প্ৰতি হিংসাৰ চকুৰে নাচাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৯। খোৱাৰ সময়ত অতি ডাঙৰ ডাঙৰকৈ গাল (গ্ৰাস) কৰি ভোজন নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। খোৱাৰ সময়ত গাল গোলাকাৰ কৰি ভোজন কৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

## ৫। কবল বৰ্গ

১। মুখলৈ গৰাহ অনাৰ পূৰ্ব্বে মুখ নেমেলিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

২। মুখত গাল দি আঙ্গুলিৰে ঠেলি ঠেলি মুখৰ ভিতৰলৈ প্ৰৱেশ নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৩। মুখত গাল দি কথা নকম. এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৪। গাল মুখলৈ দলিয়াই দলিয়াই ভোজন নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৫। গাল ডাঙৰকৈ হাতত লৈ তাৰ পৰা ভাঙি ভাঙি নাখাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৬। মুখত বেছিকৈ ভাত ভৰাই গাল দুখনি বান্দৰৰ দৰে উফন্দাই ভোজন নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৭। হাত জোকাৰি জোকাৰি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৮। পিণ্ডপাত ছটিয়াই ছটিয়াই ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৯। গাল মুখলৈ নিয়াৰ আগতেই জিভা মেলি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

১০। চপ্ চপ্ শব্দ কৰি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

## ৬। সুৰু সুৰু বৰ্গ

১। শ্রুপ শ্রুপ শব্দ কৰি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

২। হাত চেলেকি চেলেকি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৩। পাত্র চেলেকি চেলেকি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৪। ওঁঠ চেলেকি চেলেকি ভোজন নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৫। চোৱা হাতৰে পানীৰ পাত্রাদি নধৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৬। পাত্রধোৱা চোৱা পানী ঘৰৰ য'ত ত'ত নেপেলাম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৭। ছাতিতৰি থকা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৮। লাঠিধাৰী নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্রহণ কৰা উচিত।

৯। অস্ত্ৰধাৰী নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম; এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। ধেনুধাৰী নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

## ৭। পাদুকা বৰ্গ

১। পাদুকা পিন্ধা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

২। জোতা পিন্ধা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৩। গাড়ী বাগি আদিত আৰোহী নিৰোগী মানুহক ধৰ্ম্ম-দেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৪। শুই থকা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৫। দুহাতে আঁঠু সাৱটি থকা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৬। উৰুণী লোৱা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৭। পাগুৰী মৰা নিৰোগী মানুহক ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৮। আসনত বহি থকা নিৰোগী মানুহক মাটিত বহি ধৰ্ম্ম-দেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

৯। ওখ আসনত বহি থকা নিৰোগী মানুহক নিচ আসনত বহি ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১০। বহি থকা নিৰোগী মানুহক থিয় হৈ ধৰ্ম্মদেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১১। আগত যোৱা নিৰোগী মানুহক পাচফালৰ পৰা ধৰ্ম্ম-দেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১২। বাটত যোৱা নিৰোগী মানুহক বাটৰ কাষৰ পৰা ধৰ্ম্ম-দেশনা নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১৩। নিৰোগী অৱস্থাত থিয় হৈ প্ৰস্ৰাব নকৰিম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১৪। নিৰোগী অৱস্থাত ঘাঁহ-বন গছ-লতাদি সজীব উদ্ভিদৰ ওপৰত পাইখানা, প্ৰস্ৰাৱ বা থু-খেকাৰাদি নেপেলাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

১৫। নিৰোগী-অৱস্থাত পানীত পাইখানা, প্ৰস্ৰাৱ, থু-খেকাৰাদি নেপেলাম, এই শিক্ষাপদ গ্ৰহণ কৰা উচিত।

ওপৰত উল্লেখ কৰা ৭৫টা শিক্ষা ভিক্ষু-শ্ৰমণ-গৃহী সকলোৰে পালন কৰা একান্ত প্ৰয়োজন। এই নিয়মবিলাক অনুসৰণ কৰিলে মানুহৰ ভদ্ৰতা পৰিচয় পায়।

## বুদ্ধমূৰ্ত্তি প্ৰতিষ্ঠা কৰা বা জীৱন দান

নমো তস্‌স ভগৱতো অৰহতো সম্মা সম্বুদ্ধস্‌স।

১। তেন খো পন সময়েন বুদ্ধো ভগৱা উৰুৱেলায়ং ৱিহৰতি নজ্জা নেৰঞ্জৰায় তীৰে বোধিৰুক্‌খমূলে পঠমাভিসম্বুদ্ধো। অথখো ভগৱা বোধিৰুক্‌খমূলে সত্তাহং এক পল্লঙ্কেন নিসীদি ৱিমুত্তি সুখং পটিসংৱেদী। অথ খো ভগৱা ৰত্তিয়া পঠমং য়ামং পটিচ্চসমুপ্পাদং অনুলোম পটিলোমং মনসাকাসি।

২। অৱিজ্জা পচ্চয়া সঙ্খৰা, সঙ্খৰা পচ্চয়া ৱিঞ্ঞাণং, ৱিঞ্ঞাণ পচ্চয়া নামৰূপং, নামৰূপ পচ্চয়া সলায়তনং, সলায়তন পচ্চয়া ফস্‌সো, ফস্‌স পচ্চয়া ৱেদনা, ৱেদনা পচ্চয়া তণহা, তণহা পচ্চয়া উপাদানং, উপাদান পচ্চয়া ভৱো, ভৱ পচ্চয়া জাতি, জাতি

পচ্চয়া জৰামৰণং সোকপৰিদেৱ দুক্‌খ দোমনস্সুস্ পায়াসা সম্ভৱন্তি। এৱমেতস্‌স কেৱলস্‌স দুক্‌খক্‌খন্ধস্‌স সমুদয়ো হোতি।

৩। অৱিজ্জায়ত্বেৱ অসেস ৱিৰাগ নিৰোধা, সঙ্খাৰ নিৰোধো, সঙ্খাৰ নিৰোধা ৱিঞ্‌ঞাণ নিৰোধো, ৱিঞ্‌ঞাণ নিৰোধা নাম ৰূপ নিৰোধা, নাম-ৰূপ নিৰোধা সলায়তন নিৰোধো, সলায়তন নিৰোধা, ফস্‌স নিৰোধো, ফস্‌স নিৰোধা, ৱেদনা নিৰোধো, ৱেদনা নিৰোধা তণ্‌হা নিৰোধো, তণ্‌হা নিৰোধা উপাদান নিৰোধো, উপাদান নিৰোধা ভৱ নিৰোধো, ভৱ নিৰোধা জাতি নিৰোধো, জাতি নিৰোধা জৰা মৰণং সোক পৰিদেৱ দুক্‌খদোমনস্‌স পায়াসা নিৰুজ্ঝন্তি। এৱমেতস্‌স কেৱলস্‌স দুক্‌খক্‌খন্ধস্‌স নিৰোধো হোতীতি।

৪। য়দা হৱে পাতুভৱন্তি ধম্মা
আতাপিনো ঝায়তো ব্রাহ্মণস্‌স,
অথস্‌স কঙ্খা ৱপয়ন্তি সব্বা
য়তো পজানাতি সহেতু ধম্মন্তি।

৫। য়দা হৱে পাতুভৱন্তি ধম্মা
আতাপিনো ঝায়তো ব্রাহ্মণস্‌স,
অথস্‌স কঙ্খা ৱপয়ন্তি সব্বা
য়তো খয়ং পচ্চয়ানং অৱেদীতি।

৬। য়দা হৱে পাতুভৱন্তি ধম্মা
আতাপিতো ঝায়তো ব্রাহ্মণস্‌স,
বিধূপয়ং তিট্‌ঠতি মাৰসেনং
সুৰিয়োৱ ওভাসয়মন্তলিক্‌খন্তি।

৭। য়ো ব্রাহ্মণো বাহিতো পাপধম্মো
নিহুহুংককো নিৰুসাৰো য়তত্তো
ৱেদন্তগূ বুসিত ব্রহ্মচৰিয়ো
ধম্মেন সো ব্রহ্মৱাদং ৱদেয়্য,
য়স্সুস্‌সস্‌দা নত্থি কুহিঞ্চি লোকেতি।

৮। সুখো ৰিৱেকো তুট্ঠস্স সুতধম্মস্স পস্সতো
অব্যাপজ্ঝং সুখং লোকে পাণভূতেসু সঞ্‌ঞমো,
সুখা ৰিৰাগতা লোকে কামানং সমতিক্কমো
অস্মিমানস্স য়ো ৰিনয়ো এতং ৰে পৰমং সুখন্তি।

৯। অনেকজাতি সংসাৰং সন্ধাৱিস্সং অনিব্বিসং,
গহকাৰকং গৱেসন্তো দুক্‌খা জাতি পুনপ্পুনং।
গহকাৰক! দিট্ঠোসি, পুন গেহং ন কাহসি
সব্বা তে ফাসুকা ভগ্‌গা, গহকূটং ৰিসঙ্খিতং
ৰিসঙ্খাৰগতং চিত্তং, তণ্হানং খয়মজ্ঝগা।

১০। ইতিপি সো ভগৱা অৰহং······বুদ্ধো ভগৱাতি।

১১। স্বাক্‌খাতো ভগৱতো ধম্মো······পচ্চত্তং ৱেদিতব্বো ৰিঞ্‌ঞূহীতি।

১২। সুপটিপন্নো ভগৱতো সাৱকসংঘো······পুঞ্‌ঞক্খেত্তং লোকস্সাতি।

## বুদ্ধৰ বিশিষ্ট গুণ উল্লেখ কৰি বন্দনা

(১৩) ইতিপি সো ভগৱা অৰহং, অৰহং ৱত সো ভগৱা, অৰহন্তং সৰণং গচ্ছামি, অৰহন্তং সিৰসা নমামি।

(১৪) ইতিপি সো ভগৱা সম্মাসম্বুদ্ধো, সম্মাসম্বুদ্ধো ৱত সো ভগৱা, সম্মাসম্বুদ্ধং সৰণং গচ্ছামি, সম্মাসম্বুদ্ধং সিৰসা নমামি।

(১৫) ইতিপি সো ভগৱা ৰিজ্জাচৰণ সম্পন্নো, ৰিজ্জাচৰণ সম্পন্নো ৱত সো ভগৱা, ৰিজ্জাচৰণ সম্পন্নং সৰণং গচ্ছামি, ৰিজ্জাচৰণ সম্পন্নং সিৰসা নমামি।

(১৬) ইতিপি সো ভগৱা সুগতো, সুগতো ৱত সো ভগৱা, সুগতং সৰণং গচ্ছামি, সুগতং সিৰসা নমামি।

(১৭) ইতিপি সো ভগৱা লোকৱিদূ, লোকৱিদূ ৱত সো ভগৱা, লোকৱিদূং সৰণং গচ্ছামি, লোকৱিদূং সিৰসা নমামি।

(১৮) ইতিপি সো ভগৱা অনুত্তৰো, অনুত্তৰো ৱত সো ভগৱা, অনুত্তৰং সৰণং গচ্ছামি, অনুত্তৰং সিৰসা নমামি।

(১৯) ইতিপি সো ভগৱা পুৰিসদম্ম-সাৰথি, পুৰিসদম্ম-সাৰথি ৱত সো ভগৱা, পুৰিসদম্ম সাৰথিং সৰণং গচ্ছামি, পুৰিসদম্ম-সাৰথিং সিৰসা নমামি।

(২০) ইতিপি সো ভগৱা সথাদেৱ-মনুস্সানং, সথা দেৱ-মনুস্সানং ৱত সো ভগৱা, সথা দেৱ-মনুস্সানং সৰণং গচ্ছামি, সথা দেৱ-মনুস্সানাং সিৰসা নমামি।

(২) ইতিপি সো বুদ্ধো ভগৱা, বুদ্ধো ভগৱা ৱত সো ভগৱা, বুদ্ধ-ভগৱন্তং সৰণং গচ্ছামি, বুদ্ধ ভগৱন্তং সিৰসা নমামি।

## ভগৱান বুদ্ধৰ উপদেশ

(২২) সব্ব পাপস্স অকৰণং, কুসলস্স উপসম্পদা,
সচিত্ত পৰিয়োদাপনং, এতং বুদ্ধান সাসনং।

(২৩) খন্তি পৰমং তপো তিতিক্খা
নিব্বানং পৰমং ৱদন্তি বুদ্ধা,
নহি পব্বজিতো পৰূপঘাতী
সমণো হোতি পৰং ৱিহেঠয়ন্তো।

(২৪) অনুপৱাদো অনুপঘাতো পাতিমোক্খে চ সংৱৰো
মত্তঞ্ঞুতা চ ভত্তস্মিং পন্তঞ্চ সয়নাসনং
অধিচিত্তে চ আয়োগো, এতং বুদ্ধান সাসনং।

(২৫) অক্কোধেন জিনে কোধং, অসাধুং সাধুনা জিনে,
জিনে কদৰিয়ং দানেন, সচ্চেনালীকৱাদিনং।

## 'ঘৰবান্ধনী কৰ্ম্মবাক্য' মৈত্ৰী ভাৱনাৰ গাথা

১। উদ্ধং য়াৱ ভৱগ্‌গা চ অধো য়াৱ অৱীচিতো
সমন্তা চক্কৱালেসু য়ে সত্তা পঠৱীচৰা,
অব্যাপজ্জা নিৱেৰা চ নিদ্দুক্‌খা চানুপদ্দৱা।

২। উদ্ধং য়াৱ ভৱগ্‌গা চ অধো য়াৱ অৱীচিতো
সমন্তা চক্কৱালেসু যে সত্তা আকাশে চৰা,
অব্যাপজ্জা নিৱেৰা চ নিদ্দুক্‌খা চানুপদ্দৱা।

৩। উদ্ধং য়াৱ ভৱগ্‌গা চ অধো য়াৱ অৱীচিতো
সমন্তা চক্কৱালেসু য়ে সত্তা উদকে চৰা,
অব্যাপজ্জা নিৱেৰা চ নিদ্দুক্‌খা চানুপদ্দৱা

## পব্বাজনীয় কম্মবাচা

নমো তস্‌স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্‌স ( ৩ বাৰ )

সুনাতু মে ভন্তে সজ্ঘো, ইমে অমনুস্‌সা য়ক্‌খ, গন্ধব্ব, কুম্ভণ্ড, নাগা, চণ্ডা, রুড়্‌ঢা, ৰভসা, অদয়ালুকা, ৱিহেসকা, ইমেসং, চণ্ডতা, রুড়্‌ঢতা, ৰাভস্‌সং, অদয়ালুকতা, ৱিহেসকতা, দিস্‌সন্তিচেৱ সুয়্যন্তি চ, কুলানি চ ইমেহি, ৱিহেসিতানি দিস্‌সন্তিচেৱ সুয়্যন্তিচ, য়দি সজ্ঘস্‌স পত্তকল্লং সজ্ঘো, ইমেসং অমনুস্‌সানং য়ক্‌খ গন্ধব্ব, কুম্ভণ্ড, নাগানং ইমস্মা গামা, ইমস্মা আৰামা, পব্বাজনীয় কম্মং কৰেয়্য, ন ইমেহি অমনুস্‌সেহি য়ক্‌খ, গন্ধব্ব, কুম্ভণ্ড, নাগেহি, ইমস্মিং গামে, ইমস্মিং আৰামে ৱত্থব্বন্তি, এসা ঞত্তি।

সুনাতু মে ভন্তে সজ্ঘো, ইমে অমনুস্‌সা, য়ক্‌খ, গন্ধব্ব, কুম্ভণ্ড, নাগা, চণ্ডা, রুড়্‌ঢা, ৰভসা, অদয়ালুকা, ৱিহেসকা, ইমেসং চণ্ডতা, রুড়্‌ঢতা, ৰাভস্‌সং অদয়ালুকতা, ৱিহেসকতা, দিস্‌সন্তিচেৱ সুয়্যন্তিচ কুলানিচ, ইমেহি ৱিহেসিতানি দিস্‌সন্তিচেৱ সুয়্যন্তিচ, সজ্ঘো, ইমেসং অমনুস্‌সানং য়ক্‌খ, গন্ধব্ব, কুম্ভণ্ড, নাগানং গামা ইমস্মা আৰামা

পব্বাজনীয় কম্মং কৰোতি। ন ইমেহি অমনুস্সেহি য়ক্খ, গন্ধব্ব, কুম্ভণ্ড, নাগেহি ইমস্মিং গামে ইমস্মিং আৰামে ৱথব্বন্তি, য়স্সায়স্মতো খমতি, ইমেসং অমনুস্সানং য়ক্খ, গন্ধব্ব, কুম্ভণ্ড, নাগানং ইমস্মা গামা, ইমস্মা আৰামা পব্বাজনীয় কম্মস্স কৰণং, ন ইমেহি অমনুস্সেহি, য়ক্খ, গন্ধব্ব, কুম্ভণ্ড, নাগেহি, ইমস্মিং, গামে, ইমস্মিং আৰামে ৱথব্বন্তি, সো তুণ্হস্স, য়স্স ন খমতি সো ভাসেয়্য, দুতিয়ম্পি এতমত্থং ৱদামি, ততিয়ম্পি এতমত্থং ৱদামি।

কতং সঙ্ঘেন ইমেসং অমনুস্সানং য়ক্খ, গন্ধব্ব, কুম্ভণ্ড, নাগানং ইমস্মা গামা, ইমস্মা আৰামা, পব্বাজনীয় কম্মস্স কৰণং। ন ইমেহি অমনুস্সেহি য়ক্খ, গন্ধব্ব, কুম্ভণ্ড, নাগেহি ইমস্মিং গামে, ইমস্মিং আৰামে ৱথব্বন্তি, খমতি সঙ্ঘস্স তস্মা তুণ্হী, এৱমেতং ধাৰায়ামী'তি।

## পব্বাজনীয় কম্মৱাচা নিটিঠতা।

কৰ্ম্মবাক্যৰ পূৰ্ব্বে কৰা কাম:—পাঁচজন ভিক্ষু নিমন্ত্ৰণ কৰি অনা। গাঁৱৰ সকলোকে নিমন্ত্ৰণ কৰা, ফুলজালি আদি তৈয়াৰ কৰা, যদি ঘৰত ৰোগব্যাধি বা অমনুষ্যাদি দেৱতাৰ উপদ্ৰৱ হৈছে তেন্তে ঘৰৰ পূব, পশ্চিম, উত্তৰ আৰু দক্ষিণ চাৰিওফালে চাৰিখনি কৰ্ম্মবাক্যৰ বেদী তৈয়াৰ কৰি ওপৰত চন্দ্ৰতাপ, তলত এখনি বুদ্ধাসন বগা কাপোৰ পাৰি প্ৰস্তুত কৰিব লাগে। আৰু এখনি বেদী ঘৰৰ ভিতৰত। দহোটা শিল, বালি, কেঁচাসুঁতা, পানী আদি প্ৰস্তুত কৰি ৰখা একান্ত প্ৰয়োজন। গাঁওখনি কৰ্ম্মবাক্য কৰিবলৈ হলে ঠিক ঘৰৰ দৰেই চাৰিখনি বেদী কৰি, এখনি বেদী গাঁৱৰ মাজত স্থাপন কৰিব লাগে।

## "পটিচ্চ পাৰ"

মানুহ মৃত্যু হলে ঘৰত পাঠ পৰিব লাগে

"নমো তস্‌স ভগৱতো অৰহতো সম্মাসম্বুদ্ধসস্" ( ৩ বাৰ )

সিয়া কুসলং ধম্মং পটিচ্চ কুসলো ধম্মো উপজ্জেয়্য হেতু পচ্চয়। কুসলং ধম্মং পটিচ্চ কুসলো ধম্মো উপজ্জতি হেতু পচ্চয়। কুসলং একং খন্ধং পটিচ্চ তয়ো খন্ধা, তয়ো খন্ধে পটিচ্চ একো খন্ধো, দ্বে খন্ধে পটিচ্চ দ্বে খন্ধা।

সিয়া অকুসলং ধম্মং পটিচ্চ অকুসলো ধম্মো উপজ্জেয়্য হেতু পচ্চয়। অকুসলং ধম্মং পটিচ্চ অকুসলো ধম্মো উপজ্জতি হেতু পচ্চয়। অকুসলং একং খন্ধং পটিচ্চ তয়ো খন্ধা, তয়ো খন্ধে পটিচ্চ একো খন্ধো, দ্বে খন্ধে পটিচ্চ দ্বে খন্ধা।

সিয়া অব্যাকতং ধম্মং পটিচ্চ অব্যাকতো ধম্মো উপজ্জেয়্য হেতু পচ্চয়। অব্যাকতং ধম্মং পটিচ্চ অব্যাকতো ধম্মো উপজ্জতি হেতু পচ্চয়। অব্যাকতং একং খন্ধং পটিচ্চ তয়ো খন্ধা, তয়ো খন্ধে পটিচ্চ একো খন্ধো, দ্বে খন্ধা পটিচ্চ দ্বে খন্ধা।

হেতু পচ্চয়ো, আৰম্মণপচ্চয়ো, অধিপতিপচ্চয়ো, অনন্তৰ পচ্চয়ো সমনন্তৰপচ্চয়ো, সহজাতপচ্চয়ো, অঞ্ঞমঞ্ঞপচ্চয়ো, নিস্‌সয়পচ্চয়ো, উপনিচ্চয়পচ্চয়ো, পুৰেজাতপচ্চয়ো, পচ্ছাজাতপচ্চয়ো, আসেৱনপচ্চয়ো, কম্মপচ্চয়ো, বিপাকপচ্চয়ো, আহাৰপচ্চয়ো, ইন্দ্রিয়পচ্চয়ো, ঝানপচ্চয়ো, মগ্‌গপচ্চয়ো, সম্পযুত্তপচ্চয়ো, বিপ্পয়ুত্তপচ্চয়ো, অত্থিপচ্চয়ো, নত্থিপচ্চয়ো, ৱিগতপচ্চয়ো, অৱিগত-পচ্চয়োতি।

তত্থ অবিজ্জাপচ্চয়া সঙ্খাৰা, সঙ্খাৰপচ্চয়া ৱিঞ্ঞাণং, ৱিঞ্ঞাণ-পচ্চয়া নামৰূপং নামৰূপপচ্চয়া সলায়তনং, সলায়তনপচ্চয়া ফস্‌সো, ফস্‌সোপচ্চয়া ৱেদনা, ৱেদনা পচ্চয়া তণ্‌হা, তণ্‌হাপচ্চয়া উপাদানং, উপাদানপচ্চয়া ভৱো, ভৱপচ্চয়া জাতি, জাতিপচ্চয়া জৰামৰণ-

সোক-পরিদেব-দুক্খ-দোমনস্স-পায়াসা সম্ভবন্তি, এবমেতস্স কেবলস্স দুক্খ ক্খন্ধস্স সমোদয়ো হোতীতি।

সক্কত্বা বুদ্ধরতনং ওসধং উত্তমং বরং
হিতং দেব-মনুস্সানং বুদ্ধতেজেন সোত্থিনা;
নস্সন্তুপদ্দবা সব্বে দুক্খা বূপসমেন্তু তে।
সক্কত্বা ধম্মরতনং ওসধং উত্তমং বরং,
পরিলাহূপসমনং ধম্মতেজেন সোত্থিনা,
নস্সন্তুপদ্দবা সব্বে ভয়া বূপসমেন্তু তে।
সক্কত্বা সঙ্ঘরতনং ওসধং উত্তমং বরং
আহুণেয্যং পাহুণেয্যং সঙ্ঘতেজেন সোত্থিনা;
নস্সন্তুপদ্দবা সব্বে রোগা বূপসমেন্তু তে।
য়ং কিঞ্চি রতনং লোকে বিজ্জতি বিবিধা পুথু,
রতনং বুদ্ধসমং নত্থি তস্মা সোত্থি ভবন্তু তে।
য়ং কিঞ্চি রতনং লোকে বিজ্জতি বিবিধা পুথু,
রতনং ধম্মসমং নত্থি তস্মা সোত্থি ভবন্তুতে।
য়ং কিঞ্চি রতনং লোকে বিজ্জতি বিবিধা পুথু,
রতনং সঙ্ঘসমং নত্থি তস্মা সোত্থি ভবন্তুতে।
নত্থি মে সরণং অঞ্ঞং বুদ্ধো মে সরণং বরং,
এতেন সচ্চবজ্জেন হোতু তে জয়মঙ্গলং।
নত্থি মে সরণং অঞ্ঞং ধম্মো মে সরণংবরং,
এতেন সচ্চবজ্জেন হোতু তে জয়মঙ্গলং।
নত্থি মে সরণং অঞ্ঞ সঙ্ঘো মে সরণং বরং,
এতেন সচ্চবজ্জেন হোতু তে জয়মঙ্গলং।
সব্বীতিয়ো বিবজ্জন্তু সব্বরোগো বিনস্সতু,
মা তে ভবত্বন্তরায়ো সুখী দীঘায়ুকো ভব।
অভিবাদন সীলস্স নিচ্চং বুড্ঢাপচায়িনো,
চত্তারো ধম্ম বড্ঢন্তি আয়ুবণ্ণো সুখং বলং'তি।

## শ্মশানত পাঠ কৰিব লাগে

'নমো তস্‌স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্‌স' ( ৩ বাৰ )
অনিচ্চা ৱত সঙ্খাৰা উপ্পাদ ৱয় ধম্মিনো,
উপ্পজ্জিত্বা নিৰুজ্ঝন্তি তেসং ৱুপসমো সুখো।
সব্বে সত্তা মৰন্তি চ মৰিংসু চ মৰিস্‌সৰে,
তথেৱাহং মৰিস্‌সামি নত্থি মে এত্থ সংসয়ো।
জীৱিতং ব্যাধি কালো চ দেহনিক্‌খেপনং গতি,
পঞ্চেতে জীৱলোকস্মিং অনিমিত্তা চ ন ঞায়ৰে।
সব্বে সত্তা মৰিস্‌সন্তি মৰণন্তংহি জীৱিতং,
য়থাধম্মং গমিস্‌সন্তি পুঞ্ঞ্ঞপাপ ফলূপগা।
নিৰয়ং পাপকম্মন্তা পুঞ্ঞ্ঞকম্মা চ সুগ্‌গতিং,
অপৰে চ মগ্‌গং ভাৱেত্বা পৰিনিব্বন্তি অনাসৱা।

**সমাপ্ত**